# অসমীয়া ব্যাকৰণৰ ৰূপৰেখা

(নতুন আহিত অসমীয়া ভাষাৰ বিশ্লেষণাত্মক ব্যাকৰণ)

লেখক ঃ
ৰূপচন্দ্ৰ মহন্ত
যোৰহাট : অসম

প্ৰকাশক ঃ
মহন্ত প্ৰকাশন
গোঁহাইটেকেলা গাঁও, যোৰহাট -১

প্ৰথম প্ৰকাশ
আগষ্ট — ১৯৮৯

পৰিবেশক ঃ
(১) নবীন প্ৰকাশন
জে, বি, কলেজ ৰোড
যোৰহাট -১

(২) প্ৰকাশিকা
পাণবজাৰ
গুৱাহাটী-১

মূল্য ঃ সুলভ সংস্কৰণ —৩০·০০
পুথিভঁৰাল সংস্কৰণ —৩৫·০০

ছপা ঃ পূৰ্বশ্ৰী অফছেট, প্ৰিণ্টাৰ্ছ
যোৰহাট -৭৮৫০০১




# লেখকৰ নিবেদন

'অসমীয়া ব্যাকৰণৰ ৰূপৰেখা' কি উদ্দেশ্যে আৰু কে[illegible]হিৰে লিখা হৈছে—সেই বিষয়ে কিছু স্পষ্টীকৰণৰ আৱশ্যকতা আছে। শিক্ষক, শিক্ষাৰ্থী আৰু সাধাৰণ পাঠক—এই সকলো শ্ৰেণীৰ লোকৰ সুবিধাৰ কাৰণে এই সম্পৰ্কত কেইটামান কথা তলত দিয়া হ'ল।

১) ভাষাৰ লক্ষণবোৰ বিশ্লেষণ কৰি চাই সেই সম্পৰ্কে কিছুমান নিয়ম বিচাৰি উলিওৱাটোৱেই ব্যাকৰণৰ কাম। এই নিয়মবোৰে ভাষাটো জনাত সহায় কৰে; কিন্তু নিয়মবোৰ জানিলেই ভাষা জনা নহয়। ভাষা এটা জানিবৰ কাৰণে আৰু বহুত কথাৰ প্ৰয়োজন হয়। সাধাৰণ ভাবে কাম চলাবৰ কাৰণে আৱশ্যকীয় মাতৃ-ভাষাৰ জ্ঞান লাভ কৰিবলৈ ব্যাকৰণৰ নিয়মবোৰ জানিবৰ প্ৰয়োজন নাই। আন-হাতে এটা ভাষাৰ ব্যাকৰণ জানিলে অন্যান্য ভাষা জানিবলৈকো সুবিধা হয়। এইখিনিতে এটা কথা মন কৰিব লগীয়া যে—নিজৰ ভাষাৰ ব্যাকৰণ জনাটো অন্য এটা ভাষাৰ ব্যাকৰণ জনাতকৈ কিছু সহজ। নিজৰ ভাষাৰ ব্যাকৰণ নজনাকৈ নিজে নজনা আনৰ ভাষাৰ ব্যাকৰণ জানিবলৈ চেষ্টা কৰিলে ব্যাকৰণ-শিক্ষাটো এটা বোজা স্বৰূপ হৈ পৰে। ব্যাকৰণৰ সহায়েৰে লোকৰ ভাষা শিকিবলৈ হ'লে প্ৰথমতে নিজ-ভাষাৰ ব্যাকৰণৰে সহায় ল'ব লাগিব। ভাষাৰ সহায়েৰে ব্যাকৰণ শিকিবলৈ হ'লেও নিজৰ ভাষাৰ ব্যাকৰণহে শিকিব পাৰি।

বৰ্ত্তমান আমাৰ শিক্ষানুষ্ঠানসমূহত ছাত্ৰই নিজ-ভাষাৰ ব্যাকৰণ নিশি-কাকৈ বিদেশী ভাষাৰ ব্যাকৰণ শিকিব লগীয়া হৈছে। বিদেশী ভাষাৰ ব্যাকৰণ শিকাৰ বাবে বিদেশী ভাষাৰ জ্ঞান লাভৰ চেষ্টাও লগে লগে কৰিব লগীয়া হয়। আনহাতে বিদেশী ভাষাটো জানিবৰ কাৰণে ব্যাকৰণ-সম্বন্ধীয় ধাৰণাৰ অভাৱেই সমস্যাৰ সৃষ্টি কৰে। মাতৃ-ভাষাৰ ব্যাকৰণত গুৰুত্ব নিদি পোনেপোনেই অন্য ভাষাৰ ব্যাকৰণত গুৰুত্ব দিয়া প্ৰচলিত শিক্ষা-ব্যৱস্থাৰ ফলত আমাৰ বহুত উচ্চ শিক্ষিত লোকে নিজৰ ভাষাটো ভালকৈ নাজানে। বিদেশী লোকৰ লগত ঘনিষ্ঠ সম্পৰ্ক ৰাখিব পৰা সৰ্ব্বমান দুই-এজন লোকে বিদেশী ভাষাৰ কঠোৰ অভ্যাস কৰি মাতৃ-ভাষাতকৈ বিদেশী ভাষাত কিছু বেছি পৰিমাণে লিখা পঢ়া কৰিব পৰা হৈছে যদিও, আধাতকৈও বেছি সংখ্যক শিক্ষিত লোকে দেশী আৰু বিদেশী কোনো ভাষাকে ভালকৈ নাজানে। মাতৃ-ভাষাৰ ব্যাকৰণ-শিক্ষা ভালদৰে হোৱা হ'লে উচ্চশিক্ষিতসকলে নিজৰ ভাষাটোকে কিছু ভালদৰে জানিলেহেঁতেন।

২) কোনো ভাষাৰেই নিখুঁত আৰু সম্পূৰ্ণ ব্যাকৰণ এখন থাকিব নোৱাৰে। ভাষা অতি ব্যাপক আৰু গতিশীল বস্তু। গতিকে তাক কোনো প্ৰকাৰেই নিয়মৰ সীমাৰ ভিতৰত আবদ্ধ কৰি থ'ব নোৱাৰি। এনে স্থলত ভাষাৰ গতি আৰু ব্যাপ্তিৰ লগে লগে ব্যাকৰণৰ নিয়ম আৰু ভাষাৰ বিশ্লেষণৰ ধৰণো সলনি হ'ব পাৰে। ভাষা আৰু ব্যাকৰণৰ এই সম্বন্ধটোলৈ চকু ৰাখি ৰচনা কৰা ব্যাকৰণেহে ভাষা-শিক্ষাত সহায় কৰিব পাৰে। ব্যাকৰণক কিছুমান সূত্ৰৰ সমষ্টি বা যান্ত্ৰিক ব্যৱস্থাৰ গ্ৰন্থ বুলি ধৰি লোৱা হয় কাৰণেও বৰ্ত্তমান প্ৰচলিত অসমীয়া ভাষাৰ ব্যাকৰণৰসমূহে শিক্ষক আৰু ছাত্ৰসকলৰ পৰা উপযুক্ত সমাদৰ লাভ কৰিব পৰা নাই। এনে স্থলত ব্যাকৰণ-ৰচনাৰ ক্ষেত্ৰত নতুন দৃষ্টি-ভংগি গ্ৰহণৰ প্ৰয়োজন হৈছে। এই নতুন দৃষ্টিভংগিৰ স্বৰূপটো কেনে ধৰণৰ সেই সম্বন্ধেও বিচাৰ কৰি চাবলগীয়া আছে।

ভাষা-বিশ্লেষণৰ দৃষ্টিত ব্যাকৰণো এক শ্ৰেণীৰ বিজ্ঞান। পৰীক্ষাসিদ্ধ জ্ঞান-কহে বিজ্ঞানৰ শ্ৰেণীত ঠাই দিয়া হয়। এনে পৰীক্ষাৰ কাৰণে পৰীক্ষাগাৰৰো প্ৰয়োজন হয়; কিন্তু ভাষা-বিশ্লেষণৰ কাৰণে কৃত্ৰিম পৰীক্ষাগাৰৰ পৰিবৰ্তে সামাজিক আৰু প্ৰাকৃতিক নিয়ম কিছুমানৰ ওপৰতহে বেছি নিৰ্ভৰ কৰা হয়। ব্যাকৰণৰ লগত জড়িত ভাষা-বিজ্ঞান আৰু ধ্বনি-বিজ্ঞানৰ ক্ষেত্ৰত কৃত্ৰিম পৰীক্ষাগাৰৰ যান্ত্ৰিক ব্যৱস্থাও কিছু পৰিমাণে গ্ৰহণ কৰা হয়। তথাপি প্ৰাচীন কালৰে পৰা চলি অহা ব্যাকৰণ-গ্ৰন্থসমূহত এনে ধৰণৰ পৰীক্ষাগাৰৰ সহায় লোৱা হৈছিল বুলি ক'ব পৰা প্ৰমাণ আমাৰ হাতত নাই। গতিকে ব্যাকৰণক আজি-কালিৰ দৃষ্টিত বিজ্ঞান নুবুলি দৰ্শন বুলিলেহে ভাল হয়। প্ৰকৃততে দৰ্শন-শাস্ত্ৰসমূহৰ বহুতেই পৰীক্ষাগাৰৰ সহায় নোলোৱা এক শ্ৰেণীৰ বিজ্ঞান হ'ব পাৰে। ব্যাকৰণক এই শ্ৰেণীৰ দৰ্শন বুলি ধৰি অধ্যয়ন কৰিলে, সেই অধ্যয়নে ভাষা-শিক্ষাত সহায় কৰাৰ লগতে প্ৰকৃতাৰ্থত বৈজ্ঞানিক দৃষ্টি-ভংগিৰ বিকাশতো সহায় কৰিব পাৰে। কেৱল বিজ্ঞানৰ শিক্ষাৰ্থীৰ কাৰণেই নহয়, বৰ্ত্তমান যুগৰ সকলো শ্ৰেণীৰ ছাত্ৰৰ বাবে এনে দৃষ্টিভংগিৰ বিকাশসাধন কৰাটো শিক্ষাৰ উদ্দেশ্য ৰূপে গ্ৰহণ কৰা উচিত।

বৰ্ত্তমান আমাৰ শিক্ষানুষ্ঠানসমূহত পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ প্ৰয়োজনলৈ চকু ৰাখি যান্ত্ৰিক কৌশলেৰে ব্যাকৰণ শিকোৱা হয় বুলি ক'লেও অত্যুক্তি কৰা নহয়। ব্যাকৰণৰ পাঠ্যগ্ৰন্থ আৰু শিক্ষকৰ ৰুচিৰ ওপৰতো এই কাৰ্যই বহু পৰিমাণে নিৰ্ভৰ কৰিছে। তাৰ ফল স্বৰূপে মাতৃ-ভাষা আৰু অন্যান্য দেশী তথা বিদেশী ভাষা শিক্ষাৰ ক্ষেত্ৰত ব্যাকৰণে যি পৰিমাণে সহায় কৰিব লাগে, সেই পৰিমাণে সহায় কৰিব পৰা নাই। অসমীয়া ভাষাটো অনা-অসমীয়ালোকে শিকিবলৈ

সুবিধা হোৱা বৈজ্ঞানিক দৃষ্টিভংগিৰ ব্যাকৰণ আমাৰ হাতত নাই। উচ্চ-পৰ্যায়ৰ প্ৰশাসনীয় তথা ব্যাৱসায়িক আৰু আৰু ৰাজনৈতিক-সাংস্কৃতিক প্ৰয়োজনত অন্যান্য ভাৰতীয় ভাষা শিকিবৰ কাৰণেও অসমীয়া ভাষাৰ ব্যাকৰণৰ জ্ঞান সহায়ক হ'ব লাগে। এনে ধৰণৰ ব্যাকৰণত বৈজ্ঞানিক দৃষ্টিভংগিৰ লগতে ঐতিহাসিক আৰু তুলনাত্মক বিচাৰৰ দিশলৈকো চকু ৰাখিব লাগিব। •

৩) ব্যাকৰণৰ বিষয়-বস্তু ভাষা হ'লেও ভাষাৰ মূল লক্ষ্য ভাব-প্ৰকাশ কৰাটোহে। গতিকে ভাবৰ লগত থকা ভাষাৰ সম্পৰ্কটোলৈ চকু ৰাখিলে কেৱল ভাষা সম্বন্ধীয় বিচাৰেই প্ৰকৃত ব্যাকৰণ হ'ব নোৱাৰে। 'ভাব-বিচাৰ' খণ্ডটো এই দিশত গুৰুত্ব দি লিখা হৈছে। বক্তাৰ ভাব, বক্তাৰ ভাষাৰ সহায়েৰে শ্ৰোতাৰ ভাবৰ লগত মিলিবলৈ যাওঁতে মাজতে বায়ুমণ্ডলৰো আশ্ৰয় ল'ব লগীয়া হয়। গতিকে বিশ্লেষণ কৰি চালে ভাষাৰ ভিতৰত চাৰিটা স্তৰ পোৱা যায়। সেইকেইটা এই —ভাব, ধ্বনি, শব্দ আৰু বাক্য। ভাব দুটা ভাগত বিভক্ত —ক) বক্তাৰ ভাব, খ) শ্ৰোতাৰ মনত বাক্যই সৃষ্টি কৰা ভাব। বক্তাই নিজৰ ভাব প্ৰকাশৰ কাৰণে বায়ুমণ্ডলত সৃষ্টি কৰা কম্পনক ধ্বনি বোলা হয়। ভাবপ্ৰকাশ কৰিব পৰা ধ্বনিসমূহৰ একোটা গোটক শব্দ বোলা হয়। বেছি স্পষ্ট কৈ ভাবপ্ৰকাশ কৰিব পৰা শব্দৰ সমূহক বাক্য বোলা হয়। বক্তা আৰু শ্ৰোতাৰ ভাবৰ মাজৰ ধ্বনি, শব্দ আৰু বাক্য এই কেইটাই ব্যাকৰণৰ বিশ্লেষণৰ মূল বিষয়। আলোচনাৰ ক্ষেত্ৰত আমিও এই ক্ৰম ৰক্ষাৰ চেষ্টা কৰিছোঁ।

• ধ্বনি-বিচাৰেই ব্যাকৰণৰ সকলো বিশ্লেষণ-কাৰ্যৰ মূল কথা। শব্দৰ অংগ বৰ্ণ, উচ্চাৰণ, লিপি প্ৰভৃতি ভাব আৰু ভাষাৰ লগত জড়িত নানা শ্ৰেণীৰ সাংকেতিক উপাদানে এই ধ্বনিৰ ওপৰতে নিৰ্ভৰ কৰে। তথাপি ধ্বনিয়েই ভাষাৰ একমাত্ৰ উপাদান নহয়। ভাষাত এটা সামাজিক পৰম্পৰাই সূক্ষ্মভাৱে কাম কৰি থাকে। এই সামাজিক পৰম্পৰাটোৱেই ভাষাৰ ইতিহাস। শব্দাৱলী আৰু বাক্য-গঠন প্ৰণালীৰ পৰিবৰ্তনৰ গতিৰ আঁৰত থাকি এই পৰম্পৰাই কাম কৰে।

৪) অসমীয়া ভাষাৰ ধ্বনি, শব্দ, বাক্য আৰু ভাব সম্বন্ধে বিশ্লেষণ কৰিলে, বিশ্লেষণৰ ইতিহাস প্ৰাক্‌বৈদিক যুগৰ ওচৰ পাবগৈ পাৰে। প্ৰাক্‌বৈদিক যুগৰ কথা বাদ দিলেও সংস্কৃত ভাষা আৰু অষ্ট্ৰিক তথা মংগোল ভাষাগোষ্ঠীৰ মিশ্ৰিত শব্দাৱলীৰ স্তৰলৈকে উজাই যাব লাগিব। বৈদিক যুগৰ ভাষা অন্যান্য অবৈদিক লোক-

• ১৮৫৯ খ্ৰী:ত প্ৰকাশিত ৺হেমচন্দ্ৰ বৰুৱাৰ ব্যাকৰণ আৰু ১৯২৫ চনত প্ৰকাশিত ৺সত্যনাথ বৰাৰ বহল ব্যাকৰণো সেই সময়ৰ প্ৰয়োজনলৈ চকু ৰাখি ৰচনা কৰা হৈছিল। বৰ্তমান সময়ৰ পৰিবৰ্তনৰ লগতে প্ৰয়োজনৰ স্বৰূপ আৰু তাৰ অনুৰূপ ব্যৱস্থাও সলনি হোৱাটো স্বাভাৱিক। আমি এই পৰিবৰ্তনৰ কালে চকু ৰাখিছোঁ।

ভাষাৰ লগত মিহলি হোৱাৰ পাছত সি যাতে সামাজিক পৰম্পৰা ৰক্ষা কৰিব নোৱাৰি বিকৃত হ'বলৈ নাপায়, সেই উদ্দেশ্যে তাক সংস্কাৰ কৰি নতুন গঢ় দিব লগীয়া হ'ল। এই নতুন গঢ়ৰ ভাষাটোৰ নামেই হ'ল সংস্কৃত। বৰ্তমান প্ৰচলিত অসমীয়া ভাষাৰ বাক্য-গঠন প্ৰণালী আৰু শব্দাৱলীত এই সংস্কৃত ভাষাৰ প্ৰভাৱ অন্য ভাষাৰ তুলনাত বহুত বেছি। উচ্চ স্তৰৰ চিন্তা আৰু সূক্ষ্ম ভাৱপ্ৰকাশৰ কাৰণে ভাৰতবৰ্ষৰ সকলো প্ৰধান ভাষাতে সংস্কৃত ভাষাৰ শব্দ গ্ৰহণ কৰা প্ৰথা চলি আহিছে। সেই বাবে অসমীয়া ভাষাৰ জ্ঞান বৃদ্ধিৰ ক্ষেত্ৰত সংস্কৃত ভাষা-জ্ঞানৰো প্ৰয়োজন হয়। এই প্ৰসংগত সংস্কৃতৰ ধ্বনি, ধ্বনিৰ সংকেত বৰ্ণ আৰু ভাৱৰ ক্ষেত্ৰত হোৱা পৰিবৰ্তন সম্বন্ধে মতভেদ হোৱা দেখা যায়। এনে মতভেদ দূৰ কৰি এটা যুক্তিসংগত ব্যৱস্থা দাঙিৰবাটো শব্দকোষ আৰু ব্যাকৰণৰ কাম। এই দিশত বৰ্তমান অসমীয়া ভাষা বহুত পাছ পৰি আছে। কিছুমান ক্ষেত্ৰত বংগভাষাৰ আখৰ-জোটনিৰ আদৰ্শই সংস্কৃত ভাষাৰ মূল ধ্বনি আৰু অসমীয়া উচ্চাৰণ উভয়কে বিকৃত কৰিছে। যথা স্থানত আমি এই বিষয়ে আলোচনা কৰিছোঁ।

কিছুমান সংস্কৃত শব্দৰ ভাৱৰ পৰিবৰ্তন নোহোৱাকৈয়ে ধ্বনিৰ পৰিবৰ্তন ঘটে। যেনে—সংস্কৃত শব্দ ভাৱ অসমীয়াত ভাব; সংস্কৃত শব্দৰ প্ৰথম বৰ্ণ ব্ব অসমীয়াত ৱৰ দৰে উচ্চাৰণ কৰা হয়। এই ক্ষেত্ৰত উচ্চাৰণৰ লগত সংগতি ৰাখি ৱৰ ঠাইত ব লিখা হয়। তথাপি ওপৰ খাপৰ সাহিত্যিক বিচাৰ-বিবেচনাৰ প্ৰসংগত সংস্কৃত তৎসম শব্দৰ প্ৰয়োগ বেছি পৰিমাণে কৰিব লগীয়া হ'লে ভাৱ শব্দটো সংস্কৃত তৎসম ৰূপত ভাৱ লিখিব লগীয়া হ'ব পাৰে। যেনে--ভাৱ-ব্যঞ্জনা, ভাৱপ্ৰৱাহ আদি; কিন্তু ভাৱ শব্দটো ধাতু ৰূপে ব্যৱহৃত হ'লে সদাই ভাবহে হয়। যেনে—ভাবিছোঁ, ভাবিব, ভাবিলে ইত্যাদি। নিৱেদন, আৱেদন, জীৱন, প্ৰভাৱ প্ৰভৃতি সংস্কৃত শব্দৰ ধ্বনি অসমীয়া ভাষাত সম্পূৰ্ণ অবিকৃত ৰূপত থকা নাই; কিন্তু ৱৰ ঠাইত বও সম্পূৰ্ণ উচ্চাৰিত নহয়। এনে স্থলত সংস্কৃত ৰূপকে লিখিলে মূলৰ লগত সম্পৰ্ক ৰক্ষা পৰাৰ উপৰিও ভাৰতবৰ্ষৰ অন্য ভাষাৰ লগতো সাদৃশ্য ৰক্ষা কৰা হয়। যেনে—জীৱন শব্দটোৰ উচ্চাৰণ জীৱন, জীবন আৰু জীঅন তিনিও ধৰণে কৰা হয়। লিখোঁতে জীৱন লিখাই উচিত বুলি ভাবোঁ; কিন্তু স্থানীয় জনগোষ্ঠিৰ ভাষাৰ পৰা গ্ৰহণ কৰা শব্দসমূহ উচ্চাৰণৰ ওপৰত নিৰ্ভৰ কৰি সৰল আখৰ-জোটনিত লিখাই ভাল।

সংস্কৃত ভাষাৰ পাছত সাহিত্যিক ৰূপ লাভ কৰা প্ৰাকৃত আৰু অপভ্ৰংশ ভাষাৰ লগতো অসমীয়া ভাষাৰ ওপৰ সম্বন্ধ আছে। বাক্য-গঠন প্ৰণালীৰ ক্ষেত্ৰত সংস্কৃত ভাষাতকৈ প্ৰাকৃত আৰু অপভ্ৰংশ ভাষাৰ লগতহে বৰ্ত্তমান প্ৰচলিত উত্তৰ ভাৰতীয় ভাষাসমূহৰ সম্বন্ধ ওচৰ। কিছুমান ক্ষেত্ৰত সংস্কৃত ভাষাৰ শব্দই প্ৰাকৃত

আৰু অপভ্ৰংশৰ মাজেদি সৰকি যাওঁতে মূলৰ লগত থকা সাদৃশ্যও হেৰুৱাইছে। যেনে —স্থান শব্দটো সংস্কৃত; কিন্তু তাৰ ৰূপান্তৰ ঘটি প্ৰাকৃত আৰু অপভ্ৰংশৰ মাজেদি অসমীয়া ভাষাত ঠাই শব্দৰ প্ৰচলন হৈছে। স্থান > ঠাম > ঠাৱ > ঠাই। স্থৰ পৰিবৰ্তে ঠ, নৰ পৰিবৰ্তে ম > ৱ > ই হোৱা কাৰণে আখৰ-জোটনিৰ ক্ষেত্ৰত বিভ্ৰাট সৃষ্টি হোৱা যেন লাগে। ঐতিহাসিক পৰিবৰ্তন বা পৰম্পৰা সম্পৰ্কীয় এনেধৰণৰ উদাহৰণ ব্যাকৰণত বহু পৰিমাণে নহ'লেও কিছু পৰিমাণে থাকিব লাগে। ভেঁটি, মাটি প্ৰভৃতি শব্দৰ সংস্কৃত মূল ভিত্তি, মৃত্তিকা আদিত হোৱা বৰ্ণৰ এনে পৰিবৰ্তনো ভাষাৰ ঐতিহাসিক পৰিবৰ্তনৰে উদাহৰণ।

৫) সিদ্ধ হেমচন্দ্ৰৰ (খ্ৰী: ১২ শতিকা) পাছত প্ৰাকৃত আৰু অপভ্ৰংশ ভাষাৰ ব্যাকৰণ সম্বন্ধীয় গ্ৰন্থ ৰচনা সম্ভৱত: হোৱা নাছিল। বৰ্তমান উত্তৰ ভাৰতীয় ভাষাসমূহৰ ব্যাকৰণ ইংৰাজসকলৰ শাসন কালতহে ৰচনা কৰা হৈছে। খ্ৰী: ১২ শতিকাৰ পৰা ১৮ শতিকালৈকে মাজৰ ছশ বছৰত হোৱা ভাষাৰ পৰিবৰ্তনৰ চিত্ৰও বৰ্তমান প্ৰচলিত ভাষাটো জানিবৰ কাৰণে চকুৰ আগত লাগে। সেই বাবে এই ছশ বছৰৰ ভিতৰত ৰচনা হোৱা সাহিত্যসমূহৰ ব্যাকৰণ গ্ৰন্থ নাথাকিলেও ব্যাকৰণ সম্বন্ধীয় বিশ্লেষণৰ প্ৰয়োজন অস্বীকাৰ কৰিব নোৱাৰি। গতিকে প্ৰাক্ বৃটিছ-কালীন অসমীয়া ভাষাৰ ব্যাকৰণ সুকীয়াকৈ নোহোৱা পৰ্যন্ত বৰ্তমান প্ৰচলিত ভাষাৰ ব্যাকৰণতে সেই যুগৰ ব্যাকৰণ সম্বন্ধেও কিছু বিচাৰ-বিশ্লেষণ হ'ব লাগে। পুৰণি অসমীয়া ভাষাত যিবোৰ লক্ষণ আছিল, সেইবোৰৰ কিছুমান বৰ্তমান সাহিত্যিক ভাষাত স্বীকৃত নহ'লেও লোক-ভাষাত চলি আছে। ভাষাতাত্ত্বিক গৱেষণাৰ ক্ষেত্ৰত প্ৰয়োজনীয় এই শ্ৰেণীৰ লক্ষণবো উল্লেখ বৰ্তমান ব্যাকৰণত হ'ব লাগে। যেনে —পুৰণি অসমীয়া —খাইলেক, দিলেক যথাক্ৰমে খাইলা, দিলা; খাইলে, দিলে; খালে, দিলে হৈছে; কিন্তু নামনি অসমত খালাক (খাইলাক), দিলাক প্ৰয়োগ কথিত ভাষাত এতিয়াও হয়।

বৰ্তমান প্ৰচলিত ব্যাকৰণসমূহ প্ৰধান ভাবে সংস্কৃত আৰু ইংৰাজী ব্যাকৰণৰ আহিত ৰচনা কৰা হৈছে। এই দুয়োটা ভাষাবে বিচাৰ-পদ্ধতি উন্নত হ'লেও অসমীয়া ভাষাৰ নিজ বৈশিষ্ট্যলৈ চকু ৰাখি কিছু সুকীয়া ধৰণেও বিচাৰ-বিশ্লেষণ কৰিব লগীয়া কথা আছে। এনে স্থলত সংস্কৃত ব্যাকৰণত অপ্ৰচলিত শব্দও আনি ব্যৱহাৰ কৰিব পাৰোঁ। যেনে —সংস্কৃত ব্যাকৰণত অব্যয় শব্দৰ বিপৰীত ধৰ্মী শব্দসমূহক এটা শ্ৰেণীত ধৰি তাৰ বাবে এটা সুকীয়া নাম দিয়া নাই; কিন্তু সংস্কৃত ব্যাকৰণত নাই বুলিয়েই অসমীয়া ব্যাকৰণতো হ'ব নালাগিব এনে কথা হ'ব নোৱাৰে। এই ক্ষেত্ৰত অব্যয়ৰ বিপৰীত ধৰ্মী সব্যয় শব্দও তত্

নহয়। কিয়নো সত্বায় বুলিলে মূল শব্দটোৰে কিছু অংশ হ্ৰাস পোৱাহে বুজায়। প্ৰত্যয় বা বিভক্তি আদি যোগ হৈ বৃদ্ধি পোৱাটো নুবুজাব। প্ৰকৃততে পৰিবৰ্তন ঘটিব পৰা আৰু নোৱৰা অৰ্থতহে শব্দৰ শ্ৰেণী বিভাগ কৰিবলৈ যাওঁতে এক পক্ষীয় ভাবে অব্যয় শব্দটো গ্ৰহণ কৰা হ'ল। পৰিবৰ্তন বা বিকাৰ হোৱা অৰ্থত বিকাৰী আৰু পৰিবৰ্তনহীন বা বিকাৰহীন অৰ্থত অবিকাৰী শব্দ গ্ৰহণ কৰিলে বিশ্লেষণ কৰি দেখুৱাবলৈ সুবিধা হয়। সেইদৰে অৰ্থ থকা আৰু অৰ্থ নথকা এই দুটা ভাগ বুজাবৰ কাৰণে সাৰ্থক আৰু অসাৰ্থক শব্দ দুটা গ্ৰহণ কৰিব পাৰি। হিন্দী-ব্যাকৰণত এই ধৰণৰ নতুন শব্দ ব্যৱহাৰ কৰিছে। আমিও এনে দৰে প্ৰয়োজন বুজি নতুন শব্দ ব্যৱহাৰ কৰাটো উচিত বুলি ভাবোঁ। তথাপি বিশেষ প্ৰয়োজন নহ'লে পুৰণি শব্দ ত্যাগ কৰি নতুন শব্দৰ প্ৰয়োগ নকৰাই ভাল। নতুন শব্দ ব্যৱহাৰৰ ক্ষেত্ৰতো কিছু দিনলৈ নতুন শব্দৰ লগত পুৰণি শব্দৰ সম্পৰ্ক ৰাখিব লাগে। তাকে নকৰিলে সাধাৰণ পাঠকে বিষয়-বস্তু বুজিবলৈ টান পায়। গোটেই বস্তুটোকে সংৰক্ষণশীল অথবা উগ্ৰ পৰিবৰ্তনবাদী দৃষ্টিভংগিৰে নাচাই পাৰস্পৰিক বুজাবুজিৰ দৃষ্টিৰে চালেহে আমাৰ বিশ্লেষণ কাৰ্যত সহায় হ'ব। এই ক্ষেত্ৰত বিস্তৃত আৰু সূক্ষ্ম অধ্যয়ন নহ'লে সময়োপযোগী এখন পূৰ্ণাংগ ব্যাকৰণ ৰচনা কৰাটো সম্ভৱ নহয়। **অসমীয়া ব্যাকৰণৰ ৰূপৰেখাত** এনে এখন নতুন আৰু সময়োপযোগী ব্যাকৰণ ৰচনাৰ কাৰণে পৰিৱেশ সৃষ্টিৰহে চেষ্টা কৰা হৈছে। সেই বাবে কিছুমান কথা সংক্ষেপতে কোৱা হৈছে। ভৱিষ্যতে প্ৰয়োজন বুজি কিছু বহলাই অধিক সহজ বোধগম্য কৰিব পৰা হ'ব। সুধীসকলে দোষ-ত্ৰুটি দেখুৱাই দিলে নতুন ৰূপত এই ব্যাকৰণকে মানবিশিষ্ট ব্যাকৰণলৈ ৰূপান্তৰিত কৰাটো সহজ হৈ পৰিব। অধিক সূত্ৰৰ সংখ্যা বৃদ্ধি কৰি ব্যাকৰণক কঠিন ৰূপত দাঙিধৰাৰ চেষ্টা এই ক্ষেত্ৰত কৰা হোৱা নাই। সংস্কৃত ভাষাত প্ৰচলিত বহুত শব্দ আৰু প্ৰত্যয় সম্বন্ধীয় নিয়ম জানিলে ভাল যদিও, সেই সম্বন্ধীয় জটিলতাৰ পৰা যথা সম্ভৱ এৰাই চলাৰ যত্ন কৰা হৈছে। অসমীয়া ভালকৈ জানিলে প্ৰয়োজনীয় সংস্কৃত ভাষাৰ কথাখিনি সংস্কৃত ব্যাকৰণৰ পৰাও খৰচি মাৰি শিকিব পাৰিব। অসমীয়া ভাষাৰ সাধাৰণ বৈয়াকৰণিক জ্ঞান নথকা এজন ছাত্ৰক সংস্কৃত ব্যাকৰণৰ সূক্ষ্ম বিচাৰৰ জালত পেলাইদিয়া বা বন্দাই অসমীয়া ভাষা শিকাত সহায় কৰে যেন ধাৰণা নহয়।

ভাষা-শিক্ষক ৰূপেই চাকৰি-জীৱন শেষ কৰা অভিজ্ঞতাৰে ওপৰত উল্লেখ কৰা কথাবোৰলৈ চকু ৰাখি চুটিকৈ এই পুথি লিখা হৈছে। কম সময়ৰ ভিতৰত ৰচনা কৰাৰ উপৰিও অজ্ঞতাজনিত ভুল-ত্ৰুটি থাকি যোৱাটো স্বাভাৱিক। অনিচ্ছাকৃত এনে দোষৰ বাবে পাঠকসকলৰ ওচৰত ক্ষমা বিচৰা হ'ল। লগতে ভৱিষ্যতলৈ বিজ্ঞজনৰ পৰা পৰামৰ্শ পাম বুলিও আশা কৰা হ'ল।

**কৃতজ্ঞতা জ্ঞাপন** —যোৰহাটৰ জগন্নাথবৰুৱা মহাবিদ্যালয়ৰ সংস্কৃত বিভাগৰ মুখ্য অধ্যাপক শ্ৰীযুত ভৱকৃষ্ণ মিশ্ৰ আৰু সৰ্বজন পৰিচিত সাহিত্যসেৱী তথা শিক্ষাব্ৰতী আব্দুছ ছাত্তাৰ এই দুয়োজনেই পাণ্ডুলিপি পঢ়ি চাই উপযুক্ত পৰামৰ্শ দি আমাক উৎসাহিত কৰিছে। যোৰহাটৰ প্ৰশিক্ষণ মহাবিদ্যালয়ৰ অধ্যক্ষ শ্ৰীযুত মৃদপৱন গোস্বামীদেৱৰ পৰাও এই ক্ষেত্ৰত যথেষ্ট উৎসাহ পাই আহিছোঁ। জগন্নাথ-বৰুৱা মহাবিদ্যালয়ৰ সংস্কৃত বিভাগৰ অধ্যাপিকা শ্ৰীমতী কেশদা মহন্তৰ পৰা সংস্কৃত-ব্যাকৰণগ্ৰন্থ আৰু সেই সম্বন্ধীয় দুই-চাৰিটা কথাৰ সহায় পাইছোঁ। এই সকলোৰে প্ৰতি অকৃত্ৰিম শ্ৰদ্ধা আৰু কৃতজ্ঞতা জ্ঞাপন কৰা হ'ল। অৱশেষত এই ব্যাকৰণ প্ৰকাশৰ ক্ষেত্ৰত পাই অহা সহযোগিতাৰ বাবে পূৰ্বশ্ৰী অফচেট্ প্ৰিণ্টাৰ্ছৰ স্বত্বাধিকাৰী শ্ৰীযুত শিৱপ্ৰসাদ বৰুৱালৈকো কৃতজ্ঞতা জ্ঞাপন কৰা হ'ল। ইতি

নিবেদক—ৰাপচন্দ্ৰ মহন্ত
নলোৎসৱ, ইং ২৫-৮-৮৯

# অসমীয়া ব্যাকৰণৰ ৰূপৰেখা

## বিষয়-সূচী

লেখকৰ নিবেদন ঃ—ক--ছ পৃষ্ঠা

০০০০

# অসমীয়া ব্যাকৰণৰ ৰূপৰেখা

## প্ৰথম ভাগ

## ধ্বনি-বিচাৰ

১। **ব্যাকৰণৰ স্বৰূপ**—ভাষা কি বস্তু, সেই কথা সাধাৰণ ভাৱে সকলো মানুহেই জানে আৰু অভ্যাসবশতঃ সকলো মানুহেই নিজৰ মাতৃভাষাৰ জ্ঞানো লাভ কৰে; কিন্তু এইদৰে লাভ কৰা জ্ঞানৰ সহায়েৰে আন মানুহক নিজৰ মাতৃভাষাটোও ভালকৈ শিকাব নোৱাৰি। পাৰস্পৰিক আদান-প্ৰদানৰ যোগেদি সাধাৰণ কাম চলোৱা জ্ঞান কেইবাটাও ভাষাতে এজন মানুহৰ হ'ব পাৰে। পিছে সমাজৰ সকলো স্তৰৰ মানুহৰ কাৰণে এই শ্ৰেণীৰ ভাষাজ্ঞানেই যথেষ্ট নহয়। বহুত ওপৰ খাপৰ ভাব আদান-প্ৰদান কৰিবৰ কাৰণে বা উচ্চ স্তৰৰ জ্ঞানৰ বাহকৰূপে ভাষা জানিবৰ কাৰণে ভাষাৰ লক্ষণবোৰৰ বিষয়ে তন্ন তন্নকৈ বিচাৰ কৰি চোৱাৰ প্ৰয়োজন হয়। এইদৰে বিচাৰ কৰি চাই ভাষা সম্বন্ধে যিবোৰ নিয়ম বাছি উলিওৱা হয়, সেই নিয়মবোৰক বহল অৰ্থত ভাষা-তত্ত্ব বুলিব পাৰি। ভাষাতত্ত্বই পৃথিৱীৰ সকলো ধৰণৰ ভাষাসমূহৰ নিয়ম সম্বন্ধে বিচাৰ কৰে; কিন্তু ব্যাকৰণে এটা বিশেষ ভাষাৰ নিয়মসমূহৰ ওপৰতহে বেছি গুৰুত্ব দিয়ে। সেই বাবে ব্যাকৰণ বোলাৰ লগে লগেই কোন ভাষাৰ ব্যাকৰণ, এই প্ৰশ্নটো মনলৈ আহে। ভাষাতত্ত্ব বা ভাষাবিজ্ঞান বুলিলে সকলো শ্ৰেণীৰে ভাষাক সামৰি লোৱা ভাবটো প্ৰধান হৈ থাকে।

২। **ব্যাকৰণ আৰু অন্যান্য বিষয়**—ভাষা বুলিলে মাইকৈ কাণেৰে শুনা মানুহৰ মুখৰ মাতকে বুজায়। মাতকে ধ্বনি বুলিও কোৱা হয়। ধ্বনিৰ বিষয়ে বৈজ্ঞানিক পদ্ধতিৰে কৰা বিচাৰকে ধ্বনি-বিজ্ঞান বা ধ্বনি-তত্ত্বও বোলে। ব্যাকৰণৰ বহুত কথাই এই ধ্বনিতত্ত্বৰ ওপৰতো নিৰ্ভৰ কৰে। বহল অৰ্থত ধ্বনিতত্ত্ব আৰু ব্যাকৰণ দুয়োটাই ভাষাতত্ত্বৰ ভিতৰৰ বস্তু। স্থান, কাল আৰু সমাজভেদে একেটা ভাষাৰে নিয়মসমূহৰ কিছু সালসলনি ঘটা দেখা যায়। ভাষাৰ এনে সাল-সলনি বা পৰিবৰ্তনৰ ধাৰাটোকে ভাষাৰ বুৰঞ্জী বোলা হয়। সমাজৰ বুৰঞ্জীৰ লগতে ভাষাৰ বুৰঞ্জীও জড়িত হৈ থাকে। পতিকে ভাষা ভালকৈ জানিবলৈ হ'লে দেশৰ সামাজিক, সাংস্কৃতিক আৰু ৰাজনৈতিক বুৰঞ্জী জনাটো প্ৰয়োজন হয়।

**৩। ব্যাকৰণৰ ক্ষেত্ৰ** —সকলো ভাষা সমান পৰ্যায়ৰ জ্ঞানৰ বাহক আৰু ব্যাপক নহয়। কিছুমান ভাষা ব্যৱহাৰ কৰা মানুহৰ সংখ্যা বৰ কম আৰু এটা সৰু অঞ্চলতে তাৰ প্ৰচলন সীমাবদ্ধ। কিছুমান ভাষাৰ প্ৰচলন বহুত দেশত আৰু বহুত বেছি সংখ্যক মানুহৰ মাজত হৈ আহিছে। কিছুমান ভাষাত বিবিধ বিষয়ৰ অলেখ লিখিত গ্ৰন্থ পোৱা যায় আৰু কিছুমান ভাষাই লিখিত ৰূপ লোৱা নাই অথবা লিখিত ৰূপ ল'লেও, সেই ক্ষেত্ৰত বেছি আগবঢ়া নাই। এনে স্থলত সকলো ভাষাৰে ভাব প্ৰকাশ কৰিবপৰা ক্ষমতা আৰু ধৰণ একে হুবহু হ'ব নোৱাৰে। আচলতে বহুত দেশত প্ৰচলিত আৰু সাহিত্যত চহকী এটা ভাষাৰ যিটো লিখিত ৰূপ সিও সেইটো ভাষা ব্যৱহাৰ কৰা সকলো মানুহৰে কথিত ৰূপ নহয়। শিষ্ট সমাজত প্ৰচলিত মাৰ্জিত ভাষা আৰু সাধাৰণতে ঘৰ'ৱা কথাত ব্যৱহাৰ কৰা ভাষাৰ মাজতো বহুত পাৰ্থক্য থাকিব পাৰে। শিষ্ট সমাজত প্ৰচলিত ভাষাই লিখিত ৰূপ লৈ অলিখিত বহুত কথিত ৰূপৰ প্ৰতিনিধিত্ব কৰে। ব্যাকৰণে শিষ্ট সমাজত প্ৰচলিত লিখিত ভাষাটোৰহে নিয়মসমূহৰ বিচাৰ কৰে। একোটা ভাষাৰে বহুত কথিত ৰূপ থাকিলে, সেই ৰূপবিলাকৰ সকলো নিয়ম ব্যাকৰণে সামৰি ল'ব নোৱাৰে। গতিকে লিখিত ভাষাৰ নিয়মাৱলীকহে ব্যাকৰণ বোলা হয়।

**৪। ভাষাৰ স্বৰূপ** —ভাব আৰু আচৰণ এই দুটা বস্তু জীৱনৰ দুটা প্ৰধান দিশ। ইহঁতৰ এটা আনটোৰ লগত এৰাব নোৱৰাকৈ লাগি আছে। এই দুয়োটা দিশতে এজন মানুহ সমাজৰ অন্যান্য মানুহৰ লগত জড়িত হৈ পৰে। আচৰণৰ মূলতে সূক্ষ্ম ৰূপত ভাব লুকাই থাকে। ভাষাক আচৰণ আৰু ভাবৰ মধ্যস্থ ৰূপ বুলিব পাৰি। ভাষাই ভাবক আচৰণমুখী কৰে আৰু এজনৰ মনৰ ভাবক অন্য এজন বা বহুজনৰ মনৰ ভাবৰ লগত মিলাই দিব পাৰে। এইদৰে ভাষাৰ যোগেদি বহুজনৰ মাজত মানসিক একতা গঢ় লৈ উঠিব পাৰে। এই একতাই সামাজিক বিকাশৰ বাট উলিয়ায়। ভাষাৰ সহায়েৰেই মানুহ সাংস্কৃতিক বলৰ অধিকাৰী হৈ উন্নতিৰ পথত আগবাঢ়ি যাবলৈ সমৰ্থ হৈছে। সেই কাৰণে এটা বিকশিত ভাষাই সেই ভাষা ব্যৱহাৰ কৰা লোকসকলৰ বুদ্ধি আৰু আচৰণ উভয় দিশতে যোৱা উন্নতিৰ পৰিচয় দাঙি ধৰিব পাৰে।

ভাষাক ভাব আদান প্ৰদানৰ উপায় বুলি ক'লে আচৰণো ভাষাৰ সীমাৰ ভিতৰলৈ আহিব পাৰে। বহল অৰ্থত ভাষাক কিছুমান সংকেতৰ সমষ্টি বুলিব পাৰি। এই সংকেতবোৰ কেৱল মুখৰ মাতত্তে সীমাবদ্ধ নহয়। মানুহৰ নানা শ্ৰেণীৰ শাৰীৰিক ভংগী বা আচৰণেও মনৰ ভাব প্ৰকাশ কৰে। এনে ধৰণৰ

শাৰীৰিক প্ৰচেষ্টাসমূহৰ নিয়ম সম্বন্ধে বিচাৰ কৰাটো ব্যাকৰণৰ বিষয় নহয়। ব্যাকৰণৰ বিষয় ৰূপে গ্ৰহণ কৰিবপৰা ভাষাৰ স্বৰূপ সম্বন্ধে তলত বিচাৰ কৰা হৈছে।

ভাষা অৰ্থাৎ ভাব প্ৰকাশ কৰিব পৰা সংকেত

- দৃশ্য ( চকুৰে দেখা শাৰীৰিক প্ৰচেষ্টা )
  - ক) জীৱিকাৰ উদ্দেশ্যে বা আনন্দ লাভৰ উদ্দেশ্যে কৰা প্ৰচেষ্টা,
  - খ) কেৱল ভাবপ্ৰকাশৰ প্ৰচেষ্টা,
- শ্ৰব্য (কাণেৰে শুনা)

খ) ভাগকো দুটা ভাগত ভগাব পাৰি। এটা ভাগত কিছুমান সাংকেতিক চিন ( × ÷ + − √ ইত্যাদি ) আৰু আনটো ভাগত ধ্বনিসূচক চিন বা আখৰসমূহক ধৰিব পাৰি।

শ্ৰব্যসংকেতক তলত দিয়া ধৰণে বিভক্ত কৰিব পাৰি।

কথিত ভাষা

- কেৱল কথিত
- কথিত আৰু লিখিত (শ্ৰব্য আৰু দৃশ্য)

কথিত আৰু লিখিত ভাষাৰ ৰূপটোৱেই ব্যাকৰণৰ আলোচনাৰ বিষয়। এই ক্ষেত্ৰত দৃশ্য সংকেতৰ খ) ভাগটোৰ সহায় লোৱা হয়। কথিত ভাষাক এই ভাগৰ সহায়েৰে লিখিত ৰূপ দিয়া হয়।

জীৱিকাৰ উদ্দেশ্যে কৰা সকলো কাম বা শাৰীৰিক প্ৰচেষ্টাকে চকুৰে দেখিলে কাম কৰা মানুহজনৰ মনৰ ভাব বা উদ্দেশ্য বুজিব পৰা যায়। মূৰ্ত্তি, চিত্ৰ, নৃত্য আদি কলাই কলাকাৰজনৰ মনৰ ভাব প্ৰকাশ কৰে। গতিকে চকুৰে দেখা মানৱীয় প্ৰচেষ্টাসমূহকো সূক্ষ্ম মনোভাৱৰ বহিৰ্প্ৰকাশ বুলি ধৰিব পাৰি। গণিতত ব্যৱহাৰ কৰা চিন আৰু পথৰ মটৰৰ কাৰণে বাটত দিয়া সংকেতবোৰেও কাণেৰে শুনা ভাষাৰ দৰেই মানুহক স্পষ্ট নিৰ্দেশ দিব পাৰে। সেইবোৰক এক শ্ৰেণীৰ নীৰৱ ভাষা বা দৃশ্য ভাষাও বুলিব পাৰি। মানুহৰ ভাব কোনো শ্ৰেণীৰ ভাষাই সম্পূৰ্ণ ৰূপে প্ৰকাশ কৰিব নোৱাৰে। তথাপি লিখিত আৰু কথিত দুয়ো শ্ৰেণীৰ সংকেত এটা আনটোৰ পৰিপূৰক বা সহায়ক ৰূপে ব্যৱহাৰ কৰা হয়।

অনুশীলনী —১

১) ব্যাকৰণ বুলিলে কি বুজা? ভাষাৰ লগত তাৰ সম্পৰ্ক দেখুৱাই ব্যাকৰণৰ স্বৰূপ আৰু ক্ষেত্ৰ সম্বন্ধে বিচাৰ দাঙিধৰাঁ।

২) মানৱ-সমাজৰ বিকাশৰ ক্ষেত্ৰত ভাষা আৰু ব্যাকৰণে কেনেকৈ প্ৰভাৱ বিস্তাৰ কৰিব পাৰে? এই বিষয়ে বহলাই আলোচনা কৰাঁ।

৩) উন্নত সমাজৰ ভাষা আৰু অনুন্নত সমাজৰ ভাষাৰ মাজত থকা পাৰ্থক্য-বোৰ কেনে ধৰণৰ? উদাহৰণ দি বুজাই লিখাঁ।

৪) ভাৱপ্ৰকাশৰ উপায়কে ভাষা বুলি ক'লে ভাষাক কেইটাশ্ৰেণীত বিভক্ত কৰিব পাৰি, সেই সম্বন্ধে নিজৰ বিচাৰ দাঙিধৰাঁ।

৫) চমুটোকা লিখাঁ। নীৰৱ ভাষা, দৃশ্য সংকেত, পৰিপূৰক সংকেত, ধ্বনি-সূচক চিন।

০০০০

৫। **ব্যাকৰণৰ শব্দ** —ভাৱপ্ৰকাশৰ কাৰণে ধ্বনিসূচক চিন বা আখৰৰ ব্যৱহাৰ সম্বন্ধে আগতে উল্লেখ কৰা হৈছে। ভাৱপ্ৰকাশৰ বাবে ব্যৱহাৰ কৰা মানুহৰ মুখৰ মাত বা শব্দ প্ৰথম স্তৰৰ সংকেত। ধ্বনিসূচক চিন বা আখৰবোৰ শব্দ বুজোৱা সংকেত। গতিকে আখৰবোৰক ভাৱপ্ৰকাশৰ কাৰণে ব্যৱহাৰ কৰা দ্বিতীয় স্তৰৰ সংকেত বুলিহে ধৰিব পাৰি। এই দুয়ো শ্ৰেণীৰ সংকেত (মুখৰ মাত বা শব্দ আৰু আখৰ) স্থান বা দেশ, কাল আৰু সমাজভেদে সুকীয়া সুকীয়া হ'ব পাৰে। তথাপি সকলো স্থান, কাল আৰু সমাজতে শব্দ-সংকেতৰ ওপৰত নিৰ্ভৰ কৰিহে বৰ্ণ সংকেত গঢ় দিয়া হয়। সেই বাবে শব্দ-সংকেতৰ বিষয়ে প্ৰথমতে আলোচনা কৰা হৈছে.

কাণেৰে শুনা শব্দ বা শ্ৰব্য সংকেত

- মানুহৰ মুখৰ মাত
  - (ভাব বুজিব পৰা বা অৰ্থ থকা)
  - (ভাব বুজিব নোৱৰা বা অৰ্থ নথকা)
- অন্য জীৱ-জন্তুৰ মাত আৰু প্ৰাকৃতিক শব্দ

এটা শব্দৰ ভাব বুজিবৰ কাৰণে বা অৰ্থ গ্ৰহণ কৰিবৰ কাৰণে মানসিক সংস্কাৰৰ ওপৰত নিৰ্ভৰ কৰিব লগীয়া হয়। মানসিক সংস্কাৰবোৰে আকৌ অভ্যাসৰ ওপৰত নিৰ্ভৰ কৰে। পৃথক্ ভাষা আৰু পৃথক্ প্ৰসংগত একেটা শব্দৰ অৰ্থ সুকীয়া হোৱাৰ মূলতেও এনে সংস্কাৰ আৰু অভ্যাসৰ প্ৰভাৱ আছে। যেনে — 'বেদ্' এই শব্দটো শুনিলে প্ৰসংগ আৰু সংস্কাৰ ভেদে প্ৰাচীন সাহিত্য 'বেদ' আৰু 'বিচনা' এই দুটা ভাব মনলৈ আহিব পাৰে। কথাৰ মাজত সৰকৈ ইংৰাজী শব্দ মিহলাই কোৱা মানুহৰ মুখত 'কল দিছে' বুলিলে প্ৰসংগ জনা নাথাকিলে মাতিছেনে, খোৱা কল দিছে —ধৰা টান হৈ পৰে। গতিকে অৰ্থ গ্ৰহণৰ ক্ষেত্ৰত প্ৰসংগৰ গুৰুত্বও কম নহয়।

স্থান, কাল, সমাজ আৰু প্ৰসংগভেদে পৃথক্ পৃথক্ ভাব গ্ৰহণ কৰিব পৰা মানুহৰ মুখৰ যিটো মাত খণ্ডিত নোহোৱাকৈ শুনা যায় বা মাজত উশাহ সলনি নকৰাকৈ অখণ্ডিত ভাবে উচ্চাৰণ কৰা যায়, তাকে ব্যাকৰণত 'শব্দ' বুলি ধৰি লোৱা হয়। অভ্যাসবশতঃ কিছুমান জীৱ-জন্তুৰ মাত আৰু প্ৰাকৃতিক শব্দৰ লগতো ভাবৰ সম্বন্ধ স্থাপন হয়; কিন্তু সেইবোৰ সিমান স্পষ্ট নহয়া বাবে ব্যাকৰণৰ বিচাৰ-ক্ষেত্ৰত সেইবিলাকৰ স্থান গৌণ। তেনেকৈয়ে অৰ্থ প্ৰকাশ কৰিব নোৱৰা মানহৰ মুখৰ মাতকো ব্যাকৰণত শব্দ বুলি ধৰা নহয়।

**৬। শব্দাৰ্থ, ভাবাৰ্থ আৰু সাৰ্থক শব্দ** —ভাষাৰ উদ্দেশ্য ভাবৰ আদান-প্ৰদান কৰা। যিবোৰ শব্দই এই উদ্দেশ্য সিদ্ধি কৰিব পাৰে, সেইবোৰ শব্দকে সাৰ্থক শব্দ বুলিব পাৰি। উদ্দেশ্য সিদ্ধি কৰিব পৰা গুণটোৰ নামেই অৰ্থ। উদ্দেশ্য সিদ্ধিৰ বিপৰীত গুণকে অনৰ্থ বোলে। উদ্দেশ্য সিদ্ধি কৰিবলৈ অক্ষম হ'লে তাক অসাৰ্থক বুলি কোৱা হয়। গতিকে ভাব প্ৰকাশ কৰিব পৰা বা অৰ্থ-পূৰ্ণ শব্দক সাৰ্থক শব্দ আৰু ভাব প্ৰকাশ কৰিব নোৱৰা অৰ্থহীন শব্দক অসাৰ্থক শব্দ বুলিব পাৰি। সাৰ্থক শব্দহে ভাষাৰ উপাদান কাৰণে ব্যাকৰণৰ বিষয়ৰ ভিতৰত পৰে।

প্ৰসংগভেদে একেটা শব্দৰে অৰ্থ কিছু সুকীয়া হ'ব পাৰে। এই দৃষ্টিত অৰ্থক বস্তু বা চিত্ৰপ্ৰধান আৰু ভাবপ্ৰধান এই দুটা ভাগত ভগাব পাৰি। কিছুমান শব্দৰ অৰ্থত বস্তুপ্ৰধান আৰু ভাবপ্ৰধান দুটা স্তৰ থাকে। যেনে —গৰু শব্দটোৱে চাৰিঠেঙীয়া জন্তুটো বুজালে শব্দটোৰ অৰ্থ বস্তুপ্ৰধান হয়; কিন্তু মূৰ্খ বুজাবৰ কাৰণে গৰু শব্দটো প্ৰয়োগ কৰিলে তাৰ অৰ্থ ভাবপ্ৰধান হয়। সেই দৰে সাধুতা, গৌৰৱ, শান্তি প্ৰভৃতি শব্দৰ অৰ্থ বস্তুপ্ৰধান বা চিত্ৰপ্ৰধান নহয়, ভাবপ্ৰধানহে। বস্তুপ্ৰধান অৰ্থক সাধাৰণতে শব্দাৰ্থ আৰু ভাবপ্ৰধান অৰ্থক সাধাৰণতে ভাবাৰ্থ বোলা হয়। এই সম্বন্ধে পাছত বহলাই বিচাৰ কৰা হ'ব। শব্দাৰ্থ

বা ভাবাৰ্থ প্ৰকাশ কৰিব পৰা সকলো শ্ৰেণীৰ শব্দ বুজাবৰ কাৰণে আমি ইয়াত 'সাথক শব্দ'টো এটা পাৰিভাষিক শব্দৰ দৰে গ্ৰহণ কৰিছোঁ।

৭। **শব্দ সংকেতৰ স্বৰূপ :—** অৰ্থৰ দৃষ্টিত শব্দৰ স্বৰূপ সম্বন্ধে বিচাৰ কৰাৰ লগতে অৰ্থৰ সংকেত শব্দৰ (মুখৰ মাত বা ভাষাৰ) স্বৰূপ সম্বন্ধেও বিচাৰ কৰা আৱশ্যক। অৰ্থটো বুদ্ধিজনিত সূক্ষ্ম বস্তু; কিন্তু শব্দটো ইন্দ্ৰিয়গ্ৰাহ্য স্থূল বস্তু। সেইবাবে শব্দৰ স্বৰূপ সম্বন্ধে আধুনিক বিজ্ঞানৰ সিদ্ধান্তৰ ভিত্তিত বিচাৰ কৰি চোৱাৰ সুবিধা আছে। তলত এই বিষয়ে এটা চমু আলোচনা দাঙি ধৰা হৈছে।

ক) বক্তাৰ মুখৰ মাত শব্দবোৰে শ্ৰোতাৰ কাণত সোমাই বক্তা আৰু শ্ৰোতাৰ মনৰ ভাবৰ লগত সম্পৰ্ক স্থাপন কৰে। বক্তা আৰু শ্ৰোতা উভয়ৰে মাজত থকা বায়ুমণ্ডলত এই মাত বা শব্দই কম্পন বা ঢৌ সৃষ্টি কৰে। এই ঢৌবোৰ অতি সৰু। প্ৰতি চেকেণ্ডত উঠিব পৰা অতি কম সংখ্যক ঢৌ আৰু অতি বেছি ২০ হেজাৰ ঢৌৰ মাজৰ অৱস্থাত শব্দৰ অনুভৱ হয়। প্ৰতি চেকেণ্ডত হোৱা কম্পন বা ঢৌৰ সংখ্যা ৯০ ৰ পৰা দহ হেজাৰৰ ভিতৰত হ'লে শব্দটো কেৱল বুজিব পৰা হয়; কিন্তু অতি স্পষ্টকৈ বুজিব পৰা হ'বৰ কাৰণে প্ৰতি চেকেণ্ডত কম্পনৰ সংখ্যা দুশৰ পৰা দুহেজাৰৰ ভিতৰত হ'ব লাগে।

খ) বায়ুমণ্ডলত সৃষ্টি হোৱা কম্পনবোৰে কাণৰ ভিতৰৰ পাতল পৰ্দাখনতো কম্পন সৃষ্টি কৰে। মস্তিষ্কই এই কম্পন উপলব্ধি কৰে। মস্তিষ্কই উপলব্ধি কৰা কম্পনবোধক ধ্বনি বুলি কোৱা হয়। সাধাৰণ কথাত আমি যাক কাণেৰে শুনা শব্দ বুলি কওঁ (ব্যাকৰণত আলোচনা কৰা লিখা শব্দৰ কথা এইখিনিত কোৱা নাই), সেইবোৰ এই শ্ৰেণীৰ ধ্বনিৰ সমষ্টি মাত্ৰ। গতিকে ব্যাকৰণৰ বিষয়-বস্তু সাৰ্থক শব্দ আৰু অন্যান্য অসাৰ্থক শব্দ এই সকলোৰে যে মূল উপাদান ধ্বনিহে এই কথা মনত ৰাখিব লাগিব।

ব্যাকৰণৰ ভাষা সম্বন্ধীয় নিয়মসমূহে বহুত ক্ষেত্ৰত ধ্বনিৰ বিশ্লেষণৰ ওপৰত নিৰ্ভৰ কৰে। তথাপি অতি সূক্ষ্ম কিছুমান ধ্বনিগত পাৰ্থক্য দেখুৱাবলৈ ব্যাকৰণ সমৰ্থ নহয়। ভাষাৰ লিখিত ৰূপটোৰ ওপৰত নিৰ্ভৰ কৰিবলগীয়া হোৱা কাৰণেই ব্যাকৰণে এনে সূক্ষ্মতা ৰক্ষা কৰিব নোৱাৰে। লিখিত ভাষাটো কথিত ভাষাৰ প্ৰতীকহে। প্ৰতীকত প্ৰকৃত বস্তুৰ সকলো ধৰ্ম বা গুণ প্ৰকাশ পাব নোৱাৰে। ধ্বনিৰ প্ৰতীক লিখিত ৰূপ বৰ্ণ একে হ'লেও, তাৰ কাণেৰে শুনা শব্দটো ব্যক্তি ভেদে কিছু পৰিমাণে পৃথকীয়া হয়। সকলো বক্তাৰে মুখৰ পৰা ওলোৱা মাত বা শব্দই বায়ুমণ্ডলত সম্পূৰ্ণ একে ধৰণৰ কম্পন সৃষ্টি নকৰে। ব্যক্তিভেদে আৰু প্ৰদেশভেদে একেটা বৰ্ণৰে উচ্চাৰণ পৃথক্ হোৱাৰ এইটোৱেই কাৰণ। কথাটো স্পষ্ট হ'বৰ কাৰণে এটা উদাহৰণ দিয়া হৈছে। ব্যাকৰণত প এটা বৰ্ণ। লিখিত

ৰূপত এই বৰ্ণটো যিটো ধ্বনিৰ প্ৰতীক, শব্দৰ ভিতৰত সেই ধ্বনিটো সকলোৱে মুখত একে নহয়। প্ৰত্যেকৰে মুখৰ শব্দ ওলোৱা একোটা ধ্বনিৰে কম্পনৰ সংখ্যা আৰু ধৰণ সুকীয়া সুকীয়া। সেই বাবে ব্যাকৰণত বা সাধাৰণ কথাত এটা ধ্বনি বুলিলেও প্ৰকৃততে গ, ক, অ, ব প্ৰভৃতি ধ্বনিসমূহৰ প্ৰতিটোৱেই এটা ধ্বনি নহয়; সাদৃশ্য থকা একে জাতীয় ধ্বনিহে। আমি নিজৰ সুবিধাৰ কাৰণে একে জাতীয় ধ্বনিকে ব্যাকৰণত এটা ধ্বনি বুলি কওঁ।

গ) 'ধ্বনি' শব্দটো অৰ্থপূৰ্ণ বা সাৰ্থক আৰু অৰ্থহীন প্ৰাকৃতিক দুয়োটা ভাবতে ব্যৱহাৰ কৰা হয়। এই দুয়োটাৰ মাজত পাৰ্থক্য দেখুৱাব লগীয়া হ'লে মানুহে ভাষাত ব্যৱহাৰ কৰা সাৰ্থক ধ্বনিক 'ভাষা-ধ্বনি' বুলিও ক'ব পাৰি।

ঘ) ভাষা-ধ্বনিৰ কৃত্ৰিম বিভাজনৰ ওপৰত নিৰ্ভৰ কৰিয়েই ব্যাকৰণে ভাষাৰ নিয়ম নিৰ্ধাৰণ কৰে। ভাষাভেদে লিখিত ৰূপ দিয়া ধ্বনিৰ শ্ৰেণী-বিভাজন সুকীয়া সুকীয়া ধৰণে কৰা হৈছে। গতিকে ব্যাকৰণত কৰা ধ্বনিৰ শ্ৰেণী বিভাজনটো এটা কৃত্ৰিম ব্যৱস্থা। একেটা সাধক ধ্বনিৰ কাৰণে সুকীয়া সুকীয়া ভাষাত সুকীয়া সুকীয়া বৰ্ণৰ ব্যৱহাৰ কৰা হ'ব পাৰে। ভাৰতীয় ভাষাৰ ব্যাকৰণত সাৰ্থক শব্দৰ ধ্বনি বিশ্লেষণ কৰিলে মূল ভাষাধ্বনি আৰু শব্দত থকা সমষ্টি-গত ধ্বনিৰ মাজত বেছি পাৰ্থক্য দেখা নাযায়; কিন্তু ৰোমান বৰ্ণমালাৰ ধ্বনি আৰু সাৰ্থক শব্দৰ ধ্বনিৰ মাজত পাৰ্থক্য বহুত দেখা যায়। এই দৃষ্টিত ইউৰোপীয় ভাষাৰ প্ৰতীক চিনবোৰতকৈ ভাৰতীয় ভাষাৰ প্ৰতীক চিনবোৰ বেছি স্পষ্ট আৰু বৈজ্ঞানিক পদ্ধতিৰে গ্ৰহণ কৰা হৈছে বুলি বুজিব পাৰি।

ঙ) একোটা সাৰ্থক শব্দ এটা ভাষা ধ্বনিও হ'ব পাৰে; কেইবাটাও ভাষা ধ্বনিৰ সমষ্টিও হ'ব পাৰে। যেনে—'ই' এটা ভাষা ধ্বনি; কোনো ব্যক্তিক নিৰ্দিষ্ট কৰি বুজালে 'ই' এটা সাৰ্থক শব্দও হয়। আনহাতে 'মই' এটা সাৰ্থক শব্দ। এই শব্দটোত ম আৰু ই এই দুটা ভাষাধ্বনি একেলগে আছে। কিন্তু একেলগে নাথাকি সুকীয়া সুকীয়াকৈ থাকিলে এটা সাৰ্থক শব্দ হ'ব নোৱাৰে। যেনে— ম, ই। ভাষাক লিখিত ৰূপ নিদিয়াকৈ ব্যাকৰণ ৰচনা কৰিব নোৱাৰি। ব্যাকৰণে ভাষাক কিছুমান ভাষাধ্বনিত বিভক্ত কৰি লোৱাৰ লগতে প্ৰতিটো ভাষা ধ্বনিক একোটা প্ৰতীকৰ সহায়েৰে দৃশ্য ৰূপো দিয়ে। দৃশ্যৰূপ মাত্ৰেই ৰং বা বৰণ যুক্ত। ভাষাধ্বনিৰ বৰ্ণযুক্ত প্ৰতীকক বৰ্ণ বোলা হয়। আনহাতে ভাষাধ্বনি উচ্চাৰণৰ লগে লগেই শেষ হৈ যায় বা ক্ষয়শীল। বৰ্তমান যন্ত্ৰৰ সহায়েৰে ভাষা-ধ্বনিক স্থায়ীকৈ ৰাখিব পৰা হৈছে যদিও, হেজাৰ হেজাৰ বছৰৰ আগতে এনে ধ্বনিক ক্ষয়শীল বা ক্ষৰ বুলিয়েই ধৰা হৈছিল। বৰ্ণই ক্ষৰ ভাষাধ্বনিক স্থায়ী ৰূপ দিয়ে। সেই বাবে ভাষাধ্বনিৰ প্ৰতীকবোৰক অক্ষৰ বুলিও কোৱা হ'ল।

অক্ষৰ শবদৰ পৰা আখৰ শব্দ গঢ় লৈছে। এই আখৰ বা বৰ্ণ লিখিত ভাষাৰ আটাইতকৈ সৰু একক। লিখিত ভাষাত বৰ্ণৰ সাৰ্থক সমষ্টিক সাৰ্থক শব্দ আৰু এনে শবদৰ সাৰ্থক সমষ্টিক বাক্য বোলা হয়।

অনুশীলনী —২

১) কাণেৰে শুনা সকলো শব্দৰে অৰ্থ আছেনে? আৰু অৰ্থ থকা শব্দবোৰৰ ভাব সকলো ক্ষেত্ৰতে একেনে? যদি একে নহয়, তেনে ধৰণৰ কিছুমান শব্দৰ উদাহৰণ দিয়াঁ।

২) মনৰ ভাব, কাণেৰে শুনা শব্দ আৰু শব্দৰ অৰ্থৰ মাজৰ সম্পৰ্কটো কেনে ধৰণৰ হ'ব পাৰে, উদাহৰণ দি বুজোৱাঁ।

৩) সাৰ্থক শব্দ, ভাষাধ্বনি আৰু বৰ্ণৰ সম্পৰ্কটো বুজাই লিখাঁ।

৪) বহুত সময়ত মুখৰ মাতটো শুনি মানুহজন নেদেখাকৈয়ে কাৰ মাত ক'ব পাৰি। ইয়াৰ বৈজ্ঞানিক কাৰণ বিচাৰ কৰাঁ।

৫) চমুটোকা লিখাঁ—শব্দাৰ্থ আৰু ভাবাৰ্থ, বৰ্ণ, ধ্বনিৰ প্ৰতীক, ৰোমান বৰ্ণমালা আৰু ভাৰতীয় বৰ্ণমালাৰ ধ্বনিগত পাৰ্থক্য।

OOOO

**৮। বিবিধ শ্ৰেণীৰ ভাষা** —সকলো ভাষাই ভাব আদান-প্ৰদানৰ মাধ্যম হ'লেও কিছুমান বিশেষত্বলৈ চকু ৰাখি সেইবিলাকক কিছুমান শ্ৰেণীত বিভক্ত কৰা হৈছে। এনে শ্ৰেণীবিভাজনৰ চিত্ৰ তলত দিয়া হৈছে।

ভাষা
- ক) অযোগাত্মক বা স্থান প্ৰধান ভাষা
- যোগাত্মক ভাষা
  - খ) প্ৰশ্লিষ্ট যোগাত্মক
  - গ) শ্লিষ্ট যোগাত্মক
  - ঘ) অশ্লিষ্ট যোগাত্মক

**ক) প্ৰসংগ ভেদে সাৰ্থক শব্দৰ অৰ্থত কিছু পৰিবৰ্ত্তন ঘটাবৰ উদ্দেশ্যে তাৰ লগত অসাৰ্থক ধ্বনি যোগ কৰা হয়। যেনে—'গছ' এটা সাৰ্থক শব্দ; কিন্তু গছ শব্দটোৰ লগত কেতিয়াবা এ, এৰে, লৈ,ৰ প্ৰভৃতি নিজা অৰ্থ নথকা অসাৰ্থক ধ্বনি যোগ দি গছে, গছেৰে, গছলৈ, গছৰ প্ৰভৃতি শব্দ গঢ় দিয়া হয়।**

ভাবপ্ৰকাশৰ কাৰণে এনেদৰে এটা শব্দৰ লগত অন্য ধ্বনি যোগ দিয়া ভাষা-বোৰক 'যোগাত্মক ভাষা' বোলা হয়। যিবোৰ ভাষাত মূল শব্দৰ লগত অন্য ধ্বনি যোগ দিয়া নহয়, সেইবোৰ ভাষাক 'অযোগাত্মক ভাষা' বোলা হয়। সেই-বোৰ ভাষাত শব্দৰ অৰ্থ প্ৰসংগ অনুসৰি সলনি কৰিবৰ কাৰণে অন্য শব্দৰ আগলৈ বা পাছলৈ নি স্থান পৰিবৰ্তন কৰা হয়। শব্দটোৰ ভাবটোৱে স্থান পৰিবৰ্তনৰ ওপৰত নিৰ্ভৰ কৰিব লগীয়া হয়। সেই বাবে এই শ্ৰেণীৰ ভাষাক 'স্থান-প্ৰধান ভাষা' বুলিও কোৱা হয়। 'চীনা ভাষা' এই শ্ৰেণীৰ ভাষাৰ ভিতৰত পৰে।

খ) যোগাত্মক ভাষাত অসাৰ্থক ধ্বনিবোৰ সাৰ্থক শব্দৰ লগত তিনি ধৰণে যোগ হ'ব পাৰে। সাৰ্থক শব্দ আৰু অসাৰ্থক ধ্বনি মিলি এটা নতুন সাৰ্থক শব্দ গঢ় লোৱা বাবে অসাৰ্থক ধ্বনিটো চিনিব নোৱৰা হ'লে তাক 'প্ৰশ্লিষ্ট যোগা-ত্মক' বোলা হয়। শ্লিষ্ট শব্দই লাগি থকা বুজায়। প্ৰশ্লিষ্ট শব্দই চিনিব নোৱ-ৰাকৈ লাগি থকা বা মিলি যোৱা অৰ্থ প্ৰকাশ কৰিছে। 'গ্ৰীণলেণ্ড' আৰু 'আমে-ৰিকাৰ মূল নিবাসী' সকলৰ ভাষাত এনে লক্ষণ প্ৰধান ভাবে দেখা যায়। 'সংস্কৃত' ভাষাতো এনে লক্ষণৰ বহুত উদাহৰণ আছে। বাস্তৱ, পাৰ্থিব, গৌৰব, কৰ্তব্য, মৰ্ত্য প্ৰভৃতি শব্দ একোটা মূল সাৰ্থক শব্দ যেন লাগে। প্ৰকৃততে এইবোৰ মূল শব্দ নহয়। বস্তু, পৃথ্বী, গুৰু, কৃ আৰু মৃত্যু শব্দৰ লগত প্ৰত্যয় (অসাৰ্থক ধ্বনি) যোগ হৈহে এই শব্দবোৰ গঢ় লৈছে। বস্তু, পৃথ্বী, গুৰু আৰু মৃত্যু শব্দও আকৌ মূল ধাতু শব্দৰ লগত প্ৰত্যয় যোগ হোৱাৰ পাছতহে সৃষ্টি হৈছে।

গ) 'শ্লিষ্ট যোগাত্মক' ভাষাত অসাৰ্থক ধ্বনি যোগ হোৱাৰ পাছত সাৰ্থক শব্দৰ কিছু পৰিবৰ্তন ঘটিলেও মূল সাৰ্থক শব্দৰ পৰিচয় স্পষ্ট হৈ থাকে। যেনে— 'আৰবী' ভাষাত বধ কৰাৰ লগত জড়িত শব্দ ক, ত, ল ধাতুৰ প্ৰত্যয়যুক্ত ৰূপ কত্‌ল্ (বধ কৰা), কাতিল (বধ কৰোঁতা), কিত্‌ল (শত্ৰু) আৰু ৰুকতুল (সি মাৰে) শব্দ প্ৰয়োগ কৰা হয়। মন কৰিবলগীয়া যে প্ৰতিটো শব্দতে ক ত ল ধ্বনি সামান্য পৰিবৰ্তন ঘটিলেও স্পষ্ট হৈ আছে। 'সংস্কৃত' ভাষাৰ বৈদিক, বৈৰ্মিক, প্ৰাচুৰ্য প্ৰভৃতি শব্দতো এনে লক্ষণ দেখা যায়।

ঘ) 'অশ্লিষ্ট যোগাত্মক' ভাষাত প্ৰত্যয় বা অসাৰ্থক ধ্বনি যোগ হ'লেও মূল শব্দত বিকাৰ নঘটে। বাণ্টু, ইউৰাইল-আল্টাইক আৰু দ্ৰাবিড় গোষ্ঠীৰ ভাষাত এই লক্ষণ দেখা যায়। ভাৰতবৰ্ষৰ 'সংস্কৃত আৰু সংস্কৃত পৰম্পৰাৰ' অন্য ভাষাতো এই শ্ৰেণীৰ লক্ষণ আছে। যেনে—সাধু>সাধুতা, বীৰ>বীৰত্ব, অকাল >অকালী ইত্যাদি।

কিছুমান ভাষাত যোগাত্মক তিনিও বিধৰে লক্ষণ কম-বেছি পৰিমাণে দেখা যায়। সংস্কৃত ভাষাত থকা এই তিনিও বিধ লক্ষণৰ উদাহৰণ ওপৰত দিয়া

হৈছে। সংস্কৃতৰ পৰা প্ৰাকৃত আৰু অপভ্ৰংশৰ মাজেদি অসমীয়া ভাষালৈ সৰকি অহা ব্যাকৰণৰ নিয়মসমূহতো কম-বেছি পৰিমাণে তিনিও বিধ যোগাত্মক লক্ষণ থকাটো স্বাভাৱিক। এই প্ৰসংগত আৰু এটা কথা মন কৰিবলগীয়া যে — সাৰ্থক শব্দ-ধ্বনি আৰু অসাৰ্থক ধ্বনি যোগ হোৱাৰ দৰেই দুটা সাৰ্থক ধ্বনিৰ সংযোগ ঘটাটোও কোনো কোনো ভাষাৰ ক্ষেত্ৰত অসম্ভৱ নহয়। আনহাতে একাধিক অসাৰ্থক ধ্বনিৰ সংযোগত সাৰ্থক শব্দ সৃষ্টি হোৱাটো সকলো শ্ৰেণীৰ ভাষাৰে নিয়মৰ অন্তৰ্গত, তাত সন্দেহ নাই।

৯। **বাক্য** —জীৱন গতিশীল, জগৎ গতিশীল। গতিকে জীৱন আৰু জগৎ সম্বন্ধীয় ভাবো গতিশীল; কিন্তু ভাব প্ৰকাশৰ কাৰণে ব্যৱহাৰ কৰা কোনো এটা সাৰ্থক শব্দই অকলে ভাবৰ গতিশীলতাটো প্ৰকাশ কৰিব নোৱাৰে। কেইবাটাও সাৰ্থক শব্দৰ পাৰস্পৰিক সহযোগিতাৰ ফলতহে ভাবৰ গতিশীলতাটো প্ৰকাশ পাব পাৰে। এইদৰে গতিশীল ভাব প্ৰকাশ কৰিব পৰা সাৰ্থক শব্দৰ সমষ্টিক বাক্য বোলা হয়। বাক্যই ভাষাৰ প্ৰকৃত ৰূপ।

কেতিয়াবা এটা সাৰ্থক শব্দয়ো বাক্যৰ দৰে গতিশীল ভাব প্ৰকাশ কৰিব পাৰে যেন ভাব হয়। কেইবাটাও বাক্যৰ মাজত প্ৰসংগ বিশেষে এনে হ'ব পাৰে যদিও, দুটা সাৰ্থক শব্দ নহ'লে এটা বাক্য হ'ব নোৱাৰে। এটা সাৰ্থক শব্দই ভাব প্ৰকাশ কৰোঁতে তাৰ লগৰ আনটো সাৰ্থক শব্দৰ ভাব প্ৰসংগ-ক্ৰমে নিজে প্ৰকাশ পায়। যেনে —তুমি যাবানে? উত্তৰত কোৱা হ'ল — 'নাযাওঁ'। এই প্ৰসংগত নাযাওঁ সাৰ্থক শব্দটো অকলেই এটা বাক্যৰ দৰে হৈছে। প্ৰকৃততে নাযাওঁ শব্দটোৰ লগত 'মই' শব্দৰ ভাব লুকাই আছে। গতিকে 'মই নাযাওঁ'টোহে সম্পূৰ্ণ বাক্য। ভাব প্ৰকাশৰ দৃষ্টিত পূৰ্ণাংগ ভাব প্ৰকাশ কৰিব পৰা সাৰ্থক শব্দৰ সমষ্টিক বাক্য বোলাৰ দৰেই বাক্যৰ একোটা সাৰ্থক অংশক শব্দ বুলি ক'ব পাৰি।

ভাবৰ গতিৰ অনুকূলে কিছুমান সাৰ্থক শব্দই নিজ নিজ ঠাইত থাকি বাক্যৰ যিটো ধৰ্ম বা লক্ষণ ৰক্ষা কৰে, সেই ধৰ্ম বা লক্ষণকে 'শব্দৰ সংগতি' বুলি কোৱা হয়। বাক্যত থকা এটা শব্দৰ লগত আনবোৰ শব্দৰ সম্পৰ্ক ৰক্ষা কৰাটোৱেই সংগতিৰ মূল কথা। সংগতিহীন শব্দৰ সমষ্টিয়ে বাক্য সৃষ্টি কৰিব নোৱাৰে। প্ৰকৃততে শব্দৰ সংগতিয়েহে বাক্যত ভাবৰ গতিশীলতাটো সৃষ্টি কৰিব পাৰে।

বাক্যৰ বাহিৰত থকা সংগতিহীন সাৰ্থক শব্দবো এটা স্বৰূপ আছে। এটা ভাষাৰ শব্দ-সংগতি আনা এটা ভাষাৰ শব্দ-সংগতিৰ লগত নিমিলিব পাৰে।

ভাষাভেদে বাক্যগঠন প্ৰণালীও পৃথক্ হয়; কিন্তু এটা ভাষাৰ সাৰ্থক শব্দ অন্য এটা ভাষাৰ বাক্যৰ অংশ ৰূপে প্ৰয়োগ হ'ব পাৰে। শব্দৰ এই স্বকীয় অস্তিত্বৰ ওপৰত নিৰ্ভৰ কৰিহে ব্যাকৰণত ভাষাধ্বনি সম্বন্ধে বিচাৰ কৰা হয়।

১০। **প্ৰত্যয় আৰু উপসৰ্গ** —বাক্যৰ মাজত শব্দৰ সংগতি ৰক্ষা কৰিবৰ কাৰণে বহুত সময়ত সাৰ্থক শব্দৰ লগত কিছুমান অসাৰ্থক ধ্বনি যোগ দিয়া হয়। এনেকুৱা অসাৰ্থক ধ্বনি বা ধ্বনিসমূহ সাৰ্থক শব্দৰ আগত বহিলে সেইবোৰক উপসৰ্গ বোলা হয়। পাছত বহা ধ্বনি বা ধ্বনিসমূহক প্ৰত্যয় বোলা হয়। চমু কথাত প্ৰত্যয়বোৰক একোটা চিন বুলিও ক'ব পাৰি আৰু কোৱা হয়। এই চিনবোৰে মূল সাৰ্থক শব্দৰ অৰ্থৰ পৰিবৰ্তন নকৰাকৈয়ে ভাবৰ গতিশীল ধৰ্মটো প্ৰকাশ কৰিব পাৰে। যেনে —'গছ' এটা সাৰ্থক শব্দহে। এই শব্দটোত ভাবৰ নিৰ্দিষ্ট গতি প্ৰকাশ নাপায়; কিন্তু গছত বা গছৰ বুলিলে ভাবৰ গতি আৰম্ভ হয়। গছৰ পাত বা গছত ফুল বুলি ক'লে ভাবটো আৰু আগবাঢ়ি যায়। ইয়াত গছ সাৰ্থক শব্দৰ লগত 'ৰ' আৰু 'ত' অসাৰ্থক ধ্বনি বা প্ৰত্যয়। ধ্বনি ৰূপত ইয়াক চিন বুলি ক'ব নোৱাৰি যদিও ধ্বনিৰ প্ৰতীক বৰ্ণ ৰূপত চিন বুলি ক'ব পাৰি।

উপসৰ্গৰ উদাহৰণ স্বৰূপে সংগতি শব্দটোলৈকে আঙুলিয়াব পাৰি। সম্ + গম্ + ক্তি = সং + গ + তি হৈছে। ইয়াত গম্‌টো মূল শব্দ। ক্তি প্ৰত্যয়। এই মূল শব্দ আৰু প্ৰত্যয় মিলি গতি শব্দটো গঢ় লৈছে। গতি শব্দৰ আগত বহা 'সম্' উপসৰ্গ। এই সম্ উপসৰ্গটোৰ সাৰ্থক প্ৰয়োগ স্বতন্ত্ৰ ৰূপে নহয়; কিন্তু গতি শব্দৰ আগত থাকি সি গতি শব্দটোৰ ভাবটোক বিশেষ ৰূপ দিব পাৰিছে। গতিকে এই প্ৰত্যয় আৰু উপসৰ্গ দুয়োবিধ ধ্বনি স্বতন্ত্ৰ ভাবে সাৰ্থক নহ'লেও অন্য শব্দৰ সম্পৰ্কত সাৰ্থক হৈ পৰে।

**অনুশীলনী —৩**

১) শব্দ প্ৰয়োগৰ দৃষ্টিত পৃথিৱীৰ ভাষাসমূহক মুঠতে কেইটা ভাগত বিভক্ত কৰিব পাৰি উদাহৰণ সহ লিখা।

২) বাক্য আৰু শব্দৰ স্বৰূপ তথা পাৰস্পৰিক সম্পৰ্ক সম্বন্ধে বুজাই লিখা।

৩) শব্দৰ সংগতি বুলিলে কি বুজা? শব্দ সংগতিৰ অভাৱত বাক্যৰ কি ক্ষতি হ'ব পাৰে উদাহৰণ দি লিখা।

৪) বাক্যত অসাৰ্থক ধ্বনিৰ প্ৰয়োজন আছেনে? যদি আছে, সেই অসাৰ্থক ধ্বনিবোৰক কি বোলা হয় আৰু সেইবিলাকৰ ব্যৱহাৰ কেনেকৈ হয় লিখা।

OOOO

**১১। সাৰ্থক শব্দৰ শ্ৰেণীবিভাগ**—বাক্যত ব্যৱহাৰ কৰোঁতে কিছুমান শব্দৰ লগত প্ৰয়োজন অনুসৰি প্ৰত্যয় আৰু উপসৰ্গ যোগ দিয়া হয়; কিন্তু কিছুমান শব্দৰ লগত কোনো প্ৰসংগতে প্ৰত্যয় বা উপসৰ্গ যোগ দিয়া নহয়। প্ৰত্যয় বা উপসৰ্গ যিবোৰ শব্দৰ লগত কেতিয়াও যোগ নহয়, সেইবোৰ শব্দক সংস্কৃত ব্যাকৰণত 'অব্যয়' শব্দ বোলা হয় আৰু সংস্কৃত ব্যাকৰণৰ অনুকৰণত অন্যান্য ভাৰতীয় ভাষাৰ ব্যাকৰণতো অব্যয় বোলা হয়। উপসৰ্গ আৰু প্ৰত্যয় যোগ নিদিয়া শব্দক অব্যয় বুলিলে উপসৰ্গ আৰু প্ৰত্যয় যোগ হোৱা শব্দবোৰক কি বোলা হয়, তেনে এটা প্ৰশ্নও মনলৈ আহিব পাৰে, কিন্তু এই প্ৰশ্নৰ উত্তৰ সংস্কৃত আৰু তাৰ অনুকৰণত গঢ় দিয়া অন্যান্য ভাষাৰ বহুত ব্যাকৰণত নাই। হিন্দী ভাষাৰ ব্যাকৰণত প্ৰত্যয় আৰু উপসৰ্গ যোগ হোৱাৰ ফলত আংশিক বিকৃতি ঘটা শব্দবোৰক 'বিকাৰী' আৰু অব্যয় শব্দক 'অবিকাৰী' শব্দ বোলা হৈছে। আমিও এই শব্দ দুটা এই দৃষ্টিত উপযুক্ত বুলি ধৰি লৈছোঁ। অব্যয়ৰ বিপৰীতে সব্যয় শব্দ এই ক্ষেত্ৰত গ্ৰহণযোগ্য নহয়। সব্যয় বুলিলে মূল শব্দটোৰ একাংশ হ্ৰাস হোৱাহে বুজাব, উপসৰ্গ বা প্ৰত্যয় যোগ হোৱা ভাবটো বুজাব নোৱাৰিব। আনহাতে বিকাৰী বুলিলে হ্ৰাস আৰু বৃদ্ধি উভয় বিধৰে পৰিবৰ্তন হোৱাটো বুজাব পাৰে। তলত সাৰ্থক শব্দৰ শ্ৰেণী বিভাগৰ এটা চিত্ৰ দিয়া হৈছে।




**১২। পদ**—অবিকাৰী সাৰ্থক শব্দ নহ'লেও বাক্য হ'ব পাৰে; কিন্তু বিকাৰী সাৰ্থক শব্দ নোহোৱাকৈ বাক্য হ'ব নোৱাৰে। এটা বাক্য হ'বৰ কাৰণে অতি কমেও এটা নাম শব্দ আৰু এটা ধাতু শব্দৰ প্ৰয়োজন হয়। বাক্যত থকা ভাবৰ গতি

সৃষ্টি কৰা প্ৰতিটো শব্দকে বা বাক্যৰ অংশকে 'পদ' বোলা হয়। বাক্যত থাকি পাৰস্পৰিক সংগতি ৰক্ষা কৰা প্ৰতিটো শব্দই পদ ; কিন্তু বাক্যত নথকা সংগতি-হীন শব্দবোৰ প্ৰত্যয় বা উপসৰ্গযুক্ত হ'লেও পদ নহয়। বাক্যত থকা প্ৰধান নাম শব্দটোক 'কৰ্তা' পদ আৰু ধাতু শব্দটোক 'ক্ৰিয়াপদ' বোলা হয়। সাধাৰণতে ধাতু শব্দৰ লগত প্ৰত্যয় যোগ হ'লেহে ক্ৰিয়াপদ গঢ় লয়। কৰ্তা আৰু ক্ৰিয়াৰ পাছতে বাক্যত গুৰুত্বপূৰ্ণ ঠাই পোৱা পদটো 'কৰ্মপদ' নামে পৰিচিত। কৰ্মপদটো বিকাৰী শব্দহে হ'ব পাৰে। এই সকলো শ্ৰেণীৰ সাৰ্থক শব্দৰ বিষয়ে পাছত বহলাই আলোচনা কৰা হ'ব। বাক্যৰ মাজত থাকি তাৰৰ সংগতি ৰক্ষা কৰিব পৰা অবিকাৰী শব্দকো পদ বোলা হয়।

১৩। **প্ৰত্যয়ৰ শ্ৰেণী-বিভাগ**—বাক্যত প্ৰয়োগৰ ধৰণ অনুসৰি প্ৰত্যয়সমূহৰ শ্ৰেণী বিভাগ তলত দিয়া মতে কৰিব পাৰি।




মন কৰিবলগীয়া যে—নাম শব্দৰ লগত বহা প্ৰত্যয় তিনিবিধ আৰু ধাতু শব্দৰ লগত বহা প্ৰত্যয় দুবিধ। প্ৰত্যয় সম্বন্ধে তলত দিয়া কথা কেইটা মন কৰিবলগীয়া।

ক) নাম শব্দৰ লগত বহা বিভক্তিক 'শব্দ বিভক্তি' বোলা হয় যদিও, 'নাম বিভক্তি' শব্দটোহে বেছি উপযুক্ত। শব্দ বিভক্তি বুলিলে ধাতু শব্দৰ লগত বহা বিভক্তিও হ'ব পাৰে। গতিকে নাম শব্দৰ লগত বহা বিভক্তিক নাম-বিভক্তি আৰু ধাতু শব্দৰ লগত বহা বিভক্তিক 'ধাতু-বিভক্তি' বোলাটোৱেই বেছি সুবিধা-জনক। ধাতু-বিভক্তিক সংস্কৃত ব্যাকৰণৰ আহিত 'ক্ৰিয়া-বিভক্তি' বোলা হয়। ধাতুৰ লগত বিভক্তি যোগ হৈ ক্ৰিয়া পদ সৃষ্টি কৰিব পাৰে বাবে 'ক্ৰিয়া বিভক্তি' নামটোও সাৰ্থক। নামবিভক্তি শব্দটোৰ পৰিবৰ্তে 'কাৰক বিভক্তি' শব্দটো প্ৰচলন আছে ; কিন্তু একেটা কাৰকতে কেইবাটাও বিভক্তি হ'ব পাৰে বা একেটা বিভক্তিৰেই কেইবাটাও কাৰকত প্ৰয়োগ হ'ব পাৰে (এই বিষয়ে পাছত বিচাৰ

কৰা হ'ব) গতিকে কাৰক আৰু বিভক্তিৰ সম্বন্ধটো একেবাৰে নিৰ্দিষ্ট নহয়। এনে স্থলত কাৰক-বিভক্তি শব্দটোতকৈ নাম-বিভক্তি শব্দটো বেছি সাৰ্থক।

খ) ধাতু শব্দৰ লগত 'ধাতু-বিভক্তি' যোগ হ'লে ক্ৰিয়াপদ সৃষ্টি হয়; কিন্তু 'কৃৎ প্ৰত্যয়' যোগ হ'লে নাম শব্দ গঢ় লয়।

গ) নাম শব্দৰ লগত 'তদ্ধিত প্ৰত্যয়' যোগ হ'লেও নতুন নাম শব্দহে গঢ় লয়।

ঘ) পুৰুষবাচক শব্দৰ লগত বহি মূল শব্দটোক স্ত্ৰীবাচক শব্দলৈ ৰূপান্তৰ কৰিব পৰা প্ৰত্যয়ক 'স্ত্ৰী প্ৰত্যয়' বোলা হয়।

সকলো শ্ৰেণীৰে প্ৰত্যয়ৰ বিষয়ে উদাহৰণ সহ আলোচনা পাছত বহলাই কৰা হ'ব।

১৪। **পদ আৰু বিভক্তি** —বাক্যৰ অংশ ৰূপে থকা শব্দসমূহ বা পদসমূহ বিভক্তি যুক্ত হ'বও পাৰে, নহ'বও পাৰে। সংস্কৃত ভাষাত বিভক্তিহীন কোনো বিকাৰী শব্দ বাক্যত পদ ৰূপে থাকিব নোৱাৰে। সেই বাবে সংস্কৃত ভাষাৰ পদ সদাই বিভক্তি যুক্ত। অব্যয় বা অবিকাৰী শব্দহে বিভক্তিৰহিত ভাবে সংস্কৃত ভাষাত পদ ৰূপে ব্যৱহাৰ হ'ব পাৰে। অসমীয়া ভাষাৰ শব্দাৱলীৰ শতকৰা ষাঠি ভাগ মানেই সংস্কৃত ভাষাৰ পৰা অহা। অসমীয়া ভাষাৰ বাক্যগঠন প্ৰণালীতো সংস্কৃত ভাষাৰ বাক্য-গঠন প্ৰণালীৰ প্ৰভাৱ যথেষ্ট আছে। তথাপি প্ৰাকৃত আৰু অপভ্ৰংশ ভাষাৰ মাজেদি আহোঁতে সংস্কৃত ব্যাকৰণৰ বহুত নিয়ম এৰিব লগীয়া হ'ল। ব্যাকৰণৰ নিয়মসমূহৰ পৰিবৰ্তন নঘটা হ'লে এই ভাষাসমূহ একোটা সুকীয়া ভাষা ৰূপে স্বীকৃত নহ'লহেঁতেন। গতিকে সংস্কৃত ব্যাকৰণৰ সূত্ৰসমূহ বিনা বিচাৰে অসমীয়া ভাষাৰ ব্যাকৰণৰ ক্ষেত্ৰত গ্ৰহণযোগ্য হ'ব নোৱাৰে।

বিভক্তিযুক্ত সাৰ্থক শব্দৰ সমষ্টিও পাৰস্পৰিক সংগতি ৰক্ষাৰ ক্ষেত্ৰত অসমৰ্থ হ'লে সি বাক্যত পৰিণত নহয়। তেনে অৱস্থাত বিভক্তিযুক্ত শব্দও পদ হ'ব নোৱাৰে। যেনে—ক) মানুহে আছে, খ) মানুহ আছে। প্ৰথম শব্দ দুটাৰ সমষ্টিটো এটা বাক্য নহয়। মানুহে এইদৰে নকয় বাবেই এইটো প্ৰয়োগ ভুল। দ্বিতীয়টো প্ৰয়োগ শুদ্ধ বাবে সি এটা বাক্য হয়; কিন্তু প্ৰথমটো প্ৰয়োগত বিভক্তিযুক্ত শব্দ 'মানুহে' অশুদ্ধ প্ৰয়োগ হোৱা কাৰণে পদ নামৰ যোগ্য নহয়। আনহাতে দ্বিতীয়টো প্ৰয়োগত 'মানুহ' শব্দটো শুদ্ধ বাক্যৰ অংশ ৰূপে বিভক্তিৰহিত হ'লেও পদ হৈছে। তাৰক অনুসৰণ কৰিহে বিভক্তি প্ৰয়োগ কৰা হয়। এই ক্ষেত্ৰত প্ৰচলিত পৰম্পৰাইহে ব্যাকৰণৰ নীতি নিৰ্ধাৰণ কৰে।

সাৰ্থক শব্দৰ পাৰস্পৰিক সংগতি আৰু বিভক্তি প্ৰয়োগৰ নিচিনাকৈয়ে শব্দৰ থৈচো বা ধ্বনিৰ ওপৰত দিয়া জোৰেও বাক্যৰ তাৎপৰ্য ওপৰত নিয়ন্ত্ৰণ

ৰক্ষা কৰে। বাক্যৰ কথ্য আৰু শ্ৰব্য ৰূপটোৰ ওপৰত নিৰ্ভৰশীল এই বিষয়ৰ আলোচনা ব্যাকৰণৰ লিখিত ৰূপত সম্ভৱ নহয়। তথাপি কিছুমান চিনৰ সহায়েৰে এই হেঁচা বুজাবৰ চেষ্টা কৰা হয়। যেনে —ক) তুমি যাবা। খ) তুমি যাবা! গ) তুমি যাবা? ঘ) তুমি—যাবা। ঙ) তু-মি—যা-বা, চ) তুমি যাবাঁ।

অনুশীলনী —৪

১) বাক্যৰ সৰ্বপ্ৰধান অংশ দুটা কি কি? লক্ষণসহ উদাহৰণ দাঙিধৰাঁ।

২) শব্দ আৰু পদৰ মাজত পাৰ্থক্য আছেনে? এই দুটাৰ মাজত থকা ঐক্য আৰু পাৰ্থক্যৰ বিষয়ে যুকলিকৈ বিচাৰ কৰাঁ।

৩) প্ৰত্যয় কাক বোলে আৰু কেইশ্ৰেণীৰ? বিভক্তি প্ৰত্যয়ৰ প্ৰয়োগ সম্বন্ধে চমুকৈ আলোচনা কৰাঁ।

৪) চমুটোকা লিখাঁ। বিকাৰী শব্দ, নাম শব্দ, কৃৎ প্ৰত্যয়, স্ত্ৰী প্ৰত্যয়।

OOOO

**১৫। ভাব, ধ্বনি, বৰ্ণ আৰু লিপি** —অন্তৰত থকা ভাব প্ৰকাশ কৰিবৰ কাৰণেই অন্তৰৰ পৰা বাহিৰলৈ ওলাই অহা বায়ুত বেলেগ বেলেগ ধৰণৰ কম্পন সৃষ্টি কৰি মানুহে শ্ৰব্য ভাষা গঢ় দি লৈছে। মানুহৰ মনৰ ভাববোৰ স্থায়ী-অস্থায়ী, গভীৰ-তৰল নানা বিধৰ হ'লেও সেইবোৰ প্ৰকাশ কৰা উপায় ভাষা-ধ্বনিসমূহ কিছুমান অতি সূক্ষ্ম কম্পনৰহে সমষ্টি। পৃথিৱীৰ সকলো শ্ৰেণীৰে মানুহৰ মাজত যি পৰিমাণে ঐক্য দেখিবলৈ পোৱা যায়, ভাবপ্ৰকাশৰ মাধ্যম ভাষাধ্বনিৰ ক্ষেত্ৰত সেই পৰিমাণে ঐক্য দেখিবলৈ পোৱা নাযায়। পৃথিৱীত সুকীয়া সুকীয়া শ্ৰেণীৰ বহুত ভাষা এই অনৈক্যৰ আধাৰতেই গঢ় লৈছে।

'ধ্বনিসমূহ' ভাবৰ সংকেত, 'বৰ্ণমালা' আকৌ ধ্বনিৰ সংকেত। ধ্বনিয়ে ভাবক সীমাৰ ভিতৰলৈ আনে আৰু বৰ্ণমালাই ধ্বনিক সীমাৰ ভিতৰলৈ আনে। এইদৰে বৰ্ণমালাৰ সহায়েৰে প্ৰকাশ কৰা লিখিত ভাষাৰ ভাববোৰ অন্তৰত উদয় হোৱা ভাবতকৈ বহুত দুৰ্বল হৈ পৰে। তথাপি লিখিত ভাষাই ভাবক স্থায়ী-ৰূপ দিব পাৰে বাবে তাৰ এটা সুকীয় মূল্য আছে। ভাষা ভেদে একেবোৰ বৰ্ণৰে সুকীয়া সুকীয়া ৰূপ ভৌগোলিক, ঐতিহাসিক আৰু সামাজিক কাৰণত গঢ়লৈ উঠে। ধ্বনিৰ সংকেত-চিন বৰ্ণসমূহৰ সুকীয়া সুকীয়া ধৰণক 'লিপি' নামেৰে পৰিচিত কৰা হয়। সুকীয়া সুকীয়া ধৰণ বুজাবৰ কাৰণে সুকীয়া

সুকীয়া লিপিৰ নাম দিয়া হৈছে। গতিকে লিপি বোলা বস্তুটো ভাব প্ৰকাশৰ তৃতীয় স্তৰৰ সূচক। ধ্বনি আৰু বৰ্ণ যথাক্ৰমে প্ৰথম আৰু দ্বিতীয় স্তৰৰ নাম। লিপিভেদে ধ্বনি-পৰিবৰ্তনৰ লগতে ভাবৰ ওপৰতো তাৰ কেনে প্ৰতিক্ৰিয়া হ'ব পাৰে, সেইটো ব্যাকৰণৰ বিচাৰ-ক্ষেত্ৰৰ বাহিৰৰ বস্তু নহয়। সেই বাবে লিপিক ভিত্তি কৰি ধ্বনি সম্বন্ধে বিচাৰ কৰাৰ প্ৰয়োজন এই প্ৰসংগত আছে।

**১৬। লিপি, বৰ্ণ, ধ্বনি আৰু ভাব**—বৰ্তমান অসমীয়া ভাষা লিখিবৰ কাৰণে ব্যৱহাৰ কৰা লিপিটো বংগ ভাষাই ব্যৱহাৰ কৰা লিপিৰে প্ৰায় একে। ছপা বৰ্ণমালা ব্যৱহাৰ কৰিবলৈ লোৱাৰ আগতে পুৰণি সাঁচিপতীয়া পুথিত ব্যৱহাৰ কৰা অসমীয়া লিপি বৰ্তমানৰ ছপা লিপিতকৈ কিছু পৃথক্। সেই লিপিৰ সাদৃশ্য নাগৰী লিপিৰ লগতো ভালেখিনি দেখা যায়। স্থান কাল ভেদে পুৰণি অসমীয়া লিপিৰ মাজতো কিছু পাৰ্থক্য দেখা গৈছিল। মুদ্ৰণ যন্ত্ৰই একেটা সাঁচতে স্থায়ী ৰূপ নিদিয়ালৈকে সকলো ভাষাৰে লিপিত এনে ধৰণৰ পাৰ্থক্য আৰু পৰিবৰ্তনে দেখা দিয়াটো স্বাভাৱিক আছিল। খ্ৰীঃ ১৯ শতিকাৰ আৰম্ভণিতে বংগৰ শ্ৰীৰাম-পুৰৰ পৰা প্ৰকাশিত অসমীয়া ভাষাত লিখা বাইবেল আৰু সেই শতিকাৰে মাজ-ভাগৰ পৰা প্ৰকাশিত (শিৱসাগৰৰ পৰা) অৰুণোদয় পত্ৰিকাৰ লিপি সাঁচিপতীয়া পুথিৰ লিপিৰ আহিত গঢ় দিয়া নহৈছিল। বংগ ভাষাত ব্যৱহৃত লিপিৰ তলত ফুট দিয়া 'ৰ' ৰ পৰিবৰ্তে পেটকটা 'ৰ' লিখাৰ বাহিৰে বংগ ভাষাই ব্যৱহাৰ কৰা লিপিতকৈ অসমীয়া ভাষাৰ বাবে ব্যৱহাৰ কৰা লিপিৰ একো পাৰ্থক্য বখা নহ'ল। বংগ ভাষাৰ বাবে ব্যৱহাৰ নকৰা 'ৱ' বৰ্ণটোহে অসমীয়া ভাষা লিখিবৰ কাৰণে সুকীয়াকৈ ব্যৱহাৰ কৰা হ'ল। প্ৰকৃততে সংস্কৃত ভাষাত ব্যৱহৃত এই 'ৱ'টো বংগ ভাষাৰ লিপিৰ বাহিৰে আন সকলো ভাৰতীয় ভাষাৰ লিপিতে আছে; 'ৱ'ৰ উচ্চাৰণ বা ধ্বনিটো বংগ ভাষাতো আছে; কিন্তু তাৰ বাবে এটা সুকীয়া বৰ্ণহে নাই। সেই বাবে 'ৱ' ধ্বনিৰ সংকেত-চিন ৰূপে ব, য়, ওয় প্ৰভৃতি বৰ্ণ বা বৰ্ণৰ সমষ্টিকে বংগৰ লিপিত ব্যৱহাৰ কৰা দেখা যায়। যেনে—নাবিক, (নাৱিক), গুৱাহাটী (গুৱাহাটী) হাওয়া (হাৱা) ইত্যাদি। এই সংকেতবোৰৰ এটাও প্ৰকৃততে ৱ সূচক নহয়। সংযুক্ত বৰ্ণৰ ক্ষেত্ৰত অসমীয়া ভাষা লিখোঁ-তেও 'ৱ'ৰ পৰিবৰ্তে ব লিখা হয়। এই প্ৰসংগত দুটা কথা মন কৰিবলগীয়া। ১) সংস্কৃত ভাষাৰ শব্দত থকা 'প্ৰথম বৰ্ণ ৱ' অসমীয়া আৰু বংগ দুয়োটা ভাষাতে প্ৰায় ব ৰ দৰে উচ্চৰিত হয়। লিখোঁতে 'ব লিখা হয়।' যেনে—ৱিষ্ণু >বিষ্ণু, ৱেদ>বেদ, ৱিজয়>বিজয়। ২) সংযুক্ত বৰ্ণৰ ৱ পূৰ্ববৰ্ণই হওক বা দ্বিতীয় বৰ্ণই হওক, তাক ব কৰিহে লিখা হয়। যেনে—ৱ্যঞ্জন>ব্যঞ্জন, ৱ্যাকৰণ >ব্যাকৰণ, ৱ্যুৎপত্তি>ব্যুৎপত্তি, ৱ্ৰত>ব্ৰত, সত্ত্ৱ>সত্ত্ব, বিদ্বান্>বিদ্বান, বিল্ৱ >বিল্ব ইত্যাদি।

ইংৰাজৰ শাসন-কালত কলিকতা নগৰেই অসমীয়া ভাষাৰ সাহিত্য, শিক্ষা আৰু প্ৰকাশন-ব্যৱস্থাৰ কেন্দ্ৰ হৈ আছিল। সেইবাবে অসমীয়া ভাষা-সাহিত্য আৰু শিক্ষাৰ গুৰিধৰোঁতা তৎকালীন অসমীয়া শিক্ষিতসকলৰ ওপৰত যথেষ্ট পৰিমাণে বংগীয় প্ৰভাৱ পৰিছিল। সেই প্ৰভাৱৰ পৰম্পৰা এতিয়াও শেষ হোৱা নাই। তাৰ পৰিণাম স্বৰূপে ধ্বনি আৰু ভাৱৰ ক্ষেত্ৰত সৃষ্টি হোৱা বিসংগতি দূৰ কৰিবলৈ আজিও আমি সচেষ্ট হ'ব পৰা নাই। ভাষা এটা শুদ্ধকৈ কোৱা আৰু লিখাৰ ক্ষেত্ৰত ব্যাকৰণ-শিক্ষাৰ যিটো দায়িত্ব, তালৈ চকু ৰাখি এই প্ৰসংগত কেইটামান কথা উল্লেখ কৰা হৈছে।

ক) সংস্কৃত ভাষাৰ সন্ধি-প্ৰকৰণ বংগ আৰু অসমীয়া উভয় ভাষাৰ ব্যাকৰণৰ কাৰণে অতি আৱশ্যকীয় অংশ। সন্ধি-প্ৰকৰণত ধ্বনি-পৰিৱৰ্তন সম্বন্ধীয় বিবোৰ নিয়ম দিয়া হৈছে, সেইবোৰ নিয়ম ধ্বনি-বিজ্ঞানৰ দৃষ্টিতো গুৰুত্বপূৰ্ণ। সেইবোৰ কৃত্ৰিম নিয়ম নহয় কাৰণেই ধ্বনিৰ প্ৰতীক ৰূপে ব্যৱহাৰ কৰা বৰ্ণসমূহকো সেই ক্ষেত্ৰত সংস্কৃত ভাষাৰ অনুৰূপেই ৰাখিব লগীয়া হয়। সংস্কৃত ভাষাৰ ধ্বনি সংস্কৃত ভাষাৰ আখৰজোটনিৰেহে প্ৰকাশ কৰিব পাৰি। আখৰজোটনি সলনি হ'লে ধ্বনিৰ ক্ষেত্ৰত বিকৃতি ঘটাটো স্বাভাৱিক কথা। এনে স্থলত সংস্কৃত ভাষাৰ 'ৱ' ধ্বনি সন্ধি-প্ৰকৰণত 'ব' হ'ব নোৱাৰে। যেনে—নৌ+ইক=নাৱিক, ইয়াত ঔ+ই=ৱি, স্বাভাৱিকতে হয়, বি নহয়। সেই দৰে ভো+অন=ভৱন হে হ'ব; ভবন হ'ব নোৱাৰে; কিন্তু বংগভাষাৰ প্ৰচলিত লিপিত ৱ ধ্বনিৰ কাৰণে কোনো নিৰ্দিষ্ট বৰ্ণ নাই। সেই বাবে ভবন, নাবিক প্ৰভৃতি শব্দ লিখা হয় আৰু তেনে ধৰণৰ উচ্চাৰণো কৰা হয়। অসমীয়া ভাষাত এনেধৰণৰ আখৰজোটনি আৰু উচ্চাৰণ অন্ধানুকৰণজনিত ভুলৰ বাহিৰে একো নহয়। এনে ভুল অনুকৰণে সংস্কৃত আৰু অন্যান্য ভাৰতীয় ভাষাৰ লগত থকা সাদৃশ্যও নোহোৱা কৰিছে।

খ) সংস্কৃত শব্দৰ প্ৰথম বৰ্ণ 'ৱ' অসমীয়াৰ দৰে অন্য কিছুমান ভাষাতো 'ব' ৰ দৰে উচ্চাৰণ কৰিবলৈ লোৱা হ'ল। এনে স্থলত সংস্কৃত শব্দ ৱেদ, ৱিজ্ঞান, ৱিপদ প্ৰভৃতি শব্দ অসমীয়া ভাষাত বেদ, বিজ্ঞান, বিপদ প্ৰভৃতি ৰূপত লিখিলেও যি সময়ত সংস্কৃত পঢ়া বা লিখা হয়, সেই সময়ত ৱ উচ্চাৰণৰ ফালে চকু দিয়া উচিত। বংগ ভাষাৰ অভিধান আৰু ব্যাকৰণৰ দৰে বংগীয় লিপিত প্ৰকাশিত সংস্কৃত গ্ৰন্থসমূহতো ব আৰু 'ৱ'ৰ পাৰ্থক্য নোহোৱা বাবে তেনে সংস্কৃত গ্ৰন্থই ভুল উচ্চাৰণ আৰু ভুল বৰ্ণবিন্যাস প্ৰচলনত সহায় কৰিছে। এই ক্ষেত্ৰত নাগৰী লিপিৰ সংস্কৃত গ্ৰন্থহে নিৰ্ভৰযোগ্য। অসম আৰু বংগৰ সীমাৰ ভিতৰতে আবদ্ধ হৈ থাকিবলৈ নিবিচৰা লোকসকল এই বিষয়ত সাৱধান হোৱা উচিত।

গ) 'ৱ' বৰ্জিত বংগীয় লিপিৰ সংস্কৃত অভিধানৰ [illegible] হোৱা [illegible] লিখিত [illegible] বৰ্ণৰ ক্ষেত্ৰতো নহয়, [illegible] আৰু [illegible] 'ৱ'ৰ ক্ষেত্ৰতো

'ৱ' ব্যৱহাৰ কৰিবলৈ লৈছে। প্ৰৱেশ, নিৱেদন, গৌৰৱ, মাধৱ প্ৰভৃতি শব্দও ক্ৰমে প্ৰবেশ, নিবেদন, গৌৰব, মাধব প্ৰভৃতি ভুল ৰূপত লিখিবলৈ ধৰা দেখা গৈছে। অসমীয়া অভিধানত সংস্কৃত শব্দক এনে বিকৃত ৰূপ নিদিয়াটোহে দূৰদৰ্শিতাৰ পৰিচায়ক হ'ব। সু-সম্পাদিত আৰু পৰিবৰ্ধিত ৰূপত প্ৰকাশ পাব লগীয়া অসমীয়া অভিধান আৰু ব্যাকৰণত এইবিলাক কথালৈ চকু দিয়া উচিত হ'ব।

ঘ) বংগ ভাষাৰ অনুকৰণৰ ফলত ৰোমান বৰ্ণমালাৰ V আৰু ৰোমান বৰ্ণৰ মাধ্যমেৰে পোৱা অন্য ভাৰতীয় ভাষাৰ উচ্চাৰণো অসমীয়া ভাষাত বিকৃত হৈছে। যেনে —তঞ্জাউৰ > Thanjavur > থান্‌জাভুৰ > তাঞ্জাভুৰ ; ৱেলূৰ > Vellore > ভেলোৰ। প্ৰথমতে দিয়া আখৰ জোটনিহে শুদ্ধ। সেইদৰে কাঞ্চীপুৰম > কাঞ্জীভৰম, ৱেংকটেশ্বৰ > ভেংকটেশ্বৰ, ৱিশাখাপট্টনম > ভিজিগাপট্টম, ৱিজয়নগৰম > ভিজিয়ানাগ্ৰাম আদি ঠাইৰ নাম আৰু আৰ্য > আৰিয়া, ভটনাগৰ > ভাতনগৰ, শ্ৰীমন্নাৰায়ণ > শ্ৰীমান নাৰায়ণ প্ৰভৃতি মানুহৰ নামৰ ক্ষেত্ৰতো এনে ধৰণৰ ভুল প্ৰচলন হৈ আছে। মন কৰিবলগীয়া যে —ৱেলূৰ, তঞ্জাউৰ, কাঞ্চীপুৰম, তমিলনাদুৰ ঠাই। তমিল ভাষাত মহাপ্ৰাণ উচ্চাৰণ নাই। সেই বাবে সংস্কৃত শব্দ উচ্চাৰণ কৰোঁতেও বহুতৰ মুখত কেতিয়াবা কেতিয়াবা ভাৰত > বাৰত, কথা > কতা > সংঘ > সংগ হৈ পৰে। এনে স্থলত ভেলোৰ, তাঞ্জাভুৰ, বা থাঞ্জাভুৰ, কাঞ্জীভৰম প্ৰভৃতি ঠাইৰ নাম হোৱাটো অসম্ভৱ।

ঙ) ওচৰ-চুবুৰীয়া অন্যান্য ভাষা-ভাষীলোকৰ লগত ক্ৰমান্বয়ে সম্পৰ্ক বঢ়াই নিয়াটোৱেই ক্ৰমবিকাশধৰ্মী সমাজৰ লক্ষণ। এই দৃষ্টিত অসমীয়াভাষী লোকে ভাৰতবৰ্ষৰ অন্যান্য ৰাজ্যৰ ভাষা-সাহিত্যৰ লগতো সম্পৰ্ক বৃদ্ধি কৰিব লাগিব। তাৰ বাবে সেইবিলাক ভাষাৰ শব্দাৱলীৰ ভুল প্ৰয়োগ যাতে কৰা নহয়, তালৈকো চকু ৰাখি চলা উচিত।

ভাৰতবৰ্ষৰ অন্যান্য ৰাজ্যৰ ভাষাসমূহৰ বৰ্ণমালাৰ লগত আমাৰ পৰিচয় নোহোৱা কাৰণে ৰোমান লিপিৰ মাধ্যমেৰে আমি সেইবিলাক ভাষাৰ নামবোৰ অসমীয়া ভাষলৈ আনিব লগীয়া হৈছে। ৰোমান বৰ্ণমালাৰ সহায়েৰে ভাৰতীয় ভাষাৰ ধ্বনিসমূহৰ স্পষ্টতা ৰক্ষা কৰিব নোৱাৰি। সেই বাবে ৰোমানলিপিয়ে আৰু ইংৰাজী ভাষাই বহুত ভাৰতীয় শব্দকে বিকৃত ৰূপত প্ৰচাৰ কৰিছে। ৰাষ্ট্ৰীয়তা আৰু আঞ্চলিক ঐক্যৰ দৃষ্টিতো এনে বিকৃত শব্দই অনিষ্ট সাধন কৰি আহিছে। ৰাজ্যভেদে ৰোমান বৰ্ণমালাৰ উচ্চাৰণ সুকীয়া হোৱাটোও এই ক্ষেত্ৰত মন কৰিবলগীয়া। তমিল আৰু মলয়ালমভাষী লোকে দন্ত্য উচ্চাৰণ বুজাবৰ কাৰণে ৰোমান h বৰ্ণটো ব্যৱহাৰ কৰে। উত্তৰ ভাৰতত Tha=থ বা ঠ হয়; কিন্তু তমিল আৰু মলয়ালমভাষী লোকে ত উচ্চাৰণ কৰে। সেই বাবে বল্লত্তোল > Vallothol, ভাৰত > Bharath, শীতলা > Shithala, বাতি >

Bathi, দৰ্শন>Dharshan, লিখা যায়। তাৰ পৰিণাম স্বৰূপে যথাক্ৰমে ভাম্ৰু-খোল, ভাৰথ, শীথলা, বথি, ধষণ প্ৰভৃতি বিকৃত শব্দ অসমীয়া ভাষাত সোমাবলৈ সুবিধা হৈছে।

চ) দুই-এটা বৰ্ণৰ সামান্য হেৰ-ফেৰ থাকিলেও সকলো প্ৰাদেশিক ভাষাৰ লিপিতে সংস্কৃত ভাষাৰ বৰ্ণমালাকে আধাৰ স্বৰূপে গ্ৰহণ কৰা হৈছে। তমিল ভাষাত বৰ্গৰ দ্বিতীয়, তৃতীয় আৰু চতুৰ্থ বৰ্ণৰ লগেই শ, ষ, স আৰু হ বৰ্ণৰো অভাৱ দেখা যায়। উৰ্দু ভাষা পাৰ্চী লিপিত লিখা যায় যাবে সি বিশেষ ভাৱে আৰবী লিপিৰ বৰ্ণমালাৰ ওপৰত নিৰ্ভৰ কৰে। এই দুটা ভাষাৰ বাহিৰে অন্যান্য ভাৰতীয় ভাষাসমূহৰ বৰ্ণমালা আৰু উচ্চাৰণ-পদ্ধতিয়ে সংস্কৃত ভাষাৰ ধ্বনিকে যথাসম্ভৱ অনুসৰণ কৰিছে। নাগৰী লিপিৰ বৰ্ণমালা আৰু উচ্চাৰণ-পদ্ধতিয়ে এই সকলো বৰ্ণমালা আৰু ধ্বনিৰ মধ্যস্থতা কৰি আছে। সেইবাবে নাগৰী লিপিৰ সহায়েৰে ভাৰতীয় ভাষাসমূহৰ ধ্বনিৰ যিমান ওচৰ চাপিব পাৰি, অন্য লিপিৰ সহায়েৰে সিমান নোৱাৰি। এনে স্থলত অসমীয়া ভাষাৰ ব্যাকৰণৰ বৰ্ণ আৰু ধ্বনিৰ আলোচনা-প্ৰসংগত নাগৰী বৰ্ণ আৰু ধ্বনিৰ লগত তুলনাত্মক বিচাৰ অনাৱশ্যক হ'ব নোৱাৰে।

ছ) লিপিভেদে কিছুমান বৰ্ণৰ উচ্চাৰণো সুকীয়া ধৰণৰ হয়। ভাষাভেদে উচ্চা-ৰণ ভেদ হোৱা কাৰণেই যি ভাষাৰ যি লিপি, সেই মতেই একোজন বহুভাষা জনা লোকে একেটা বৰ্ণৰে সুকীয়া উচ্চাৰণ কৰে। মূলতে বৰ্ণ একেটা হ'লেও শ, ষ, স, চ, ছ, ক্ষ নাগৰী আখৰত দেখিলে সুকীয়া ধৰণে উচ্চাৰণ কৰিব লাগিব। হ্ম, হ্ন, হ্ম প্ৰভৃতি বৰ্ণ বংগ ভাষাৰ বাক্যৰ মাজত পালে হ্ম, ন্হ, হ্ব, বৰ্ণৰ দৰে পঢ়িব লাগিব। হ্ম (হ্ + ম)ৰ উচ্চাৰণ বংগ ভাষাত 'ম্ + হ' ৰ দৰে হ'ব। একে লিপি হোৱা সত্ত্বেও বংগ ভাষা আৰু অসমীয়া ভাষাৰ মাজত থকা উচ্চা-ৰণৰ পাৰ্থক্য যথেষ্ট দেখা যায়। লিপি আৰু বৰ্ণৰ লগত ধ্বনি আৰু তাৰৰ সম্বন্ধও আছে। আমাৰ ব্যাকৰণ গ্ৰন্থসমূহত এই শ্ৰেণীৰ আলোচনা বাদ পৰিব নালাগে।

অনুশীলনী —৫

১) ধ্বনি, বৰ্ণ আৰু লিপিৰ পাৰস্পৰিক সম্পৰ্ক দেখুৱাই এটা আলোচনা দাঙি ধৰা।

২) বংগ আৰু অসমৰ ভাষাত ৱ ধ্বনি আৰু বৰ্ণৰ প্ৰয়োগ কৰোঁতে কিবা বিপৰ্যয় ঘটিছে যদি, তাৰ কাৰণ দৰ্শোৱা। লগতে সেই বিষয়ত নিজা মত দাঙি ধৰা।

৩) চমুটোকা লিখা —

ভাৰতীয় শব্দত ৰোমান লিপিৰ প্ৰভাৱ, লিপিভেদে বৰ্ণৰ উচ্চাৰণভেদ, নাগৰী-ধ্বনি, অসমীয়া আখৰ।

০০০০

১৭। **শব্দ-সম্ভাৰ**—বিকশিত সমাজৰ সকলো ভাষাই ভাব-প্ৰকাশৰ কাৰণে অন্য ভাষাৰ পৰাও শব্দ গ্ৰহণ কৰি আহিছে। অসমীয়া ভাষাতো সেইদৰে বহুত ভাষাৰ শব্দ গ্ৰহণ কৰা হৈছে। এই সকলো শ্ৰেণীৰ ভাষাৰ শব্দকে আকৌ 'তৎসম' আৰু 'তদ্ভৱ' এই দুটা ভাগত ভগাব পাৰি। কিছুমান শব্দক 'অৰ্ধ-তৎসম' বুলিও ক'ব পাৰি*। তৎসম শব্দই শব্দটোৰ মূল ধ্বনি বা বৰ্ণ সমষ্টিৰ পৰিবৰ্তন নোহোৱাটো বুজায়। তদ্ভৱ শব্দই মূল ধ্বনিৰ পৰা কিছু আঁতৰি যোৱা নতুন ধ্বনি বা ধ্বনিসমষ্টি আৰু তদনুৰূপ বৰ্ণ বা বৰ্ণ সমষ্টিক বুজায়। অৰ্ধ তৎসম এই দুয়োটাৰে মাজৰ অৱস্থাসূচক শব্দ। সাধাৰণ কথাত অৰ্ধতৎসম আৰু তদ্ভৱ দুয়োটাই তৎসমৰ বিকৃত ৰূপ বা 'অপভ্ৰংশ'; কিন্তু আমাৰ দেশত 'অপভ্ৰংশ' শব্দই এটা বিশেষ সময়ৰ এক শ্ৰেণীৰ ভাষাকো বুজায়। প্ৰকৃততে সকলো দেশ আৰু কালতেই কিছুমান শব্দ মূল শব্দতকৈ পৃথক্ হৈ অপভ্ৰংশ ৰূপে নামে। সাহিত্যত তেনে শব্দই ঠাই নাপাবও পাৰে, পাবও পাৰে। সাধাৰণতে সাহিত্যৰ ভাষাহে লিখিত ভাষাৰূপে ব্যাকৰণৰ আলোচনাৰ বিষয় হয়।

বৈদিক সংস্কৃত, মহাকাব্য যুগৰ সংস্কৃত আৰু প্ৰাকৃত ভাষাই লিখিত ৰূপ গ্ৰহণ কৰা সময়তো অপভ্ৰংশ শব্দৰ প্ৰয়োগ যথেষ্ট আছিল; কিন্তু খ্ৰীঃ সপ্তম শতিকা মানৰ পৰা দ্বাদশ-ত্ৰয়োদশ শতিকা মানলৈকে এই ছশ-সাতশ বছৰৰ ভিতৰত প্ৰাকৃত আৰু সংস্কৃত ভাষাৰ অপভ্ৰংশ শব্দ কথিত ভাষাত ইমান বেছি হ'বলৈ ধৰিলে যে—সুকীয়া সুকীয়া স্থানীয় প্ৰাকৃত ভাষাসমূহক শৌৰসেনী অপভ্ৰংশ, মহাৰাষ্ট্ৰী অপভ্ৰংশ, মাগধী অপভ্ৰংশ আদি সুকীয়া সুকীয়া নামৰে পৰিচিত কৰিব লগা হ'ল। এই অপভ্ৰংশ ভাষাবোৰত সাহিত্য ৰচনাও হ'বলৈ ধৰিলে আৰু খ্ৰীঃ বাৰ শতিকাৰ ব্যাকৰণকাৰ পণ্ডিত সিদ্ধ হেমচন্দ্ৰই অপভ্ৰংশ ভাষাৰ লক্ষণ সম্বন্ধে নিজৰ ব্যাকৰণতো নিজা মত দাঙি ধৰিলে। এই অপভ্ৰংশ ভাষাসমূহৰ ভিত্তিতেই খ্ৰীঃ অষ্টম-নৱম শতিকা মানৰ পৰা অসমীয়া, বাংলা ওড়িয়া, হিন্দী, মৰাঠী, গুজৰাতী প্ৰভৃতি আধুনিক উত্তৰভাৰতীয় ভাষাসমূহ গঢ় লৈ উঠিল। মহাৰাষ্ট্ৰী, শৌৰসেনী, মাগধী প্ৰভৃতি প্ৰাকৃত ভাষাসমূহে

---

* অৰ্ধ তৎসমবো এটা ভাগক কত তৎসম বুলিব পাৰি। তৎসম শব্দসমূহৰ বেছি ভাগেই অসমীয়া ভাষাত লেখন আৰু উচ্চাৰণৰ ক্ষেত্ৰত তৎসম হৈ নাথাকে। যেনে—বীৰ, বিপদ, ভাব, লক্ষ্মী প্ৰভৃতি শব্দ আমি তৎসম বুলি কওঁ যদিও, অসমীয়া ভাষাত সেইবোৰ কত তৎসমহে। তত্ত তৎসমত বীৰ, বিপদ, ভাৱ হ'ব আৰু লক্ষ্মী 'উচ্চাৰণত' 'লখ্যমী'ৰ নিচিনা হ'ব। তদুপৰি হ্ৰস্ব, দীৰ্ঘ, দন্ত্য-মূৰ্দ্ধন্য প্ৰভৃতিৰ পাৰ্থক্য উচ্চাৰণত থাকেই। পণ্ডিতে আমাৰ ভাষাত বিশুদ্ধ বা অৰ্দ্ধ তৎসম বুলি কয়।

বৈদিক যুগ আৰু মহাকাব্য যুগৰ কথিত লোকভাষা আৰু সংস্কৃত ভাষাৰ অপভ্ৰংশ শব্দসমূহৰ সমষ্টিৰে গঢ় লৈছিল। সেই বাবে বৰ্ত্তমান উত্তৰভাৰতীয় ভাষাসমূহৰ শব্দাৱলীক তৎসম আৰু তদ্ভৱৰ শ্ৰেণীত বিভক্ত কৰিলে বিশুদ্ধ সংস্কৃত শব্দক তৎসমৰ শ্ৰেণীত ধৰা হয়। প্ৰাকৃত আৰু অপভ্ৰংশ স্তৰৰ শব্দক তদ্ভৱৰ ঠাইত থোৱা হয়।

থলুৱা আৰু বিদেশী শব্দসমূহকো এই দৰেই তৎসম আৰু তদ্ভৱ শ্ৰেণীত ভগাব পাৰি। তৎসম আৰু তদ্ভৱৰ বিভাজন বাদ দিও মূল উৎসৰ ফালৰপৰা বিচাৰ কৰি চালে অসমীয়া ভাষাত ব্যৱহাৰ হোৱা শব্দসমূহক তলত দিয়া ধৰণে ভাগ কৰিব পাৰি।




ওপৰত দিয়া দেশী বা স্থানীয় শব্দৰ অধিকাংশই কথিত ভাষাৰ পৰা গ্ৰহণ কৰা হৈছে। গতিকে সেইবিলাকৰ তৎসম আৰু তদ্ভৱ ৰূপৰ মাজত থকা পাৰ্থক্য বহুত সময়ত ধৰা টান। কিছুমান সংস্কৃত মূলৰ শব্দও এই উপভাষাবোৰত সোমাই পৰিছে আৰু কিছুমান উপভাষাৰ শব্দই চিনিব নোৱাৰাকৈ সংস্কৃত ভাষাৰ শব্দ সৃষ্টি কৰিছে। এই ক্ষেত্ৰত গৱেষণা হ'ব লগীয়া বহুত কথা আছে। আমি এই শব্দসমূহৰ কেইটা শ্ৰেণীকে মাত্ৰ থলুৱা শব্দ বুলিহে উল্লেখ কৰিম।

আৰবী, পাৰ্চী আৰু তুৰ্ক ভাষাৰ শব্দসমূহ আমাৰ দেশলৈ মুছলমান [illegible]

বা মুছলমানী শব্দ বুলিও কোৱা হয়। সকলো ইউৰোপীয় শব্দ ৰোমান লিপিৰ মাধ্যমেদি আমাৰ ভাষাত ইংৰাজী ভাষাৰ লগৰীয়া শব্দৰূপে সোমাইছে। চমু কথাত এইবোৰক ইউৰোপীয় শব্দ বুলি ক'লেও যথেষ্ট হয়। ইংৰাজী ভাষাৰ ব্যৱহৃত সকলো শব্দই কেৱল ইংৰাজী মূলৰ নহয়, তাত গ্ৰীক, লেটিন প্ৰভৃতি ভাষাৰ পৰা লোৱা শব্দৰ সংখ্যা বহুত। তলত সকলো শ্ৰেণীৰে শব্দসমূহৰ কেইটামান উদাহৰণ দিয়া হৈছে।

ক) **দেশী শব্দ**—সংস্কৃত ভাষাৰ তৎসম আৰু তদ্ভৱ শব্দই অসমীয়া ভাষাত বেছি। তদুপৰি কিছুমান থলুৱা প্ৰাচীন শব্দও সংস্কৃত ভাষাৰ তৎসম ৰূপৰ দৰে ব্যৱহাৰ হ'বলৈ ধৰিলে। প্ৰকৃততে সেইবোৰক থলুৱা শব্দৰ তদ্ভৱ ৰূপ বুলিলেহে বেছি শুদ্ধ হয়। উদাহৰণ স্বৰূপে 'প্ৰাগ্‌জ্যোতিষ্' শব্দটোকে ল'ব পাৰি। ডঃ বাণীকান্ত কাকতিয়ে এই শব্দটোৰ মূল ৰূপটো অষ্ট্ৰিক ভাষাৰ 'প্ৰাগ্ৰাৰজুহতিষ্' বুলিছে ( পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা পৃ: ৯ )। ইয়াৰ অৰ্থ দীঘল ওখ পৰ্বতৰ শাৰী। মংগোল গোষ্ঠীৰ ডিমাছাসকলৰ ভাষাত 'প্ৰা, গজৌ, থৈচ' এই তিনিটা শব্দই যথাক্ৰমে সাগৰ, পৰ্বত আৰু তেজ বা বংশৰ অৰ্থ প্ৰকাশ কৰে। সেইমতে সাগৰ অৰ্থাৎ জলাশয়ৰ ওচৰত থকা পৰ্বতীয়া জাতিৰ দেশকে প্ৰাগ্‌জৌথৈচ্>প্ৰাগ্‌জ্যোতিষ বোলা হ'ল। তেজপুৰ শব্দটোও মংগোল আৰু সংস্কৃত শব্দৰ মিশ্ৰিত ৰূপ হোৱাই সম্ভৱ। 'থৈচ্' শব্দৰ অপভ্ৰংশ 'তেজ' সংস্কৃতৰ ৰক্ত বা শোণিত অৰ্থত গ্ৰহণ কৰা হ'ল। সেইবাবে সংস্কৃতৰ শোণিত-পুৰ শব্দটোৰ লগত সম্পৰ্ক দেখুৱাই তেজপুৰ শব্দৰ প্ৰচলন কৰা হ'ল। আচ-লতে সংস্কৃত ভাষাৰ তেজ শব্দটো তাপ বা অগ্নিসূচকহে, শোণিতসূচক নহয়। থৈচ্>তেজ শব্দটো বংশসূচক হ'লে বংশবিশেষৰ গুৰুত্বসূচক নগৰ অৰ্থতো তেজপুৰ শব্দৰ সাৰ্থকতা দেখা যায়। শালস্তম্ভ বংশৰ ৰজাসকলৰ দিনতে তেজ-পুৰ নগৰত ৰাজধানী পতা হৈছিল।

নদীসূচক লুইত শব্দটোৰো মূল তেজ বা ৰক্ত বুজোৱা সংস্কৃত 'লোহিত' শব্দ নহৈ স্থানীয় জনগোষ্ঠীৰ শব্দ হ'ব পাৰে। খ্ৰীঃ চতুৰ্থ শতিকাৰ আগতে ব্ৰহ্মপুত্ৰৰ উপত্যকালৈ সংস্কৃত ভাষা কোৱা মানুহ অহাৰ কোনো ঐতিহাসিক প্ৰমাণ নাই। সেই বাবে ভাৰতৰ সপ্ততীৰ্থৰ ভিতৰত ব্ৰহ্মপুত্ৰ বা লৌহিত্যৰ নাম নাই। চতুৰ্থ শতিকাৰ আগতে ব্ৰহ্মপুত্ৰৰ নাম কি আছিল, সেই কথা কোৱা টান। তথাপি ধ্বনিসাম্যৰ কালবৰ্ণৰা বিচাৰ কৰি চালে জনগোষ্ঠীৰ ভাষাত প্ৰচলিত শব্দ দুই-এটাকে তাৰ মূল ৰূপ বুলি ধৰাৰ যুক্তি আছে, কিন্তু কেতিয়াবা তেনেকুৱা কিছুমান শব্দ সংস্কৃত ভাষাৰ অপভ্ৰংশ হোৱাৰো সম্ভাৱনা অস্বীকাৰ কৰিব নোৱাৰি। উদাহৰণ স্বৰূপে সোৱণশিৰি শব্দটো মিছিংভাষাৰ 'সুবনৰি' শব্দৰ অপভ্ৰংশ যেন লাগে। উৎপত্তি বা পাৰ্বত্য সুবৰ্ণ বা সোণ থকা

বাবে 'সুবৰ্ণশিৰী'ৰ পৰা সোৱণশিৰী হ'ব পাৰে। আনহাতে অফ্রিক ভাষাত নদী-সূচক শিৰি, চিৰি, শ্ৰী শব্দৰ প্ৰচলন আছে। দিখৌ, দিচাং, দিহিং প্ৰভৃতি নদীসূচক শব্দবোৰ ডিমাছা ভাষাৰ বুলি কয়।

জাতি বাচক 'কোচ' শব্দটো সংস্কৃত ভাষাৰ কম্বোজ>কম্বচ্>কৱচ>কুৱাচ>কোচ হৈছে বুলি বহুতে অনুমান কৰে। আহোম আৰু অসম সম্বন্ধে কিছুমান মতান্তৰ আছে। 'লুইত' আৰু 'ব্ৰহ্মপুত্ৰ' শব্দ দুটাৰ মূল সম্বন্ধেও কিছুমান মত প্ৰচলিত আছে। পানী বা নদী বাচক তি আৰু দি দুয়োটাই তিব্বত-চীনগোষ্ঠীৰ বড়ো ভাষাৰ শব্দ। লাওতি শব্দৰ অৰ্থ দীঘল নদী। বড়ো ভাষাত ব্ৰহ্মপুত্ৰক লাওতি বুলি কয়। ধ্বনি বিপৰ্যয় ঘটি লাওতি শব্দৰ পৰা লুইত শব্দ হৈছে বুলি বহুত পণ্ডিতে অনুমান কৰে। 'লাওতি'>'লুইত'>'লোহিত'>'লৌহিত্য' হ'ব পাৰে। সেইদৰে বড়ো মূলৰ 'বুলুংবুথুৰ শব্দৰ পৰা 'ব্ৰহ্মপুত্ৰ' শব্দৰ উৎপত্তি হোৱা বুলি অনুমান কৰে। এই দৰে কিছুমান থলুৱা ভাষাৰ শব্দই তত্ত্বৰ স্তৰতহে সংস্কৃত ৰূপ লৈছে। তথাপি বিশেষ্য বা নাম বুজোৱা আৰু গুণ বুজোৱা শব্দ থলুৱা ভাষাৰ পৰা যি পৰিমাণে অহা সম্ভৱ, সেই পৰিমাণে ধাতু শব্দ অসমীয়া ভাষালৈ অহাটো সম্ভৱ নহ'বও পাৰে।

খ) **বিদেশী শব্দ** —প্ৰাচ্যদেশীয় শব্দৰ ভিতৰত পাৰ্চী আৰু আৰবী ভাষাৰ শব্দ-সংখ্যাই বেছি। তুৰ্ক ভাষাৰ শব্দ-সংখ্যা এই দুটা ভাষাৰ তুলনাত কম। এইবোৰ শব্দক আগৰ অভিধানত যাৱনিক শব্দ বোলা হৈছিল। মূলতে যৱন শব্দটো য়ুনান অৰ্থাৎ গ্ৰীক সূচক আছিল। পাৰস্য, আৰৱ প্ৰভৃতি পশ্চিম এচিয়াৰ লোকে গ্ৰীকসকলক য়ুনান বোলে। যৱন বা গ্ৰীকসকলৰ দৰে পশ্চিম দিশৰ পৰা অহা আৰৱ আৰু পাৰস্যৰ লোককো পাছত ভাৰতৰ মানুহে যৱন বুলিবলৈ ধৰিলে। মধ্যযুগৰ অসমীয়া সাহিত্যত মুছলমান বুজাবৰ কাৰণে যৱন শব্দ ব্যৱহাৰ কৰা হৈছিল। বিবোৰ শব্দক অভিধানত যাৱনিক শব্দ বুলিছে, সেই শব্দবোৰৰ প্ৰচলন মুছলমান সম্প্ৰদায়ৰ লোকৰ মাজত বেছি দেখা যায়, কিন্তু ১৪-১৫ শতিকামানৰে পৰা এইশ্ৰেণীৰ শব্দ কম-বেছি পৰিমাণে অসমৰ লিখিত ভাষাত প্ৰয়োগ হৈ আহিছে। বৰ্তমানৰ লিখিত আৰু কথিত অসমীয়া ভাষাত প্ৰচলিত কিছুমান এই শ্ৰেণীৰ শব্দ তলত দিয়া হৈছে।

চালাৰ>চেলাৰ, হৰাম>হেৰাম, বেঈমান>বেইমান, খয়াল>খিয়াল, খয়ৰাত>খইৰাত, মুশ্কিল>মছকিল, দোষ>দোহ, খবৰ>খাবাৰ, ছোৱাব>ছেৱাপ, কিতাব>কিতাপ, গুলাব>গোলাপ, মুকদ্দমা>মকৰ্দমা, তলৱাৰ>তৰোৱাল, নুকচান>লোকচান, মহছুল>মাছুল, নকদ>নগদ, পহলৱান>পালোৱান, পেশহাজিৰ>পচহাজিৰ, শেকস্তামী>শকাস্তানী, দৰজান>

দৰাচলতে, চেহৰা > চেহেৰা, মছালা > মছলা, গৰদন > গলধন, সাঁ্যাহী > চিয়াঁহী, চাহৰ > চাহাৰ, জানৱৰ > জানোৱাৰ, মুৰ্গ > মুৰ্গী, ; বৰবাদ, মহুগুল, চহী, ছবৰ, কায়দা, ফায়দা, জোৰী-কমজোৰী, মজবুত, মজদূৰ, মেহনত, মুছাফিৰ, দৰদ, বদনাম, গৰীব, পৰ্দা, ৰাস্তা, কানুন, আইন, আইনা, চফেদ, চাফ, চশমা, ৰুমাল, খবৰ, গৰম, দুনিয়া ইত্যাদি।

আৰবী আৰু পাৰ্চী ভাষাৰ ধ্বনি পাৰ্চী লিপিত লিখা উৰ্দূ ভাষাৰ বাহিৰে অন্য ভাৰতীয় ভাষাত ( ভাৰতীয় বৰ্ণমালাৰে লিখা ) মূলৰ দৰে বেছি আঁতৰি যোৱাটো স্বাভাৱিক। এনেস্থলত মূল ভাষাৰ তৎসম ৰূপ ৰক্ষা কৰাটো বৰ টান কথা। সেই বাবে এইবিলাক শব্দৰ প্ৰায় ভাগেই তদ্ভৱ ৰূপতহে আমাৰ ভাষাত চলিছে। তুৰ্ক ভাষাৰ শব্দৰ ভিতৰত খান বা খাঁ ( পুংলিংগ ), খো, হো, তুন > খাতুন, ( স্ত্ৰী লিংগ ), লড়কা > ল'ৰা প্ৰভৃতি পোৱা যায়। শংকৰদেৱৰ জীৱন চৰিতত কেতাইখাঁ, বুঢ়াখাঁ প্ৰভৃতি কায়স্থৰ নাম পোৱা যায়। লড়কা শব্দৰ প্ৰচলন ১৫-১৬ শতিকাৰ হিন্দীতো প্ৰায়ে নাছিল। সুৰদাসে দুই-এঠাইত লড়িকা শব্দ শিশু অৰ্থত ব্যৱহাৰ কৰিছিল। অসমীয়া ভাষাতো এই লড়কা শব্দৰ অপভ্ৰংশ ল'ৰা বহুত পাছত ( ইংৰাজ শাসনৰ আৰম্ভণিৰ পৰা ? ) সোমাইছে। ৰং বা বৰণসূচক ক'লা আৰু যোঁৰা (অশ্ব) শব্দৰ মূল তুৰ্কভাষাৰ কৰা আৰু যোৰন্ হ'ব পাৰে বুলি মত আছে। সংস্কৃতৰ ঘোটক শব্দৰ পৰা ঘোঁৰা শব্দ হোৱা বুলিয়েই সাধাৰণতে ধৰা হয়। হিন্দী কালা, বাংলা কাল আৰু অসমীয়া ক'লা শব্দৰ মূল তথা সাদৃশ্য সম্বন্ধে বিচাৰ কৰিলে তুৰ্ক শব্দৰ লগত সম্বন্ধ ওলাবও পাৰে।

বিজ্ঞান, দৰ্শন, কলা, অৰ্থনীতি প্ৰভৃতি নানা বিষয়ৰ ইংৰাজী ভাষাত প্ৰচলিত শব্দসমূহৰ মূল গ্ৰীক, লেটিন, ৰোমান, ফৰাচী প্ৰভৃতি অন্যান্য ইউৰোপীয় দেশৰ শব্দ। আমাৰ দেশৰ পাশ্চাত্য শিক্ষাৰে শিক্ষিত লোকসকলে এইবিলাক বিষয়ত ইউৰোপীয় শব্দৰ ব্যৱহাৰ বেছি পৰিমাণে কৰা কাৰণে সেই শ্ৰেণীৰ ভাবপ্ৰকাশ কৰিব পৰা সংস্কৃত মূলৰ শব্দ নতুনকৈ গঢ় লোৱাত বাধা সৃষ্টি হৈছে আৰু প্ৰচলিত শব্দও বহুত সময়ত বাদ পৰিবলৈ ধৰিছে।

গ) সংস্কৃত মূলৰ শব্দ —ভাৰতবৰ্ষৰ সকলো ভাষাতে তৎসম আৰু তদ্ভৱ ৰূপত সংস্কৃত শব্দৰ প্ৰচলন কম-বেছি পৰিমাণে হৈ আহিছে। উত্তৰ ভাৰতৰ ভাষাৰ তুলনাত দক্ষিণ ভাৰতৰ দ্ৰাবিড়গোষ্ঠীৰ ভাষাকেইটাত সংস্কৃত ভাষাৰ শব্দ আপেক্ষিক ভাবে কম। অসমীয়া ভাষাত প্ৰচলিত সংস্কৃত ভাষাৰ তৎসম, অৰ্ধ-তৎসম আৰু তদ্ভৱ ৰূপ-কেইটামানৰ উদাহৰণ তলত দিয়া হৈছে।

হাহাকাৰ > হাহাকাৰ, শ্বেত > শেঁতা, ঘৃত > ঘিঁউ, গৰ্ত > গাঁত, বাস > বাহ > বাঁহ ইত্যাদি।

কৰ্ম, কণ্টকফল আৰু মধুমূল শব্দ যথা ক্ৰমে কাম, কঠাল আৰু মধুমলা শব্দলৈ ৰূপান্তৰ হওঁতে তলত উল্লেখ কৰা পৰিবৰ্তনবোৰ দেখা যায়। কৰ্ম শব্দটো ব্যঞ্জনান্ত বটো যথা ক্ৰমে স্বৰান্ত 'ৰ' আৰু 'আ' লৈ ৰূপান্তৰিত হৈছে। 'ক' বৰ্ণৰ লগত থকা 'অ' ধ্বনি আৰু স্বৰান্ত 'ৰ'ৰ 'অ' ধ্বনি মিলি 'আ' ধ্বনি গঢ় লৈছে। কণ্টকফল শব্দটোৰ ণ্ আৰু দ্বিতীয়টো ক লোপ পোৱাৰ পাছত 'ফ' ধ্বনিৰ 'প্' অংশটো লুপ্ত হৈ কেৱল তাৰ মহাপ্ৰাণসূচক 'হ' অংশটোহে থকা দেখা গ'ল [ফ(প+হ)—প=হ]। অৰ্থাৎ ক+ণ্+ট+ক+ফ(প্+হ)+ল এই বৰ্ণ কেইটাৰ পৰা 'ণ্', 'ক' আৰু 'প্' বৰ্ণ বাদ দিলত কটহল শব্দটো গঢ় ল'লে। ট+হ যোগ হৈ (ট্+হ), টৰ লগত থকা অ আৰু হ ৰ লগত থকা অ দুটা আ লৈ ৰূপান্তৰিত হৈ ঠা ধ্বনি সৃষ্টি কৰাটো তাৰ পাছৰ স্তৰৰ কথা। মধুমূল শব্দৰ প্ৰথম বৰ্ণ ন>ৰ আৰু মূ>ম হোৱাৰ পাছত অন্তিম বৰ্ণ 'ল'ত 'আ' ধ্বনি যোগ হৈ মধুমলা হৈছে। অন্য ভাষাৰ পৰা অহা শব্দবোৰতো ধ্বনি পৰিবৰ্তন হওঁতে এনেবোৰ নিয়মেই কাম কৰে। শব্দত প্ৰত্যয় যোগ হ'বৰ সময়তো এনে ধৰণেই ধ্বনি-পৰিবৰ্তন ঘটে।

অনুশীলনী —৬

১) অসমীয়া ভাষাত ব্যৱহাৰ হোৱা শব্দসমূহৰ মূল সম্বন্ধে ভূগোল আৰু ইতিহাসৰ লগত সম্পৰ্ক দেখুৱাই আলোচনা কৰা।

২) তৎসম আৰু তদ্ভৱ শব্দ দুটাৰ অৰ্থ উদাহৰণ সহ বুজাই লিখা।

৩) ধ্বনি-পৰিবৰ্তনক চাৰিটা কি কি ভাগত বিভক্ত কৰিব পাৰি? কৃষ্ণা > কাৰ্ণলা হওঁতে কি কি ধ্বনিৰ পৰিবৰ্তন হৈছে, বিশ্লেষণ কৰা।

৪) ক —তলত দিয়া শব্দবোৰৰ অসমীয়া ভাষাত প্ৰচলিত তদ্ভৱ ৰূপ লিখা।
হস্তী, উৎসৱ, মণ্ডল, অমৃত, আবিকা, স্মৰণ, মূৰ্খ, শয্যা, লক্ষ্মী, কাষ্ঠ, মুণ্ড।

খ) —তলত দিয়া শব্দবোৰৰ যথাসম্ভৱ মূল ৰূপ (তৎসম ৰূপ) অসমীয়া বৰ্ণমালাৰে প্ৰকাশ কৰা।

লুইত, বামাপ, ছেৰাপ, গোমালু, মঁৰা, মাহুৰ, [illegible], কমবল, বজল, তেজপুৰ, তেজোৰ।

গ —তলত দিয়া শব্দবোৰৰ সংস্কৃত তৎসম ৰূপ লিখা।

শিবিৰ, শুইন, বেল, বিজন, মীঙ, [illegible], কৰ্ণ, মাল্লোৰ, সোনাৰ, পাপ।

১৭। **অসমীয়া ভাষাৰ বৰ্ণমালা** —অসমীয়া ভাষাৰ বৰ্ণমালাসমূহ (ধ্বনিসমূহৰ দৃশ্য প্ৰতীক বা চকুৰে দেখা চিনসমূহ) সংস্কৃত ভাষাৰ আধাৰত গ্ৰহণ কৰা হৈছে। সংস্কৃত ভাষাত ব্যৱহাৰ কৰা ঌ আৰু ৠ ধ্বনি দুটা অসমীয়া ভাষাত নাই। স্থান আৰু কালভেদে ধ্বনি আৰু বৰ্ণমালাৰ আকৃতি বা ৰূপবো (লিপিবো) পৰিবৰ্তন হয়। সংস্কৃত ভাষাৰ লিপি বুলি এটা পৃথক্ খাটী লিপি নাই। যি লিপিত সংস্কৃত ভাষাত ব্যৱহাৰ হোৱা ধ্বনিসমূহ বুজাব পৰা বৰ্ণমালা সম্পূৰ্ণৰূপে আছে, সেই লিপিতে সংস্কৃত ভাষা লিখিব পাৰি আৰু লিখা হয়। ভাৰতবৰ্ষত অতি প্ৰাচীন কালৰ 'ব্ৰাহ্মীলিপিৰ' পৰা আৰম্ভ কৰি ইংৰাজৰ শাসন-কাললৈকে লিপিৰ ক্ষেত্ৰত ভালেখিনি পৰিবৰ্তন ঘটিল। মৌৰ্যযুগৰ ভাৰতত কেৱল ব্ৰাহ্মী আৰু খৰোষ্ঠী লিপিহে প্ৰচলন আছিল। সাতবাহন বা অন্ধ্ৰ আৰু গুপ্ত ৰজাসকলৰ শাসন কালত উত্তৰ আৰু দক্ষিণ ভাৰতৰ ব্ৰাহ্মী লিপিৰ মাজত কিছু পাৰ্থক্য আৰম্ভ হৈ লাহে লাহে বৃদ্ধি পাবলৈ ধৰিলে। খ্ৰীঃ ৬-৭ শতিকাৰ উত্তৰগুপ্ত লিপি আৰু দক্ষিণগুপ্ত লিপিৰ মাজত প্ৰভেদ স্পষ্ট হৈ পৰিল। খ্ৰীঃ ৭ম শতিকাৰ পৰা ১০ম শতিকাৰ ভিতৰত উত্তৰ 'গুপ্তলিপিত' বেঁকা ৰেখাৰ পৰিমাণ বেছি হোৱা কাৰণে 'কুটিল লিপি' নামে তাক পৰিচিত কৰা হ'ল। খ্ৰীঃ ৮ম শতিকাৰ পৰা মহাৰাষ্ট্ৰ, ৰাজস্থান, মধ্যপ্ৰদেশ আৰু উত্তৰ-প্ৰদেশতো ক্ৰমে বিস্তাৰ লাভ কৰি খ্ৰীঃ ১০ম শতিকামানলৈকে সুকীয়া গঢ় লোৱা লিপিটোক 'আদি নাগৰী' নাম দিয়া হ'ল। খ্ৰীঃ ১২ শতিকা মানত 'নাগৰী লিপিয়ে' প্ৰায় আধুনিক আক-ৰীৰ ৰূপ ল'লে; কিন্তু ১০ম শতিকা মানতেই বঙ্গ, ওড়িষ্যা আৰু নেপাল প্ৰভৃতিত নাগৰীৰ আদি ৰূপৰ পৰা কাটি অহা নতুন নতুন লিপি গঢ় ল'বলৈ ধৰিলে। এই দৰে ব্ৰাহ্মী লিপিৰ সংস্কৃত বৰ্ণমালাৰ পৰাই সকলো ভাৰতীয় ভাষাৰ বৰ্ণমালা আৰু লিপিয়ে বিকাশ লাভ কৰিছিল। খ্ৰীঃ ১৩ শতিকা মানৰ পৰা মুছলমান শাসকসকলৰ প্ৰভাৱত 'পাৰ্চী লিপিও' ধৰা ক্ৰমে পশ্চিম ভাৰত আৰু উত্তৰ ভাৰতত চলিবলৈ ধৰিলে। পাৰ্চী লিপিৰ বৰ্ণ-বিন্যাস পদ্ধতি ব্ৰাহ্মীমূলৰ বৰ্ণ-বিন্যাস পদ্ধতিতকৈ কিছু সুকীয়া।

পুৰণি অসমীয়া পুথিৰ বৰ্ণমালা নাগৰী বৰ্ণমালাৰ লগত কিছু মিলা দেখা যায়; বৰ্ণমালাই মুদ্ৰিত ৰূপ লোৱাৰ পাছত এই মিল [illegible]। কিন্তু বৰ্তমান মুদ্ৰিত বৰ্ণমালা সংস্কাৰ কৰি টাইপৰ [illegible] নতুন [illegible] ৰাখিছে। এই ক্ষেত্ৰত ধ্বনিৰ [illegible], [illegible] আৰু পৰি-[illegible] চকু ৰাখিহে [illegible] সংকেত-চিহ্নবোৰৰ পৰিবৰ্তন আৰু নৱী-[illegible] দিব লাগিব।

ৰূপ লয়। সেই বাবে ৎ ৰ পাছত থকা শ, ষ আৰু স ৰ উচ্চাৰণো ছ'ৰ দৰে হয় আৰু বহুত ক্ষেত্ৰত তাৰ সেইদৰে লিখাও হয়। যেনে—চিকিৎসা, উৎসৱ >উছৱ, উৎসৰ্গা>উছৰ্গা, বৎস>বাছা, উৎশৃংখল>উছৃংখল।

'ক্ষ'ৰ উচ্চাৰণ অসমীয়া ভাষাত খ্যৰ দৰে হয়, বংগ ভাষাত খঁৰ দৰে, সংস্কৃত আৰু হিন্দীত কৃছ্‌ৰ দৰে হয়। ক+স=ক্স বৰ্ণৰ প্ৰয়োগ আছে; কিন্তু ক+ষ=ক্ষ হয়। আমাৰ ভাষাত ক্সৰ দৰে ক্ষৰ উচ্চাৰণে মূল বৰ্ণৰ ধ্বনি ৰক্ষা নকৰে। হিন্দীত লক্ষ্মী (লক্‌ছমী) সংস্কৃতৰ দৰে হয় যদিও কিছুমান উপভাষাত লছ্‌মী উচ্চাৰণ হয়। মন কৰিব লগীয়া যে—অপভ্ৰংশ যুগত 'ষ'ৰ উচ্চাৰণ 'খ'ৰ দৰেও হৈছিল। সেই বাবে ক+ষ='ক্ষ'ৰ ক্ লোপ পালে বাকী থকা ষ >'ছ' বা 'খ' হয়। হিন্দীৰ উপভাষাত ভাষা>ভাখা, লক্ষ্মী>লছমী আৰু অসমীয়াত লক্ষ্মী>লখ্মী >লখিমী এই দৰেই হৈছে।

ঘ) বৰ্ণমালাৰ উচ্চাৰণৰ দৰেই আকৃতি সম্বন্ধেও কিছুমান কথা মন কৰিব লগীয়া আছে। উচ্চাৰণ আৰু লেখন উভয়তে সহজীকৰণৰ প্ৰবৃত্তিয়ে প্ৰভাৱ বিস্তাৰ কৰে। কেতিয়াবা এনে সহজীকৰণৰ ফলত সংযুক্ত বৰ্ণই মূল বৰ্ণৰ লগত থাকিব লগীয়া সাদৃশ্য হেৰুৱাই পেলায়। তেনে ফলত কেৱল নশিকাৰুৰ কাৰণেই নহয় পুৰণি লেখকৰ কাৰণেও বহুত ক্ষেত্ৰত অসুবিধাৰ সৃষ্টি হয়। অসমীয়া ভাষাৰ বাবে ব্যৱহৃত বৰ্ত্তমান বৰ্ণমালাত কিছুমান চকুত লগা বিসংগতি আছে। এইবোৰ বিসংগতি দূৰ কৰি ল'ব পাৰিলে ভাল হয়। এই ক্ষেত্ৰত প্ৰগতিশীল বিচাৰ বুদ্ধি আৰু আৱশ্যকীয় সৎসাহৰ অভাৱ যথাসম্ভৱ সোনকালে দূৰ কৰিব লাগে। কেইটামান বিসংগতিৰ উদাহৰণ তলত দিয়া হৈছে।

১) ত্+ৰ=ত্ৰ। ব্যঞ্জনবৰ্ণ 'এ'ৰ ওপৰত মাত্ৰা দিয়া হ'ল। নাগৰী ত্ৰ (ত্+ৰ) সংযুক্ত বৰ্ণৰ সহজীকৰণত এই ৰূপ পাইছে।

২) ত্+ত=ত্ত। ব্যঞ্জনবৰ্ণৰ 'ও'ৰ ওপৰত মাত্ৰা। ন্+ও=ন্ত (ন্+ত্+উ)। 'ও' ৰূপটোক পৃথক্ পৃথক্ ধ্বনিৰ বাবে ব্যৱহাৰ কৰা হৈছে। 'ও'ৰ ওপৰত মাত্ৰা হ'লেও 'ত্ত' ৰূপটোত দুটা 'ত'ৰ সংযোগ দৃষ্টিগোচৰ হয়; কিন্তু বত্ত, ৰত্ত প্ৰভৃতি শব্দত 'ত্ত' ৰূপটো ত+উ=তু হৈ পৰিছে। নাগৰী লিপিত ব্যঞ্জনবৰ্ণৰ লগত থকা 'উ' ধ্বনিৰ কাৰণে 'ু' চিন ব্যৱহাৰ কৰা হয়। এই নাগৰী চিনকে অসমীয়া আৰু [illegible] লিপিত গ, শ, হ আৰু 'ত' বৰ্ণৰ [illegible] ব্যৱহাৰ কৰা হ'ল। সেই বাবে গ+উ=গু, শ্+উ=শু, হ্+উ=হু (হ ব্যঞ্জনৰ [illegible] আৰু ওপৰত ৩ চিন), ৰ্+উ=ৰু (ৰ [illegible] বাৰত) আৰু ত বৰ্ণৰ তলত 'ু' [illegible] কৰা [illegible]। ত বৰ্ণৰ তলত 'ু' চিন দিলে [illegible], সংযুক্ত 'ত্ত' বৰ্ণৰ

(শু, স্তু) তলত ‘৩’ চিন দিয়াৰ প্ৰথাৰ প্ৰচলন আছে। এনে প্ৰথাই বিভ্ৰাট সৃষ্টি কৰিব পাৰে।

৩) ‘┐’ চিনটো ‘ৰ’ বৰ্ণৰ লগত লাগিলে উ স্বৰ আৰু ‘হ’ বৰ্ণৰ লগত লাগিলে ‘ঋ’ স্বৰৰ সূচক হয়। যেনে—ৰ+উ=ৰু, হ+ঋ=হৃ। এনে অৱস্থাবো পৰিৱৰ্তন আৱশ্যক। শ্+ৰ্+উ+=শ্ৰু, ত্+ৰ্+উ=ত্ৰু, শ্+ৰ্+উ=শ্ৰু, ত্+ৰ্+উ=ত্ৰু আদি ৰূপ সকল কৰি শ্ৰু, শ্ৰু, ত্ৰু, ত্ৰু, ৰু আদি ৰূপ গ্ৰহণ কৰিব পাৰি।

৪) ক্+ৰ=ক্ৰ, ত্+ৰ্+উ=ত্ৰু। এই দুটা বৰ্ণৰ মাজত দেখা পাৰ্থক্য বৰ কম; কিন্তু ধ্বনিৰ পাৰ্থক্য বহুত বেছি। এই ক্ষেত্ৰত বৰ্ণৰ আকৃতিগত পৰিৱৰ্তনৰ প্ৰয়োজন।

৫) ‘হ’ বৰ্ণৰ লগত ন, ণ বৰ্ণৰ সংযোগটোও বিসংগতিপূৰ্ণ। হ+ণ=হ্ণ, হ+ন=হ্ন। এই দুয়োটা দেখনত বিপৰীত। ন্+হ=ন্হ; ইয়াৰ উচ্চাৰণ হয় ন্+থ=ন্থ। থ বৰ্ণক ন আৰু স বৰ্ণৰ লগত সংযুক্ত ৰূপ দি যথাক্ৰমে ন্থ আৰু স্থ কৰা হয়। এনে বিলাক বিসংগতিপূৰ্ণ ব্যৱস্থাই শিকাৰু লোকক অনাৱশ্যক অশ্লানত পেলায়।

৬) অন্য বৰ্ণৰ লগত যোগ হোৱা ‘ৱ’টো বংগ ভাষাৰ অনুকৰণত ‘ব’ লিখা হয়। যেনে—দ্+ৱ=দ্ব, ত্+ৱ=ত্ব, ত্+ত্+ৱ=ত্ত্ব, স্+ৱ=স্ব, ল্+ৱ=ল্ব। প্ৰকৃততে এই বিলাকৰ ‘ৱ’ যুক্ত শুদ্ধ ৰূপ একোটা গঢ় দি লোৱাৰ ব্যৱস্থা হ’ব লাগে। এনে ধৰণৰ নানা বিসংগতিয়ে বৈজ্ঞানিক পদ্ধতিত শিক্ষা গ্ৰহণৰ ক্ষেত্ৰত বাধা সৃষ্টি কৰে। সংস্কৃতৰ দ্বাৰ শব্দটো যদি দাৰ লিখা হয়, তাৰ অপভ্ৰংশ বা তদ্ভৱ ৰূপটো দুৱাৰ হ’ব, দুবাৰ নহ’ব।

২০। **উচ্চাৰণ-স্থান** —সংস্কৃত ভাষাৰ ধ্বনি সমূহৰ পৰম্পৰাতেই অসমীয়া ভাষাৰ ধ্বনিসমূহ আৰু তাৰ লিখিত ৰূপ বৰ্ণসমূহৰ সৃষ্টি হৈছে; কিন্তু এই ধ্বনি আৰু বৰ্ণত সংস্কৃত ভাষাৰ শুদ্ধ ৰূপ বা তৎসম ৰূপ সম্পূৰ্ণ সুৰক্ষিত হৈ থকা নাই। এনে ধৰণৰ কিছু আলোচনা আগতেও কৰা হৈছে। এই প্ৰসংগত সংস্কৃত ভাষা আৰু অসমীয়া ভাষাৰ মাজত উচ্চাৰণৰ স্থানৰ ক্ষেত্ৰত হোৱা পৰিৱৰ্তন সম্বন্ধে বিচাৰ কৰা হ’ব। প্ৰথমতে সংস্কৃত ধ্বনিসমূহৰ উচ্চাৰণ-স্থান সম্বন্ধে জানি লোৱা আৱশ্যক। উচ্চাৰণৰ স্থানৰ লগতে উচ্চাৰণৰ হ্ৰস্ব-দীৰ্ঘ ৰূপ আৰু কলা-ভৱৰ বিষয়েও বিচাৰ কৰিবলগীয়া আছে। স্বৰ বৰ্ণৰ উচ্চাৰণৰ বিশ্লেষণ তলত কৰা হৈছে।




সংস্কৃত ভাষাৰ এই ধ্বনি সমূহৰ উচ্চাৰণ অসমীয়া ভাষাত কিছু সলনি হৈছে। সংস্কৃত ভাষাত ব্যৱহৃত ঌ বৰ্ণৰ হ্রস্ব আৰু দীৰ্ঘ এটাও স্বৰ অসমীয়া ভাষাত নাই। আনহাতে দীৰ্ঘ ধ্বনিও হ্রস্ব ৰূপত আৰু হ্রস্ব ধ্বনিও দীৰ্ঘ ৰূপত উচ্চাৰণ কৰা ব্যতিক্রম অসমীয়া ভাষাত বৰ বেছি।

ওপৰত দিয়া বাৰটা স্বৰ ধ্বনিৰ ভিতৰত ছটাহে মূল স্বৰ ধ্বনি বুলি ধৰিব পাৰি। সেই ছটা হৈছে—অ, আ, ই, উ, এ আৰু ও। কোমল অ ধ্বনি (অ') আৰু কোমল এ ধ্বনি (এ') সহ মূল স্বৰ ধ্বনি আঠোটা বুলি ধৰা হয়। ঋ ধ্বনিটো অসমীয়া ভাষাত সংস্কৃতৰ দৰে নহয়। ৰি অৰ্থাৎ ৰ্+ই ধ্বনিৰ মিচিনা হয়। বাকী পাঁচোটা ধ্বনি (ঈ, ঊ, ঋ, ঐ, ঔ) সংযুক্ত ধ্বনি। আ, এ আৰু ও ধ্বনি অসমীয়া ভাষাত মূল ধ্বনি আৰু যুগ্মধ্বনি দুয়োটা ৰূপতে পোৱা যায়। সংস্কৃত ভাষাত এই তিনিওটা দীৰ্ঘস্বৰ হ'লেও অসমীয়া ভাষাত ইহঁতৰ হ্রস্ব ৰূপটো মূল স্বৰ ধ্বনিৰ তলতে আছে।

খ) স্বৰ ধ্বনিৰ সহায় নোলোৱাকৈ স্পষ্ট শুনোৱা বা প্ৰকাশ হ'ব নোৱাৰা ধ্বনিক ব্যঞ্জন ধ্বনি বোলা হয়। সংস্কৃত ভাষাত এই শ্ৰেণীৰ ৩৩টা ধ্বনি-চিহ্ন আছে। গতিকে সংস্কৃত ভাষাত মূল ব্যঞ্জন ধ্বনিও ৩৩টা। তলত ব্যঞ্জন আৰু স্বৰ দুয়োবিধ ধ্বনিৰ উচ্চাৰণৰ স্থান আৰু শ্ৰেণী-বিভাগ সম্বন্ধীয় ধাৰণা স্পষ্ট হ'বৰ কাৰণে এটা চিত্ৰ আৰু সামান্য আলোচনা দাঙি ধৰা হৈছে।

| উচ্চাৰণ-স্থান | অল্প প্ৰাণ | মহা প্ৰাণ | অল্প প্ৰাণ | মহা প্ৰাণ | অনুনাসিক | অন্যান্য ব্যঞ্জন | স্বৰবৰ্ণ | যুগ্ম স্বৰবৰ্ণ |
|---|---|---|---|---|---|---|---|---|
| কণ্ঠ | ক | খ | গ | ঘ | ঙ | হ ঃ | অ আ | এ ঐ |
| তালু | চ | ছ | জ | ঝ | ঞ | শ | ই ঈ | (কণ্ঠ+তালু) |
| মূৰ্ধা | ট | ঠ | ড | ঢ | ণ | ৰ ষ | ঋ ৠ | |
| দন্ত | ত | থ | দ | ধ | ন | ল স | | ও ঔ |
| ওষ্ঠ | প | ফ | ব | ভ | ম | | উ ঊ | (কণ্ঠ+ওষ্ঠ) |
| অন্তঃস্থ | | | | | | য | | |
| দন্ত+ওষ্ঠ | | | | | | ৱ | | |

একে ঠাইৰ পৰা উচ্চাৰণ কৰা বৰ্ণবোৰক একোটা বৰ্গ বোলা হয়। যেনে—কণ্ঠৰ পৰা উচ্চৰিত ‘ক’ৰ পৰা ঙ পৰ্যন্ত বৰ্ণ পাঁচোটাক একটা শাৰীত ক বৰ্গ বোলা হয়। সেই দৰে তালুৰ পৰা উচ্চৰিত (চ>ঞ) বৰ্ণসমূহ চ বৰ্গ, মূৰ্ধাৰ পৰা উচ্চৰিত (ট>ণ) বৰ্ণসমূহ ট বৰ্গ, দন্তৰ পৰা উচ্চৰিত (ত>ন) বৰ্ণসমূহ ত বৰ্গ আৰু ওষ্ঠৰ পৰা উচ্চৰিত (প>ম) বৰ্ণ সমূহক প বৰ্গ বোলা হয়। ক বৰ্গ, চ বৰ্গ, ট বৰ্গ, ত বৰ্গ আৰু প বৰ্গক একে লগে সামৰি বৰ্গীয়বৰ্ণ বোলা হয়। এই বৰ্ণবোৰ উচ্চাৰণ কৰোঁতে কণ্ঠ কিছু চাপ খায় বা বন্ধৰ দৰে হয়। সেই বাবে ইহঁতক স্পৃষ্ট বা স্পৰ্শ বৰ্ণ বুলিও কোৱা হয়। স্বৰবৰ্ণ উচ্চাৰণ কৰোঁতে কণ্ঠ চাপ নাখায়, মুকলি হৈ থাকে। সেই বাবে সেই বিলাকক অস্পৃষ্ট বা বিবৃত বৰ্ণ বুলি ধৰা হয়। য, ৰ, ল, ৱ এই চাৰিটা বৰ্ণ উচ্চাৰণ কৰোঁতে কণ্ঠ বিবৃত আৰু স্পষ্ট দুয়োটাৰে মাজৰ অৱস্থাত থাকে। সেই বাবে এই চাৰিটা বৰ্ণক অন্তঃস্থ অৰ্থাৎ মধ্যস্থ বুলি ধৰা হয়।

প্ৰতি বৰ্গৰে দ্বিতীয় আৰু চতুৰ্থ বৰ্ণত হ ধ্বনি লুকাই আছে। সেই কাৰণে এই বৰ্ণ দহোটাৰ (খ, ছ, ঠ, থ, ফ আৰু ঘ, ঝ, ঢ, ধ, ভ) উচ্চাৰণ কিছু কঠিন। এই কঠিনতা বুজাবৰ কাৰণে ইহঁতক মহাপ্ৰাণ বৰ্ণ বোলা হয়। বাকী ১৫টা বৰ্ণক মহাপ্ৰাণৰ বিপৰীতে কোমল অৰ্থত অল্পপ্ৰাণ বৰ্ণ বোলা হয়; কিন্তু অল্পপ্ৰাণ ১৫টাৰ পঞ্চম বৰ্ণকেইটাক অনুনাসিক বৰ্ণও বোলা হয়। বৰ্ণ পাঁচোটা (ঙ, ঞ, ণ, ন আৰু ম) উচ্চাৰণ কৰোঁতে [illegible] আৰু নাকেদি বাহিৰ হয় কাৰণেই এই নাম দিয়া হৈছে।

লগত থাকিব নোৱাৰে। অসমীয়া ভাষাৰ এই ধ্বনিকেইটা যথাক্রমে তালব্য, মূৰ্ধন্য আৰু দন্ত্য নহয়। সেইবাবে সংস্কৃত মূলৰ লগত থকা সম্পৰ্কটো বুজিবৰ কাৰণে তালব্য, মূৰ্ধন্য আৰু দন্ত্য নাম দিয়া হৈছে। অসমীয়া ভাষাত এই তিনিও-টাই হ আৰু : ৰ দৰে কণ্ঠ্যবৰ্ণ। অ, আ স্বৰ দুটাও কণ্ঠ্যবৰ্ণ; কিন্তু ক বৰ্গৰ আৰু কণ্ঠ্য বৰ্ণৰ দৰে অ আ স্পৃষ্ট নহয় বিবৃত; 'হ'ও স্পৃষ্ট নহয় বিবৃত। আনহাতে খ বৰ্ণ কণ্ঠ্য স্পৃষ্ট। অসমীয়া ভাষাৰ শ, ষ আৰু স ৰ উচ্চাৰণৰ মাজত প্ৰাৰ্থক্য নাই। তিনিওটা বৰ্ণৰে উচ্চাৰণ হ আৰু খ ধ্বনিৰ মধ্যস্থ যেন লাগে। সেইবাবে এই তিনিওটা বৰ্ণৰে শুদ্ধ অসমীয়া উচ্চাৰণ কৰিব নোৱৰা লোকৰ কোনো কোনোৱে ইয়াৰ উচ্চাৰণ 'হ' ৰ দৰে আৰু কোনো কোনোৱে 'খ' ৰ দৰে কৰা দেখা যায়।

চ) অনুনাসিক বৰ্ণসমহৰ ভিতৰত ম বৰ্ণত অনুনাসিক ধৰ্ম কিছু কম। গতিকে ইয়াক অল্পানুনাসিক বৰ্ণ বুলিব পাৰি। শব্দভেদে ইয়াৰ উচ্চাৰণ দুই ধৰণৰ হয়। সেই পাৰ্থক্যটো বুজাবৰ কাৰণে এটাক পূৰ্ণানুনাসিক আৰু আনটোক অল্পানু-নাসিক বুলি ধৰিব পৰা হয়। যেনে :—মেম, মেল, মাটি, মেখলা, মৰণ মোৰ প্ৰভৃতি শব্দত ম ধ্বনি পূৰ্ণানুনাসিক; কিন্তু মেডিকেল, মেলিছে, মূল, মুকুল, মুকুট, মিঠা, মুখ প্ৰভৃতি শব্দ অল্পানুনাসিক যেন লাগে। নাগৰী লিপি ব্যৱহাৰ কৰা হিন্দী ভাষাত অল্পানুনাসিক 'ম' ৰ ওপৰত ँ দি পূৰ্ণানুনাসিক কৰা হয়। যেনে :—মেৰা, মৈলা, মৈনা, মুখ প্ৰভৃতি শব্দৰ ম অল্পানুনাসিক; কিন্তু মৰমেঁ, মৈঁ, মুঁহ প্ৰভৃতি শব্দত মঁ পূৰ্ণানুসিক হয়। কেৱল অসমীয়া ভাষাতে নহয়, কম-বেছি পৰিমাণে সকলো ভাৰতীয় ভাষাৰে উচ্চাৰণ সংস্কৃত উচ্চাৰণতকৈ পৃথক্ হৈ আহিছে। এই সম্বন্ধীয় সূক্ষ্ম নিৰীক্ষণ আৰু বিশ্লেষণ সুকীয়া এটা আলো-চনাৰ বিষয়।

ছ) অন্যান্য ব্যঞ্জন বৰ্ণসমূহৰো কঠিন আৰু কোমল দুটা উচ্চাৰণ হয়। কোমল অ' আৰু এ স্বৰৰ সম্পৰ্কত ব্যঞ্জন বৰ্ণৰ উচ্চাৰণো কোমল হয়। অন্য ক্ষেত্ৰত কঠিন হয়। 'অ' ৰ কোমল ধ্বনি বুজাবৰ কাৰণে উৰ্ধ কমা ব্যৱহাৰ কৰিব পাৰি বা কেতি-য়াবা কৰাও হয়; কিন্তু কোমল 'এ' বুজাবৰ কাৰণে কোনো চিন ব্যৱহাৰ কৰা নহয়। গতিকে এনে স্থলত উচ্চাৰণৰ কাৰণে মুখ্য বখাটোৱেই একমাত্ৰ উপায়। যেনে :—ভেউ (কঠিন ভে), ভেভিয়া (কোমল ভে); সেইদৰে এঙু, এজিয়া; কেউ, কেতিয়া; লেটু, লেটিয়া; বেল, বেলি; খেলক, খেলিব ইত্যাদিৰ প্ৰথম শব্দবোৰৰ উচ্চাৰণ কঠিন; কিন্তু দ্বিতীয়বোৰ কোমল।

ব আদিৰ কঠিন আৰু কোমল ৰূপৰ মাজত অৰ্থৰ পাৰ্থক্যও দেখা যায়। যেনে:—বাৰ (কঠিন ব) সংস্কৃত 'বৰক' শব্দৰ পৰা অহা [illegible] [illegible] (কোমল ব) সংস্কৃত [illegible] শব্দৰ পৰা অহা [illegible]। [illegible]

কলা, ক'লা ; বদ, ব'দ ; গল, গ'ল ; হল, হ'ল ; দল, দ'ল (দোল) ইত্যাদি। কিছুমান শব্দত কোমল ধ্বনিৰ চিন নিদিলেও কোমল হয়। যেনে —অসমীয়া, অৰীতি, অচিনাকি, অসুখ প্ৰভৃতি শব্দৰ অ কোমল ; কিন্তু অজান, অবাধি, অশান্তি, অকণ, অলপ প্ৰভৃতি শব্দৰ 'অ' ধ্বনি কঠিন।

অনুশীলনী —৭

১) অসমীয়া আৰু সংস্কৃত বৰ্ণমালাৰ মাজত থকা উচ্চাৰণৰ মিল আৰু অমিল-বোৰ বাছি উলিওৱা।

২) অসমীয়া ভাষাত প্ৰচলিত লিপিৰ কিছুমান বৰ্ণৰ আকৃতিগত ত্ৰুটী সম্বন্ধে বিচাৰ কৰি সেই বিষয়ে নিজা মত দাঙিধৰা।

৩) উচ্চাৰণৰ দৃষ্টিত অসমীয়া ভাষাৰ মূল স্বৰবৰ্ণকেইটা কি কি ? সেই-বিলাকৰ প্ৰয়োগ সম্বন্ধে আলোচনা কৰা আৰু উদাহৰণ দাঙিধৰা।

৪) অল্পপ্ৰাণ আৰু মহাপ্ৰাণ বৰ্ণৰ মাজত থকা মূল পাৰ্থক্যটো কি ? উদাহৰণ-সহ বুজাইদিয়া।

৫) কঠিন স্বৰ আৰু কোমল স্বৰ বুলিলে কি বুজা ? সেই বুলিৰ স্বৰ বৰ্ণৰ ব্যৱহাৰ কোন ঠাইত কেনেকৈ হয়, উদাহৰণসহ লিখা।

৬) অনুনাসিক উচ্চাৰণযুক্ত স্বৰ বৰ্ণ আৰু ব্যঞ্জন বৰ্ণৰ লগত ঙ আৰু ঞ বৰ্ণৰ ধ্বনি কোন কোন ক্ষেত্ৰত মিলি যায়। সেই বিষয়ে উদাহৰণ সহ এটা আলোচনা দাঙিধৰা। OOOO

২১। ধ্বনি-সংগতি —স্বাভাৱিক গতি বজা কৰি ওচৰা-উচৰিকৈ উচ্চাৰণ কৰা বৰ্ণসমূহৰ এটাই আনটোৰ ধ্বনিত প্ৰভাৱ বিস্তাৰ কৰা দেখা যায়। সকলো ক্ষেত্ৰতে এনে প্ৰভাৱ স্পষ্ট নহয় ; কিন্তু কোনো কোনো ক্ষেত্ৰত ধ্বনি-পৰিবৰ্তন হোৱা বাবে বৰ্ণৰ পৰিবৰ্তনো কৰিব লগীয়া হয়। যেনে —ওচৰা-উচৰি, ওপৰা-উপৰি এই শব্দ দোযোৰত ওচৰা-ওচৰি, ওপৰা-ওপৰি মূল ৰূপৰ পৰিবৰ্তন ঘটিছে। ওচৰি>উচৰি, ওপৰি>উপৰি হৈছে। সেই দৰে দুইযোৰ>দুযোৰ>দোযোৰ হৈছে। এই উদাহৰণকেইটাত ও-ৰ ঠাইত উ আৰু উ-ৰ ঠাইত ও হোৱা দেখা গৈছে। এটা ধ্বনিৰ লগত আন এটা ধ্বনি উচ্চাৰণ হোৱাৰ [illegible]

শ্ৰেণীৰ নিয়মসমূহক ধ্বনি-সংগতিৰ নিয়ম বুলি কোৱা হৈছে। এটা বৰ্ণৰ ঠাইত অন্য এটা বৰ্ণ-প্ৰয়োগৰ নিয়মকো এই শ্ৰেণীৰ নিয়ম বুলি ধৰিব পাৰি। সংস্কৃত ভাষাত এনে ধৰণৰ বহুত নিয়ম আছে। ন > ণ হোৱা আৰু স > ষ হোৱা নিয়ম এইবিলাকৰ ভিতৰত বিশেষ গুৰুত্বপূৰ্ণ। এই দুইবিধ নিয়মক যথাক্ৰমে ণত্ব বিধি আৰু ষত্ব বিধি বোলা হয়। বৰ্ণমালাৰ উচ্চাৰণৰ ক্ষেত্ৰত সংস্কৃত ভাষাৰ ধ্বনি অসমীয়া ভাষাত সুৰক্ষিত হৈ থকা নাই। এই দৃষ্টিত সংস্কৃত তৎসম শব্দৰ ক্ষেত্ৰত প্ৰযোজ্য ণত্ব বিধি আৰু ষত্ব বিধিৰ নিয়ম অসমীয়া উচ্চাৰণত নাখাটে, কিন্তু সংস্কৃত শব্দৰ ভাব আৰু অৰ্থৰ পৰম্পৰা ৰক্ষা কৰিবৰ নিমিত্তে শব্দৰ লিখিত ৰূপটোত যথাসম্ভৱ সংস্কৃত ভাষাৰ ব্যাকৰণৰ নিয়ম পালন কৰা হয়। তৎসম সংস্কৃত শব্দৰ ক্ষেত্ৰতহে এই নিয়ম খাটে। তদ্ভৱ শব্দৰ ক্ষেত্ৰত নাখাটে।

**ক) ণত্ব বিধি** —উচ্চাৰণৰ সুবিধাৰ কাৰণে 'ন'ৰ ঠাইত 'ণ' হোৱাটোৱেই ণত্ব আৰু কোন কোন ঠাইত এনে প্ৰয়োগ হয়, তাৰ নিয়মকে ণত্ব বিধি বোলা হয়। এই সম্বন্ধীয় কেইটামান নিয়ম তলত দিয়া হ'ল।

১) 'ঋ' 'ৰ' আৰু 'ষ'ৰ পাছত 'ন' উচ্চাৰণ কৰিবলৈ কিছু অসুবিধা হয়। সেই বাবে মূৰ্ধন্য বৰ্ণ 'ঋ' 'ৰ' আৰু 'ষ'ৰ পাছৰ 'ন' > ণ' কৰিব লগা হয়। কিন্তু 'ন্' (ব্যঞ্জনান্ত) হ'লে অসুবিধা নহয়। তেতিয়া এই নিয়ম নাখাটে। যেনে— 'স্মৰণ', 'ৰণ', 'ঋণ', ঘৃণা', 'ভীষণ', 'কৰ্ষণ' (সংস্কৃত উচ্চাৰণ মতে স্বৰান্ত হয়।) 'ব্ৰহ্মচাৰিন্', স্মৰন্', 'নৰান্', (ব্যঞ্জনান্ত)।

২) 'ঋ', 'ৰ', 'ষ' আৰু 'ন'ৰ মাজত কিছুমান আন ধ্বনি (বৰ্ণ) থাকিলেও 'ন'ৰ উচ্চাৰণ 'ণ' হয়। সেইবিলাক ধ্বনি 'স্বৰবৰ্ণ', 'ক বৰ্গ', 'প বৰ্গ', 'য', 'ৱ', 'হ' আৰু 'ং'। যেনে—'বৰুণ', (ৰ্ + উ + ন > ণ), সেইদৰে 'ৰমণ', 'হৰিণ', 'ৰাৱণ', 'ৰাগিণী' ইত্যাদি।

৩) 'ঋ', 'ৰ' আৰু 'ষ'ৰ পাছত থকা 'ন' অন্য দন্ত্যবৰ্ণৰ লগত সংযুক্ত হ'লে মূৰ্ধন্য নহয়। যেনে—'বক্তিকেৱ', 'বৃন্দ', 'ক্ৰন্দন', কিন্তু ট বৰ্গৰ লগত সংযুক্ত 'ন' টো 'ণ' হয়। যেনে—দণ্ড, ঘণ্টা, মুণ্ড, কণ্ঠ।

৪) দুটা পৃথক্ শব্দ গোট খাই এটা শব্দ হ'লে আগৰ শব্দত থকা ঋ, ৰ আৰু ষ বৰ্ণৰ প্ৰভাৱত পাছৰ শব্দৰ ন > ণ নহয়। যেনে—হৰিনাম, ত্ৰিনয়ন, দুৰ্নাম (দুঃ + নাম), সৰ্বনাম, হৰিনাৰায়ণ ইত্যাদি।

৫) কিছুমান সংস্কৃত শব্দৰ 'ণ' স্বাভাৱতেই প্ৰচলিত; 'ন' > 'ণ' নহয়। যেনে— [illegible], পণ, পাণি, মণি, কণ, গুণ, গণ, বাণী, শোণিত, [illegible], বেণু, নিপুণ, [illegible], [illegible], [illegible], ইত্যাদি।

ঙ) সংস্কৃত ভাষাৰ ধ্বনি বা উচ্চাৰণৰ লগত সংগতি ৰখাৰ ক্ষেত্ৰতহে এই নিয়মবোৰ খাটে। সংস্কৃতৰ তদ্ভৱ ৰূপ বা অন্যান্য ভাষাৰ পৰা অহা শব্দবোৰত এনে নিয়ম প্ৰয়োগৰ প্ৰয়োজন নাই। দন্ত্য উচ্চাৰণতকৈ মূৰ্ধন্য উচ্চাৰণ সাধাৰণতে কঠিন। সেই বাবে সংস্কৃতৰ তদ্ভৱ আৰু বিদেশী বা দেশী শব্দত 'ন'ৰ ব্যৱহাৰহে প্ৰচলিত। এনে স্থলত বীৰেণ (বীৰেন্দ্ৰ), ধীৰেণ (ধীৰেন্দ্ৰ), নৰেণ (নৰেন্দ্ৰ) প্ৰভৃতি আখৰ-জোঁটনি (ব্যঞ্জনান্ত কাৰণে) অৰ্থ আৰু উচ্চাৰণ উভয় দৃষ্টিতে অশুদ্ধ। সেইদৰে জাৰ্মান, ইৰান, ফৰমান, মৰিয়নি, গেঁৰেকনি, ফেৰেঙনি আদিহে উচ্চাৰণৰ দৃষ্টিতো শুদ্ধ (ব্যঞ্জনান্ত ন সংস্কৃত মতেও ণ নহয়)। সেইদৰে জাৰ্মাণ, ইৰাণ, ফৰ্মাণ হ'বৰ প্ৰয়োজন নাই। অসমীয়া ভাষাত শুদ্ধ মূৰ্ধন্য উচ্চাৰণ ক'ৰবাত কেতিয়াবাহে হোৱা শুনা যায়।

খ) **ষত্ব বিধি** —'স'ৰ ঠাইত 'ষ' হোৱা নিয়মকে ষত্ব বিধি বোলা হয়। সংস্কৃত ভাষাৰ ধাতু, উপসৰ্গ আৰু প্ৰত্যয় সম্বন্ধে জ্ঞান নাথাকিলে এই বিষয়ৰ নিয়মবোৰ বুজিবলৈ অসুবিধা হয়। তথাপি সহজে বুজিব পৰা দুটামান নিয়ম তলত দিয়া হৈছে।

১) ই কাৰান্ত উপসৰ্গৰ পাছত থকা 'স'টো ষ হয়। যেনে —বি+সদ্+ঘঞ্ = বিষাদ (অসমীয়াত বিষাদ) হয়। ইয়াত 'বি' উপসৰ্গ, 'সদ্' ধাতু আৰু 'ঘঞ্' প্ৰত্যয়। বিৰ পাছত থকা সদ ধাতুৰ স টো ষ হ'ল। ঘঞ্ প্ৰত্যয় হোৱা বাবে 'ষ'ৰ লগত আ যোগ হ'ল। দ্>দ (ব্যঞ্জনান্তটো অকাৰান্ত) হ'ল। ঘঞ্টো 'আ' ধ্বনিলৈ ৰূপান্তৰিত হ'ল। সেইদৰে অভি+লস্+ঘঞ্=অভিলাষ, নি+সিধ্+অল=নিষেধ। ইয়াত নি আৰু অভি দুয়োটা উপসৰ্গ ; সিধ্ আৰু লস্ ধাতু। এনেদৰে অন্য স্বৰান্ত উপসৰ্গৰ পাছত থকা ধাতুৰ 'স'টোও 'ষ' হোৱা দেখা যায়। যেনে—অনু+স্থা+ক্ত=অনুষ্ঠিত, ভূ+স্যত্=ভবিষ্যৎ, বচ্ ধাতুৰ পাছত থকা স্যমান প্ৰত্যয় ষ্যমান হয়। বচ্+স্যমান=বক্ষ্যমান (বচ>বক্+ষ্যমান)।

২) কিছুমান শব্দৰ 'ষ'টো স্বভাৱ-সিদ্ধ, 'স'ৰ ৰূপান্তৰ নহয়। যেনে—ভাষা, বৰ্ষ, হৰ্ষ, ৰোষ, দোষ, ভূষণ, মেষ, পুৰুষ, পুষ্প, তুষাৰ, বিষ, ঔষধ, পাষাণ ইত্যাদি।

৩) সংস্কৃতভিন্ন অন্যান্য ভাষাৰ ক্ষেত্ৰত ষত্ব বিধিৰ নিয়ম নাখাটে।

গ) **আগম, লোপ আৰু বিপৰ্যয়** —উচ্চাৰণৰ সুবিধাৰ কাৰণে দুটা ধ্বনিৰ মাজত কেতিয়াবা একোটা নতুন ধ্বনি যোগ দিয়া হয়। যেনে —মুনি+এ=মুনিয়ে, ইয়াত ই আৰু এৰ মাজত 'য়' ধ্বনিটো সুবিধাৰ কাৰণে যোগ দিয়া হৈছে। মূলতে নথকা ধ্বনি এটা নতুনকৈ অহাৰ কাৰণে ইয়াক আগম বোলা হয়। বধূ+এ = বধূৱে, ইয়াত 'ৱ' আগম হৈছে। একোটা ধ্বনি আগম হোৱাৰ দৰে একোটা ধ্বনি কেতিয়াবা লোপ পোৱাও দেখা যায়। যেনে—খা+ইম='খাম' খা+ইলোঁ।

=খালোঁ। (পুৰণি অসমীয়া ভাষাত খাইলোঁ)। এই দুয়ো ঠাইতে প্ৰত্যয়ৰ 'ই' ধ্বনি লোপ পাইছে। কোনো কোনো সময়ত এটা ধ্বনিৰ ঠাইতে অন্য এটা ধ্বনি হয় নাইবা ধ্বনিৰ আগা-পিছা হয়। এনে ধ্বনি পৰিবৰ্তনক ধ্বনি-বিপৰ্যয় বুলিও কোৱা হয়। যেনে —মই+ক=মোক, আমি+বে=আমাবে, ন+যোৱা=নোযোৱা ন+দেখি=নেদেখি, শূন্য>শূইন, পুণ্য>পুইণ ইত্যাদি। মোক শব্দটো গঢ় লওঁতে মই শব্দৰ 'ই' লোপ পালে আৰু তাৰ পৰিবৰ্তে 'ও' আগম হ'ল। নোযোৱা বোলোঁতে 'ও' আগম হৈ 'ন'ত যোগ হ'ল। নেদেখি শব্দত 'ন'ৰ লগত 'এ' যোগ হৈছে। এই 'এ'টো আগম হৈছে। শূন্য শব্দৰ অন্তিমবৰ্ণ য>য়টো শূইন শব্দত 'ই' হৈ মাজত বহিল। পুইণ শব্দতো তেনেকুৱাই হৈছে। এই দুটা বিপৰ্যয়। সংস্কৃত, দেশী, বিদেশী সকলো ভাষাৰে তৎসম ৰূপৰ পৰা তদ্ভৱ ৰূপলৈ যাওঁতে এনে ধ্বনিৰ আগম, লোপ আৰু বিপৰ্যয় ঘটা দেখা যায়। এই শ্ৰেণীৰ বহুত উদাহৰণ ব্যাকৰণত পোৱা যায়।

অনুশীলনী —৮

১) ধ্বনি-সংগতিৰ অৰ্থ উদাহৰণ দি বুজাইলিখাঁ।

২) বৰ্ণমালা একে হ'লেও সংস্কৃততকৈ অসমীয়াত উচ্চাৰণ সুকীয়া ধৰণে কৰা হয়। তেনে স্থলত সংস্কৃতৰ আখৰ-জোঁটনি অসমীয়া ভাষাত ৰখাৰ প্ৰয়োজন কি? কাৰণ দৰ্শোৱাঁ।

৩) অসমীয়া ভাষাত ব্যৱহাৰ হোৱা সংস্কৃতৰ তৎসম আৰু তদ্ভৱ শব্দত ণত্ব আৰু ষত্ব বিধিৰ নিয়ম মানি চলা হয়; কিন্তু দেশী আৰু বিদেশী ভাষাত সেইবোৰ নিয়ম কিয় মানিব নালাগে, বুজাই দিয়াঁ।

৪) চমুটোকা লিখাঁ —আগম, লোপ, বিপৰ্যয়।

৫) শব্দ-সংগতি আৰু ধ্বনি-সংগতিৰ পাৰ্থক্যটো বুজাই দিয়াঁ।

OOOO

# দ্বিতীয় ভাগ

## শব্দ-বিচাৰ

১। **শব্দ-গঠন** —বাক্যত প্ৰয়োগৰ দৃষ্টিৰে শব্দৰ শ্ৰেণী-বিভাগ কৰাৰ নিচিনাকৈ ভাবপ্ৰকাশৰ কাৰণে শব্দ গঢ় দি লোৱাৰ ব্যৱস্থাৰো শ্ৰেণী-বিভাগ কৰিব পাৰি। এনে ব্যৱস্থা অনুসৰি শব্দৰ শ্ৰেণী-বিভাগ কৰাটোকে ব্যুৎপত্তি অনুসৰি শব্দৰ শ্ৰেণী বিভাগ কৰা বুলি কোৱা হয়। এই প্ৰসংগত উৎপত্তিৰ বিশেষ ধৰণকে ব্যুৎপত্তি বোলা হৈছে। এই দৃষ্টিত শব্দৰ শ্ৰেণী-বিভাগ তলত দিয়া ধৰণে কৰা হয়।

শব্দ

ৰূঢ় বা মূল শব্দ

যৌগিক শব্দ

যোগৰূঢ় শব্দ

ক) অৰ্থ প্ৰকাশ কৰিব পৰা সেই ধ্বনিক বা ধ্বনিৰ সমষ্টিক ৰূঢ় শব্দ বোলা হয়, যি ধ্বনি বা ধ্বনি-সমষ্টিক বিভক্ত কৰিলে অৰ্থ প্ৰকাশ কৰা শক্তি নোহোৱা হয়। যেনে—নলি, মাছ, চুলি, গছ, মই, মাটি প্ৰভৃতি শব্দসমূহৰ কেৱল চ, গ, ম, মা, লি, ছ, ই, টি ধ্বনিৰ একো অৰ্থ নাই। গতিকে প্ৰতিটো শব্দ বা ধ্বনিৰ সমষ্টিৰূপ নলি মাছ, চুলি, গছ প্ৰভৃতিক ভাবপ্ৰকাশৰ বাবে ব্যৱহাৰ কৰা মূল সংকেত বুলি ক'ব পাৰি। এইবিলাক বস্তু বুজাবলৈ এইবোৰ সংকেতৰ প্ৰচলন কোনোবা কালৰ পৰা হৈ আহিছে। এনে ধৰণৰ প্ৰচলিত, প্ৰসিদ্ধ আৰু অবিভাজ্য অৰ্থ প্ৰকাশ কৰিবৰ কাৰণে 'ৰূঢ়' শব্দ ব্যৱহাৰ কৰা হয়।

খ) দুটা বা ততোধিক ৰূঢ় শব্দ গোট খাই এটা নতুন শব্দ গঢ় ল'লে, সেই নতুন শব্দটোক যৌগিক শব্দ বোলা হয়। যেনে—'খগ' এই শব্দটোত থকা 'খ' ধ্বনিয়ে আকাশ আৰু গ ধ্বনিয়ে গতি বা যোৱা বুজাইছে। আকাশত যি যাব পাৰে, সি খগ (চৰাই)। সেইদৰে নগ(ন+গ, অৰ্থাৎ যাৰ গতি নাই, সি—পৰ্বত)। এইবোৰ শব্দ দেখাত যৌগিক বা ৰূঢ় শব্দ যেন লাগিলেও প্ৰকৃততে যৌগিক শব্দ।

কিছুমান যৌগিক শব্দই মৌলিক বা ৰূঢ় শব্দৰ ভিত্তিতে অর্থ প্রকাশ কৰিলেও প্রচলিত পৰম্পৰা অনুসৰি তাৰ অর্থ সংকুচিত হয়। এনেবোৰ শব্দক যোগৰূঢ় (যৌগিক ৰূঢ়) শব্দ বোলা হয়। যেনে—জলজ (জলত জন্ম যাৰ) শব্দই পানীত জন্ম হোৱা সকলো বস্তুকে বুজাব পাৰে যদিও ৰূঢ় অর্থত পদুম ফুলকহে বুজায়। অর্থাৎ পদুম অর্থত জলজ শব্দটো ৰূঢ় বা প্রচলিত হৈ পৰিল। পানীত জন্ম হোৱা, মাছ, ঘৰিয়াল, শামুক আদি বুজাবৰ কাৰণে এই শব্দৰ প্রচলন নহ'ল। নীৰজ, বাৰিজ প্রভৃতি শব্দও এই শ্রেণীৰ যোগৰূঢ় শব্দ। এই দুটা শব্দয়ো পদ্মহে বুজায়, শেলাই, ভেঁটফুল, পুণী আদি নুবুজায়। মূলতে যৌগিক শব্দ হ'লেও ৰূঢ় শব্দৰ দৰে প্রচলিত কাৰণে এনে ধৰণৰ শব্দবোৰক যোগৰূঢ় শব্দ বোলা হয়।

গ) সন্ধি আৰু সমাসৰ সহায়েৰে যৌগিক আৰু যোগৰূঢ় শব্দ গঢ় দিয়া হয়।

ঘ) শব্দটো মৌলিকনে যৌগিক সেই কথা বাক্যত ব্যৱহাৰ কৰোঁতে বিচাৰৰ বিষয় হৈ নাথাকে। বাক্যত থাকি তাৰ অংশ ৰূপে বা পদৰূপে সার্থক শব্দ আৰু অসার্থক ধ্বনি কিছুমানে কেনেদৰে ভাবপ্রকাশ কৰিব পাৰে, সেইটোহে ব্যাক-ৰণৰ ক্ষেত্রত আলোচনাৰ বিষয়। এই প্রসংগত সার্থক শব্দৰ লগত অসার্থক ধ্বনি সংযোগৰ কথাও শব্দ-গঠনৰ লগতে জড়িত হৈ পৰে। নাম শব্দৰ সাধা-ৰণ শ্রেণী বিভাগ আগতেই কৰা হৈছে। তলত সংজ্ঞাশব্দৰ শ্রেণী বিভাগৰ চিত্র আলোচনাসহ দাঙিধৰা হৈছে।

২। **সংজ্ঞা শব্দ বা বিশেষ্য শব্দ** (বস্তু বা ভাবৰ নাম বুজোৱা শব্দ)




জুই, পানী, গছ, মানুহ, ভাষা প্রভৃতি চকুৰে দেখা বা কাণেৰে শুনা সকলো ধৰণৰ বস্তুৰ নাম বুজোৱা শব্দ বা ধ্বনিৰ সমষ্টিক সমূহবাচক অর্থাৎ সাধাৰণ নাম বুজোৱা সংজ্ঞা বোলা হয়। এই শ্রেণীৰ সংজ্ঞা শব্দ বা বিশেষ্য শব্দক জাতি বাচক সংজ্ঞা বুলিও কোৱা হয়। এই বিধ সংজ্ঞাই কোনো এটা বস্তু বা প্রাণীকে নির্দিষ্টকৈ নুবুজায়।

গোপাল, বহীম, গংগা, আঁহত, হিমালয়, হিন্দী, ইংৰাজী, ৰামায়ণ প্রভৃতি শব্দই যথাক্রমে মানুহৰ নাম, নৈৰ নাম, গছৰ নাম, পর্বতৰ নাম, ভাষাৰ

নাম আৰু গ্ৰন্থৰ নাম নিৰ্দিষ্ট কৰি বুজাইছে। এই নিৰ্দিষ্ট নামটোৱে এজন এজন মানুহ, এখন নৈ, এজোপা বা এবিধ গছ, এটা পৰ্বত, একোটা ভাষা আৰু এখন গ্ৰন্থৰহে নাম বুজাইছে। সেই বাবে ইহঁতক একবাচক সংজ্ঞা বুলিব পাৰি।

দপ্ দপনি, হো-হোৱনি, চি-চিয়ঁনি প্ৰভৃতি শব্দবোৰ প্ৰাকৃতিক জগতৰ অনুকৰণত মানুহে মুখেৰে উচ্চাৰণ কৰে। সেই বাবে এইবোৰ অনুকৰণাত্মক সংজ্ঞা। ইয়াৰ 'অনি' অংশ বাদ দিলে বাকী থকা চিঁ-চিঁ, হো-হো, দপ্ দপ্ আদিক 'অনুকাৰ' শব্দ বোলে।

সৌন্দৰ্য, শান্তি, আনন্দ, বিষাদ, উদাৰতা, ভয়, প্ৰেম, গৌৰৱ প্ৰভৃতি শব্দই মনৰ অৱস্থা বা ভাৱ বুজায়। এনে ধৰণৰ শব্দক ভাৱবাচক সংজ্ঞা বোলা হয়। ভাৱবাচক সংজ্ঞাকো তিনিটা ভাগত ভগাব পাৰি। ক) প্ৰেম, ভয়, হৰ্ষ, বিষাদ প্ৰভৃতি সাধাৰণ ভাৱবাচক; খ) দয়া, উদাৰতা, কঠোৰতা, পাণ্ডিত্য, চতুৰালি, গুৰুত্ব প্ৰভৃতি গুণবাচক, গ) কামোৰণি, খজুৱতি, পোৰণি, চাৱনি, আৰম্ভণি, ভৰণি আদি ক্ৰিয়াৰ লগত জড়িত ভাৱবাচক বা ক্ৰিয়াজনিত ভাৱবাচক। এই শ্ৰেণীৰ ভাৱবাচক সংজ্ঞাই ক্ৰিয়া বা কাৰ্যটো নুবুজায়, ক্ৰিয়াৰপৰা সৃষ্টি হোৱা ভাৱটোকেহে বুজায়।

কাৰ্য বুজোৱা সংজ্ঞা শব্দক ক্ৰিয়াবাচক বিশেষ্য বোলা হয়। শব্দটোৱে কাৰ্যটোকে বুজালে ক্ৰিয়াপদ হয়। তেতিয়া সময় আৰু কৰ্তাৰ পাৰ্থক্য বুজাব পৰা সুকীয়া সুকীয়া ধ্বনিবোৰ মূল শব্দৰ লগত যোগ দিয়া হয়। যেনে—মই চালোঁ, তুমি চালা, মই চাম, সি চাইছে। এই বাক্যবোৰত মূলধাতু 'চা'ৰ লগত সুকীয়া সুকীয়া চিন যোগ দিয়া হৈছে। ক্ৰিয়াবাচক বিশেষ্য হ'লে সময় আৰু কৰ্তাৰ পাৰ্থক্য বুজোৱা চিন যোগ নহয়। সকলো শ্ৰেণীৰে কৰ্তা আৰু সময় বুজোৱা একোটা চিন যোগ দি ক্ৰিয়াটোৰ নাম বুজোৱা হয়। যেনে—চালোঁ, চাম, চালা, চাইছে প্ৰভৃতি ক্ৰিয়াৰ মূল 'চা' ধাতুৰ লগত অন প্ৰত্যয়টো যোগ দিলত 'চাৱন' ক্ৰিয়াবাচক বিশেষ্য হ'ল। এই চাৱন শব্দটো সকলো সময়তে একে হৈ থাকে আৰু ইয়াৰ আগত সম্বন্ধপদহে থাকে, কৰ্তাপদ নাথাকে। যেনে—তোৰ চাৱন, তেওঁৰ চাৱন, মোৰ চাৱন ইত্যাদি। পঢ়ন, শোৱন, খাৱন, কামোৰণ, পোৰণ, আৰম্ভণ আদি এনে ধৰণৰ ক্ৰিয়াবাচক বিশেষ্য।

কেতিয়াবা কেতিয়াবা প্ৰত্যয় যোগ নোহোৱা ক্ৰিয়াবাচক সংজ্ঞাৰ প্ৰয়োগ দেখা যায়। এনে প্ৰয়োগ প্ৰায়ে যুৰীয়া শব্দতহে দেখা যায়। গুটীয়া শব্দত এনে প্ৰয়োগ বৰ কম। যেনে—মাৰ-পিট, উঠ-বহ, (মাৰ-পিট হ'ল, উঠ-বহ কৰালে, মাৰ খাব লাগিব) ইত্যাদি। এইবোৰ শব্দ প্ৰত্যয়যুক্ত হ'লে, মাৰণ, পিটন, উঠন, বহন আদি হয়। কেতিয়াবা কেতিয়াবা 'অন' প্ৰত্যয় 'অনিও' হয়। যেনে—

মেঘৰ গাজনি, বাঘৰ গোজৰনি, (সংস্কৃত তৎসম শব্দ গৰ্জনৰ পৰা গাজনি হৈছে)। এই প্ৰসংগত এটা কথা মন কৰিবলগীয়া যে—ক্ৰিয়াবাচক বিশেষ্য পদত ধাতুৰ লগত যিবোৰ প্ৰত্যয় যোগ হৈ থাকে সেইবোৰ প্ৰত্যয়ক কৃৎপ্ৰত্যয় বোলা হয়। ক্ৰিয়াজনিত ভাৱবাচক সংজ্ঞাতো কৃৎপ্ৰত্যয় যোগ হয়। কৃৎপ্ৰত্যয়ৰ ব্যৱহাৰ সম্বন্ধে পাছত বহলাই আলোচনা কৰা হ'ব। সাধাৰণতে 'অন্' আৰু 'আ' এই দুটা প্ৰত্যয় ক্ৰিয়াবাচক বিশেষ্যত আৰু 'নি' বা 'ণি' ক্ৰিয়াজনিত ভাৱবাচক বিশেষ্যত যোগ হয়। 'অন'ৰ মূল সংস্কৃতৰ 'অনট্' হোৱাই সম্ভৱ। 'অন' কেতিয়াবা ণত্ব বিধিৰ আহিত 'অণ' বা 'ণ' আৰু 'ন' হোৱা দেখা যায়। 'অন'ৰ 'অ'টো স্বৰৰ সংগতি ৰক্ষাৰ বাবে কেতিয়াবা 'য' আৰু কেতিয়াবা 'ৱ' হ'ব পাৰে। যেনে—খা + অন = খাৱন, শো + অন = শোৱন, গা + অন = গাৱন, দি + অন = দিয়ন, সি + অন = সিয়ন, পি + অন = পিয়ন ইত্যাদি। ক্ৰিয়াজনিত ভাববাচক হ'লে 'ন'টো 'নি' বা 'ণ'টো 'ণি' হয়। যেনে—চাৱন > চাৱনি, আৱৰণ > আৱৰণি, গাৱন > গাৱনি, পোৱণ > পোৱণি, ঘূৰণ > ঘূৰণি ইত্যাদি।

ক্ৰিয়াজনিত ভাব নুবুজাই বস্তুৰ নাম বুজালে 'নি'ৰ ঠাইত 'নী' হয়। যেনে—বোক্ ধাতু আৰু ক্ৰিয়াৰ ক্ৰিয়াবাচক সংজ্ঞা ৰূপটো বোকন, ভাববাচক সংজ্ঞা বোকনি আৰু বস্তুবাচক বিশেষ্য ৰূপটো (বস্তু ৰকি উলিউৱা গঁজুলিৰ নাম) বোকনী হয়। সেই দৰে লেখন, লেখনি আৰু লেখনী। সকলো ক্ৰিয়াবাচক বিশেষ্যৰ ভাববাচক আৰু বস্তুবাচক দুয়োটা ৰূপ বাক্যত ব্যৱহাৰ হোৱা দেখা নাযায়। 'অন'ৰ পৰিৱৰ্তে 'আ' প্ৰত্যয়ৰ ব্যৱহাৰো হয়। যেনে—খাৱন, বা খোৱা, শোৱন বা শোৱা। সেইদৰে লেখন > লিখা, পিন্ধন > পিন্ধা, গাৱন > গোৱা, পান > পোৱা ইত্যাদি। এই শব্দবোৰত থকা 'আ'টো কৃৎপত্যয়। শয়ন, ভোজন, গমন, ভ্ৰমণ প্ৰভৃতি শব্দবোৰ সংস্কৃতৰ তৎসম ৰূপতেই অসমীয়া ভাষাতো ক্ৰিয়াবাচক বিশেষ্য ৰূপে ব্যৱহাৰ হয়।

ক্ৰিয়াসূচক ভাৱবাচক বিশেষ্যৰ ক্ষেত্ৰতো সংস্কৃত ভাষাৰ তৎসম ৰূপ অসমীয়া ভাষাত বহু পৰিমাণে ব্যৱহাৰ কৰা হৈছে। যেনে—গম্ + ক্তিন্ = গতি, ৰম্ + ক্তিন্ = ৰতি, মন + ক্তিন্ = মতি, স্থা + ক্তিন্ = স্থিতি। সংস্কৃত ব্যাকৰণৰ বিধিমতে 'ক্তিন্' প্ৰত্যয়ৰ কেৱল 'তি' অংশটোহে ধাতুৰ পাছত যোগ হয়। মন কৰিবলগীয়া যে—ধাতু শব্দৰ পাছত অনট্ > অন যোগ হ'লে ক্ৰিয়াবাচক বিশেষ্য হয়। যেনে—গম্ + অন = গমন, ৰম্ + অন = ৰমণ, কিন্তু ধাতু শব্দৰ পাছত তি প্ৰত্যয় যোগ হ'লে ক্ৰিয়াসূচক ভাববাচক বিশেষ্য হয়। যেনে—ৰম্ + ক্তিন্ = ৰতি, গম্ + ক্তিন্ = গতি ইত্যাদি।

দেশী শব্দ আৰু তদ্ভৱ শব্দৰ লগত সংস্কৃতৰ ক্তিন্ > 'তি'ৰ নিচিনা অতি প্ৰত্যয় যোগ হ'লে ভাববাচক বিশেষ্য শব্দহে গঢ় লয়। যেনে—খজুৱা+ অতি= খজুৱতি>খজতি (দেশী), ভাং (সংস্কৃত ভঞ্জ্ ধাতু) +অতি=ভঙতি (তদ্ভৱ)। কিছুমান সংস্কৃত মূলৰ তদ্ভৱ আৰু দেশী বা থলুৱা ক্ৰিয়াবাচক বিশেষ্য শব্দত 'তি'ৰ পৰিবৰ্তে কেৱল 'ই' প্ৰত্যয়হে যোগ হয়। যেনে—সোঁৱৰণ (সংস্কৃত স্মৰণ) +ই - সোঁৱৰণি, আৱভণ+ই=আৱভণি; সামৰণি, আদৰণি, গচকনি, জিলিকনি আদি শব্দও এই শ্ৰেণীৰ। মন কৰিব লগীয়া যে—'ই' প্ৰত্যয় যোগ হ'লত এই শব্দবোৰ ভাববাচক বিশেষ্য হ'ল; কিন্তু ই প্ৰত্যয় বাদ দিলে সেইবোৰ শব্দ ক্ৰিয়াবাচক বিশেষ্য হৈ থাকে। ক্ৰিয়াবাচক বিশেষ্যৰ পৰা 'অন' বা 'আ' প্ৰত্যয় বাদ দিলে মূল ধাতু শব্দটো থাকে। যেনে—লেখনি,—'ই' = লেখন, লেখন—'ন' =লেখ (ধাতু)। ইয়াত লেখনী বস্তুবাচক, লেখন ক্ৰিয়াবাচক, লেখ ধাতু। লেখ্ ধাতু+আ=লেখা (বস্তুবাচক) আমি তেওঁৰ লেখা পঢ়িছোঁ। এই বাক্যত 'লেখা' শব্দই লিখা বা ৰচনা কৰা বস্তু বুজাইছে। ছোৱালীজনীয়ে নচা, গোৱা আৰু পঢ়া দেখিছোঁ বুলিলে কোনো এটা বস্তু দেখা নুবুজায়। গতিকে এইবোৰ ক্ৰিয়াবাচক বিশেষ্যহে বস্তুবাচক নহয়।

কেতিয়াবা ধাতু শব্দটোৱেই বস্তুবাচক ৰূপেও ব্যৱহৃত হয়। যেনে—বিচনীৰ বিচ্ মোৰ গাত লগা নাই। ইয়াত 'বিচ্' শব্দটো এটা বস্তুৰ নামবাচক হৈছে। সেই দৰে ঢকা, চৰ, ভুক্, মাৰ উজুটি প্ৰভৃতি শব্দও ধাতু আৰু ধাতুজনিত বস্তুবাচক বিশেষ্য দুয়ো শ্ৰেণীতে পৰে। কেতিয়াবা ক্ৰিয়াবাচক বিশেষ্য পদত অন প্ৰত্যয় যোগ হোৱাৰ দৰে বস্তুবাচক বিশেষ্যতো অন প্ৰত্যয়। যোগ হয়। যেনে—ঢাকন (ঢাকন নোহোৱা চৰু), পোতন (খুটাৰ পোতন) ইত্যাদি।

ওপৰত কৰি অহা আলোচনাৰ পৰা দেখা গ'ল যে—ধাতুৰ লগত সম্বন্ধিত বিশেষ্য পদ পাঁচবিধ। ১) ধাতুৰ মূল ৰূপতে বিশেষ্যৰ দৰে প্ৰয়োগ, যেনে—বিচনীৰ বিচটো গৰমত ভাল লাগে। ২) ক্ৰিয়াবাচক বিশেষ্য, যেনে—তেওঁৰ এই কেইদিন খাৱন-শোৱন নাই; ছোৱালীজনীয়ে নচা আৰু গোৱা দেখিছোঁ। ৩) ভাববাচক ৰূপ যেনে—আৱভণি, সোঁৱৰণি, বাছনি প্ৰভৃতি শব্দ, ৪) বস্তুবাচক ৰূপ যেনে—বিচনী, ঢাকন, ঢাকনী, লেখনী, জাহনী, ৫) ক্ৰিয়াবাচক বিশেষ্যৰ নিচিনা বস্তুবাচক ৰূপ যেনে—লেখা (লিখা বস্তু বা ৰচনা), ৰচনা বন্দনা, প্ৰাৰ্থনা, লিখা-পঢ়া, খোৱা-লোৱা, (লিখা-পঢ়া বাদ দিছে, দুয়ো ঘৰৰ মাজত খোৱা-লোৱা নাই)। দ্বিতীয়া ৰূপত আ আৰু ই প্ৰত্যযো হয়—দেখা-দেখি, কোৱা-কুই,, লিখা-লিখি আদি এই শ্ৰেণীৰ। বন্দনা, প্ৰাৰ্থনা প্ৰভৃতি সংস্কৃতৰ তৎসম ৰূপ। কিছুমান শব্দৰ ই কাৰ আৰু ঈ কাৰ প্ৰয়োগ বিশেষ ভাবে মন কৰিব লগীয়া। যেনে—জাননী (চকুৰে দেখা ৰূপটো) আৰু জাননি (জনোৱা

কাৰ্যটো বা ভাবটো) সভা হ'লেও আমাক জাননি দিয়া নাই। পুখুৰী পাৰৰ জাননী-খন পুৰণি হ'ল। এনে ধৰণৰ প্ৰয়োগ কম হ'লেও মন দিবলগীয়া।

অনুশীলনী —৯

১) চমুটোকা লিখাঁ। ৰূঢ় শব্দ, যোগৰূঢ় শব্দ, অনুকৰণাত্মক সংজ্ঞা।

২) মৌলিক আৰু যৌগিক শব্দৰ পাৰ্থক্য উদাহৰণসহ বুজাই লিখা।

৩) যৌগিক আৰু যোগৰূঢ় শব্দৰ প্ৰচলিত অৰ্থটো মৌলিক শব্দৰ অৰ্থতকৈ পৃথক্ হ'ব পাৰেনেকি ? যদি পাৰে কেনেকৈ পাৰে উদাহৰণ দি বুজোৱাঁ।

৪) বস্তুবাচক আৰু ভাববাচক নাম শব্দবোৰক মুঠতে কেইটা প্ৰধান ভাগত বিভক্ত কৰিব পাৰি, উদাহৰণসহ সেইবিলাকৰ নাম লিখাঁ।

৪) ধাতু শব্দৰ লগত জড়িত বিশেষ্য শব্দবোৰৰ ভিতৰত কোন শ্ৰেণীত কি প্ৰত্যয় যোগ হৈ থাকে বিচাৰ কৰাঁ।

৬) কৃৎপ্ৰত্যয় নথকা কেইটামান ধাতুজনিত বিশেষ্য পদৰ উদাহৰণ দিয়াঁ।

৭) তলত দিয়া বাক্যবোৰত থকা প্ৰতিটো বিশেষ্য পদৰ কোনটো কোন শ্ৰেণীৰ বাছি উলিওৱাঁ।

বসন্তৰোগত ভুকনী দিয়া প্ৰথা আছে। ঘা ডোখৰ শুকানমুৱা হৈছে। গোপালৰ লেখা ভাল নহয়। ল'ৰাটোৰ নচা হৈছে। সভাই আমাক জাননি দিয়া নাই। পুখুৰীৰ পাৰত দিয়া জাননীখন পুৰণি হ'ল। মনৰ পোতন থকা মানুহে লোকৰ ভেঙুচালিলৈ কাণ নকৰে। অবোধ মানুহক বুজনি দিলেও একো ফল নধৰে। সি মাকৰ খেচ্-খেচনি শুনিবলৈ টান পালে। বুকুৰ গিজ্‌গিজনিটো এতিয়া কমিছে। চোৰৰ ঘিটঘিটনি কমা নাই।

০০০০

৩। **বিশেষণ শব্দ**—বস্তু আৰু ভাব যেই সেই এটাৰ গুণ, দোষ, সংখ্যা, লক্ষণ, পৰিমাণ আদি বুজোৱা শব্দক বিশেষণ শব্দ বোলা হয়। বস্তু আৰু ভাব বোলোঁতে নাম শব্দৰ লগতে ক্ৰিয়া পদকো সামৰি লোৱা হৈছে। তলত বিশেষণ পদৰ শ্ৰেণীবিভাগৰ চিত্ৰ দিয়া হৈছে।

নাম শব্দ আৰু ক্ৰিয়াপদৰ বিশেষণ



ক) আৰু খ) উভয় বিধৰ বিশেষণকে সাধাৰণ বিশেষণ বা সামান্য বিশেষণ বুলিব পাৰি। সামান্য বিশেষণ আৰু ক্ৰিয়াবিশেষণ এই দুয়োবিধ বিশেষণৰ বিশেষত্ব দেখুৱাবলৈ ব্যৱহাৰ কৰা বিশেষণক বিশেষণীয় বিশেষণ বোলা হয়। উদাহৰণ তলত দিয়া হৈছে। ক) ঘৰটো ওখ, মানুহজন চাপৰ, বাটটো দীঘল, ফটা কাপোৰ, বহল নৈ, ৰঙাফুল আদি শব্দৰ যোৰবোৰত ওখ, চাপৰ, দীঘল, ফটা, বহল আৰু ৰঙা শব্দ বিশেষত্ব বোধক কাৰণে বিশেষণ শব্দ। এই বিশেষণবোৰে বস্তুৰ বিশেষত্ব বুজাইছে। খ) উদাৰ মন, বহল ভাব, গভীৰ চিন্তা, উচ্চ বিচাৰ, ভাল কথা প্ৰভৃতি যুৰীয়া শব্দবোৰতো মন, ভাব, চিন্তা, বিচাৰ প্ৰভৃতি ভাববাচক শব্দৰ বিশেষত্ব বা সামান্য লক্ষণ বুজাবৰ কাৰণে উদাৰ, বহল, গভীৰ, উচ্চ, ভাল প্ৰভৃতি শব্দ ব্যৱহাৰ কৰা হৈছে। বস্তুবাচক আৰু ভাববাচক দুয়ো শ্ৰেণীৰে বিশেষ্যৰ বিশেষত্ব কিছুমান বিশেষণে দেখুৱাব পাৰে; কিন্তু আন কিছুমান বিশেষণে নোৱাৰে। যেনে —ৰঙা, বগা, চেপেটা প্ৰভৃতি শব্দই ভাববাচক বিশেষ্যৰ বিশেষত্ব প্ৰকাশ কৰিব নোৱাৰে।

বিশেষণীয় বিশেষণে সামান্য বিশেষণ আৰু ক্ৰিয়া বিশেষণ এই দুয়ো শ্ৰেণীৰ বিশেষণৰে বিশেষত্ব দেখুৱাব পাৰে। অতি, বৰ, অলপ, নিচেই মহা প্ৰভৃতি শব্দবোৰ এই শ্ৰেণীৰ। অতি ওখ পৰ্বত, বৰ বহল নৈ, অলপ ৰঙা বৰণ, বৰ উদাৰ মন, বৰ গভীৰ ভাবৰ কথা, নিচেই সৰু গুটি, মহাগুণী পুৰুষ। এই বাক্যাংশবোৰত যথাক্ৰমে পৰ্বত, নৈ, বৰণ, মন, ভাব, গুটি আৰু পুৰুষ বিশেষ্য পদ। ওখ, বহল, ৰঙা, উদাৰ, গভীৰ, সৰু আৰু গুণী শব্দই বিশেষ্য-বোৰৰ সামান্য বিশেষত্ব দেখুৱাইছে; সেই বাবে এইবোৰ সামান্য বিশেষণ বা বিশেষ্যৰ বিশেষণ। অতি, বৰ, অলপ, নিচেই আৰু মহা শব্দই সামান্য শ্ৰেণীৰ বিশেষণবো বিশেষত্ব দেখুৱাইছে। গতিকে এইবোৰ বিশেষণীয় বিশেষণ শব্দ। বিশেষণীয় বিশেষণবোৰ ক্ৰিয়া বিশেষণবো বিশেষণ ৰূপে ব্যৱহাৰ হয়। কিছুমান ক্ষেত্ৰত সামান্য বিশেষণবোৰো ক্ৰিয়াবিশেষণ হ'ব পাৰে। কেতিয়াবা বিশেষণীয় বিশেষণকো সামান্য বিশেষণৰ দৰে ব্যৱহাৰ কৰা হয়। যেনে —অতি বুদ্ধি, বৰ ল'ৰা, মহাপুৰুষ। কোনো কোনো সময়ত বিশেষণৰ লগত থাকিবলগীয়া বিশেষ্যটো লুকাই থাকিলে বিশেষণেই বিশেষ্যৰ দৰে হয়। যেনে —ৰঙাটো গোহালিত নাই। সাধুৱে সকলোকে সমান চকুৰে চাব পাৰে। কীৰ্তন পুথিখন মহাপুৰুষৰ ৰচনা। আমটো ওখত আছে। তেওঁ দ-লৈ নামিছে। এই বাক্য-বোৰত ৰঙা, সাধু, মহাপুৰুষ, ওখ আৰু দ বিশেষণ শব্দকেইটাই বিশেষ্যৰ কাম কৰিছে।

কিছুমান শব্দ অৱস্থাভেদে বিশেষ্য আৰু বিশেষণ দুয়োটা অৰ্থতে প্ৰয়োগ হয়। যেনে :—স'ৰাই হাঁহিছে। ল'ৰা মানুহ, তুমি নুবুজা। কেউঁৱাই কান্দিছে।

কেচুঁৱা ল'ৰাটো ক'ত আছে? পানীকেচুঁৱা ল'ৰাটো কাৰ? এই বাক্যবোৰৰ প্ৰথম ল'ৰা শব্দটো বিশেষ্য, দ্বিতীয় কেচুঁৱা শব্দটো বিশেষণ। পঞ্চমটো বাক্যত বিশেষ্য 'পানী' শব্দটো বিশেষণীয় বিশেষণ হৈছে।

প্ৰত্যয় যোগ দি বিশেষ্য শব্দক বিশেষণ আৰু বিশেষণ শব্দক বিশেষ্য কৰিব পাৰি। যেনে —বিশেষণক বিশেষ্য—ল'ৰা>ল'ৰালি, সাধু>সাধুতা, গুৰু >গুৰুত্ব, ক'লা>ক'লাই, বগা>বগাই আদি। বিশেষ্যক বিশেষণ—পানী> পনীয়া, গুণ>গুণী, ভাত>ভতুৱা, নীল>নীলা, ৰোগ>ৰুগীয়া, ধন>ধনী, মোহ>মুগ্ধ, স্নেহ>স্নিগ্ধ, বোধ>বুদ্ধ, লোভ>লুব্ধ, ক্ষোভ>ক্ষুব্ধ, শোধ>শুদ্ধ আদি। এই শব্দবোৰত থকা প্ৰত্যয়ৰ সম্বন্ধে অন্য প্ৰসংগত আলোচনা কৰা হ'ব।

ধাতু শব্দৰ লগত কৃৎ প্ৰত্যয় যোগ হৈ গঢ় লোৱা শব্দবোৰক কৃদন্ত (কৃৎ+অন্ত) শব্দ বোলা হয়। কৃদন্ত শব্দবোৰ বিশেষ্য বা বিশেষণৰ শ্ৰেণীত পৰে। তলত উদাহৰণ দিয়া হৈছে —তুমি লিখা চিঠিখন মই পালোঁ। তেওঁ গোৱা গীতটো শুনিছিলোঁ। দোকানখনত ল'ৰাৰ কাৰণে খোৱা বস্তু নাই। আমি নিজৰ কৰ্তব্য কৰিব লাগে। সভাপতিৰ মন্তব্য শুনিব লাগিব। এই বাক্যবোৰত যথাক্ৰমে লিখা শব্দই চিঠি বিশেষ্যৰ, গোৱা শব্দই গীত বিশেষ্যৰ, খোৱা শব্দই বস্তু বিশেষ্যৰ বিশেষত্ব দেখুৱাইছে। গতিকে লিখা, গোৱা আৰু খোৱা বিশেষণ শব্দ। সেই-দৰে কৰ্তব্য আৰু মন্তব্য শব্দ দুটা ভাববাচক বিশেষ্য পদ।

কিছুমান অনুকৰণাত্মক শব্দ বিশেষ্য হোৱাৰ দৰে প্ৰত্যয় যোগ হৈ বিশেষণ হোৱাও দেখা যায় যেনে —কটিকটি (অনুকৰণাত্মক) কটিকটিনি (সংজ্ঞা) কটি-কটীয়া (বিশেষণ) সেইদৰেই যথাক্ৰমে দপ্‌দপ্‌>দপ্‌দপনি>দপদপীয়া ; চট্‌ফট্‌ >চট্‌ফটনি>চট্‌ফটীয়া আদি শব্দৰ প্ৰয়োগ অনুকৰণাত্মক, বিশেষ্য আৰু বিশে-ষণ ৰূপে হয়। কেতিয়াবা এই অনুকৰণাত্মক শব্দবোৰ ধাতু শব্দ ৰূপে ব্যৱহাৰ হয় আৰু ধাতু বিভক্তি যুক্ত হৈ ক্ৰিয়াত পৰিণত হয়। যেনে —দপ্‌দপ্‌ (ধাতু) +ইছে (ধাতু বিভক্তি) = দপ্‌দপাইছে (ক্ৰিয়াপদ)। সেইদৰে চট্‌ফট্‌>চট্‌ফটাইছে, টিন্‌টিন্‌>টিনটিনাইছে। হো-হো>হো-হোৱাইছে আদি। ক্ৰিয়া পদৰ ধৰণ বা লক্ষণ বুজাবলৈকো এই ধৰণৰ অনুকৰণাত্মক শব্দৰ প্ৰয়োগ বিশেষণ শব্দৰ দৰে কৰা হয়।

ক্ৰিয়াৰ ধৰণ বা বৈশিষ্ট্য বুজাবৰ কাৰণে প্ৰয়োগ কৰা বিশেষণ পদক ক্ৰিয়াবিশেষণ বোলা হয়। যেনে —আকৌ আহিবা, গছডাল অকস্মাৎ ভাগিল, কামটো কেনেকৈ কৰিবা? সি বেগাই গৈছে, তেওঁ বেলত শুই আহিছিল, বুঢ়া মানুহজন ভাত খাই শুইছে, বদু নাক বজাই বজাই শুইছে, ধুমুহা বতাহ হো-হোৱাই আহিছে, তেওঁ লোকৰ আগত দপ্‌দপাই দেখুৱাইছে,। এই বাক্যবোৰত

থকা আকৌ, অকস্মাৎ, কেনেকৈ, বেগাই, শুই, বজাই বজাই, হো-হোৱাই, দপ্‌দপাই এই শব্দবোৰে যথাক্রমে আহিবা, ভাগিল, কৰিবা, গৈছে, আহিছিল, শুইছে, আহিছে আৰু দেখুৱাইছে ক্রিয়াপদৰ ধৰণ বুজাইছে। সেই বাবে আকৌ অকস্মাৎ প্ৰভৃতি ক্ৰিয়াবিশেষণ শব্দ ; কিন্তু 'বুঢ়াজনে ভাত খাই শুইছে' বোলোঁতে 'শুইছে' ক্রিয়াৰ ধৰণ সম্বন্ধে একো বিশেষত্ব প্ৰকাশ কৰা নাই। বুঢ়াজনে ভাত খালে আৰু তাৰ পাছত শুইছে। এই দুটা কথা একে লগে কোৱা হৈছে মাত্ৰ। দুটা বাক্য এটা কৰিবৰ কাৰণে 'খালে' বুলি নকৈ 'খাই' বুলি কৈছে। বাক্য-টোত খোৱা আৰু শোৱা কাৰ্য একে লগে হোৱা নাই। গতিকে এই বাক্য-টোৰ 'খাই' শব্দটো ক্রিয়া বিশেষণ নহয়।

ওপৰৰ উদাহৰণবোৰৰ পৰা দুটা কথা চকুত পৰে। ১) ক্রিয়া বিশে-ষণ আৰু অসমাপিকা ক্রিয়া দুয়োটা ভাবৰ ফালৰ পৰা পৃথক হ'লেও দুয়োটাতে 'ই' বিভক্তি চিন থাকিব পাৰে। ২) আকৌ, অকস্মাৎ প্ৰভৃতি অবিকাৰী শব্দ, বিকাৰী নাম শব্দ আৰু ধাতু শব্দও বিভক্তি যুক্ত ৰূপত ক্রিয়া বিশেষণ হ'ব পাৰে। যেনে —মনেমনে বহি থাকিবা, চিঠিখন হাতে হাতে দিবা। এই বাক্য দুটাত যথাক্রমে মনেমনে আৰু হাতে হাতে দুয়োটা শব্দই বহি থাকিবা আৰু দিবা ক্রিয়াৰ ধৰণটো বুজাইছে। সেই বাবে এই দুয়োটা ক্রিয়া বিশেষণ শব্দ ; কিন্তু মন আৰু হাত দুয়োটা মূল শব্দই বিভক্তি যুক্ত আৰু যুৰীয়া ৰূপ লৈছে। মন আৰু হাত দুয়োটাই বিকাৰী নাম শব্দ। বেগাই গৈছে। ধীৰে ধীৰে পঢ়িবা। ধৈৰ্য্যেৰে শুনিলে। এই বাক্যবোৰত বেগ আৰু ধৈৰ্য্য সংজ্ঞা শব্দ, ধীৰ বিশেষণ শব্দ। শুই শুই পঢ়া বেয়া। এই বাক্যত 'শো' ধাতুটোত 'ই' ক্রিয়া বিভক্তিৰ চিন্‌ যোগ হৈ শুই অথবা শুই শুই ক্রিয়া বিশেষণ পদ গঢ় লৈছে। এই ক্রিয়া বিশেষণটোৱে 'পঢ়্‌' ধাতুৰ পৰা হোৱা ক্রিয়াৰ ধৰণ বুজাইছে।

কিছুমান ব্যাকৰণত নিতৌ, সদাই, কেনে, কিয়, যেনি, কেনি, আজি, কালি, এতিয়া, কেতিয়া, যেতিয়া, তাতৈ, কাতৈ, ইয়ালৈ প্ৰভৃতি শব্দকো ক্রিয়া বিশেষণৰ লগত ধৰিছে। এইবোৰ প্ৰকৃততে ক্রিয়াৰ ধৰণ বা বিশেষত্বসূচক শব্দ নহয়। কাল, কাৰণ, দিশ, স্থান আদি বুজোৱা সৰ্বনাম শব্দহে। অন্য কোনোবা ভাষাৰ বাক্য-গঠন প্ৰণালীত এই শ্ৰেণীৰ শব্দ ক্রিয়া বিষেশৰ দৰে ব্যৱহাৰ যদি হয়, সেইটো সুকীয়া কথা। অসমীয়া ভাষাত এইবোৰ শব্দক ক্রিয়া বিশেষণ বুলি ধৰিব নোৱাৰি।

কেনেকৈ আহিলা ? তেনেকৈ নক'বা। ভালে কুশলে পালেহি। এই বাক্যবোৰত থকা কেনেকৈ, তেনেকৈ আৰু ভালে-কুশলে ক্রিয়াৰ ধৰণসূচক শব্দ হয়। কেনেকৈ শব্দত 'কৈ'টো 'কৰি'ৰ সংক্ষিপ্ত ৰূপ। তেনেকৈৰ 'কৈ'টোও

'কৰি'ৰ সংক্ষিপ্ত ৰূপ ; ভালে-কুশলে শব্দৰ ভাবটো ভালেৰে অৰ্থাৎ ভাল ধৰণে বা ভাল'কৈ'। গতিকে এইবোৰ ক্ৰিয়া বিশেষণ হয়।

সত্বৰ, অসত্বৰ, অৱধি, পৰ্যন্ত, পৰিমিত প্ৰভৃতি অব্যয় বা অবিকাৰী শব্দ আৰু লৈকে, এই, হে, এ প্ৰভৃতি কিছুমান প্ৰত্যয়যুক্ত শব্দই ক্ৰিয়াৰ ধৰণ বুজাই যেন লাগে যদিও, কেতিয়াবা নুবুজাবও পাৰে। সেই বাবে বাক্যৰ ভাবলৈ চকু ৰাখিহে শব্দটোৰ শ্ৰেণী নিৰ্ণয় কৰিব লাগিব। যেনে—এনে কথা সত্বৰ নহয়। সেই প্ৰথা অদ্যাৱধি প্ৰচলিত। সি তাৰ অৱধি অতিক্ৰম কৰিছে। গছ-জোপা বাৰীৰ চুকতে আছে। তালৈ হবিহে যাব। সি ইয়ালৈকে আহিব। এই বাক্য-বোৰত থকা 'সত্বৰ', 'অৱধি', 'চুকতে', 'হবিহে' আৰু 'ইয়ালৈকে' শব্দ কেইটাই যথাক্ৰমে নহয় (কি নহয়? সেই প্ৰশ্নৰ উত্তৰ স্বৰূপে), প্ৰচলিত (কেতিয়ালৈকে প্ৰশ্নৰ উত্তৰত এতিয়ালৈকে অৰ্থত অদ্যাৱধি), আছে (আন ঠাইত নাই চুকতহে), যাব (আন নাযায় হবিহে) আৰু আহিব (কোন ঠাইলৈকে) ক্ৰিয়াৰ বিশেষত্ব প্ৰকাশ কৰিছে। গতিকে এইবোৰ ক্ৰিয়াবিশেষণৰ শ্ৰেণীভুক্ত হ'ব পাৰে। কিন্তু অৱধি অতিক্ৰম কৰিছে বোলোঁতে অৱধি শব্দটো কৰ্মপদহে হৈছে। সেই-দৰে 'হে' আৰু 'কে' অংশ নথকা হবি আৰু ইয়ালৈ শব্দ ক্ৰিয়াৰ বিশেষত্ব-সূচক নহয়। হে আৰু কে এই দুযোটা কৰ্তাৰ জোৰ বুজোৱা লক্ষণটোহে এই ক্ষেত্ৰত ক্ৰিয়াৰ বিশেষণৰ দৰে হৈছে। এনেদৰে বাক্যত থকা অন্য পদৰ জোৰ বুজাওঁতেও ক্ৰিয়াৰ বিশেষত্ব প্ৰকাশ পাব পাৰে। যেনে—তেওঁ 'ভাতহে' খাব, 'কণটিও' নাযায়, বস্তুটো 'হাতেৰেহে' দিবা, পালিলে 'ঘৰলৈকে' যাবাঁ, বজাৰৰ 'পৰাহে' কিনিবা, বাৰীৰ 'চুকতে' গছজোপা আছে। এইবোৰক জোৰ বুজোৱা বিশেষণ বুলিব পাৰি। এইবোৰ পোনপটীয়াকৈ ক্ৰিয়াৰ বিশেষণ নহয়।

কিছুমান ক্ষেত্ৰত সামান্য বিশেষণ শব্দগো ক্ৰিয়া বিশেষণৰ কাম কৰে। যেনে—গছজোপা 'ওখ' হ'ল। পুখুৰীটো 'বাম' হ'ল। ল'ৰাটো 'ডাঙৰ' হ'ল। এই বাক্যবোৰত ওখ, বাম আৰু ডাঙৰ শব্দকেইটা ক্ৰিয়াৰ বিশেষণ ৰূপে বহিছে ; কিন্তু ওখ গছজোপা ভাগিল, বাম পুখুৰীটো শুকাল, ডাঙৰ ল'ৰাটো আহিছে। এই বাক্যবোৰত ওখ, বাম আৰু ডাঙৰ শব্দ সাধাৰণ বিশেষণ ৰূপেহে আছে।

অনুশীলনী —১০

১) বিশেষণ বুলিলে কি বুজা? বিশেষণৰ শ্ৰেণী-বিভাজন কেনেকৈ কৰিব পাৰি উদাহৰণসহ লিখা।

২) একোটা শব্দই বিশেষণ আৰু বিশেষ্য দুয়োশ্ৰেণীতে ঠাই পাব পাৰেনে? যদি পাৰে কেনেকৈ পাৰে বুজাই লিখা।

৩) বিশেষণক বিশেষ্য আৰু বিশেষ্যক বিশেষণ কৰাৰ উপায় বিলাকৰ উদাহৰণ দিয়াঁ।

৪) অসমাপিকা ক্রিয়া আৰু ক্রিয়াবিশেষণৰ মাজত থকা পাৰ্থক্যটো কেনেকৈ উলিয়াব পাৰি উদাহৰণসহ লিখাঁ।

৫) অনুকৰণাত্মক শব্দৰ সামান্য বিশেষণ আৰু ক্রিয়াৰ বিশেষণৰূপ কেনেকৈ হয় আলোচনা কৰা।

৬) জোৰবুলোৱা বিশেষণ আৰু স্বাভাৱিক ক্রিয়াবিশেষণৰ মাজত থকা পাৰ্থক্য উদাহৰণসহ বুজাই লিখাঁ।

৭) নাম শব্দ আৰু ধাতু শব্দক ক্রিয়া বিশেষণ ৰূপে ব্যৱহাৰ কৰিবৰ কাৰণে কোনবোৰ প্রত্যয়ৰ সহায় লোৱা হয় উদাহৰণসহ লিখাঁ।

OOOO

৪। **সর্বনাম শব্দ** —সকলো মানুহ আৰু বস্তুৰ একোটা বা ততোধিক নাম থাকে। কিছুমান ক্ষেত্রত সেই নামবোৰ বা বিশেষ্য শব্দৰ ব্যৱহাৰ নকৰি তাৰ পৰিবৰ্তে একোটা এনে শব্দ ব্যৱহাৰ কৰা হয়, যিটো শব্দ সকলো নামৰ ক্ষেত্রত ব্যৱহাৰ কৰিব পাৰি। সকলো নামৰ পৰিবৰ্তে ব্যৱহাৰ কৰিব পৰা এই শ্রেণীৰ শব্দক সর্বনাম শব্দ বোলা হয়। সর্বনাম শব্দৰ শ্রেণী-বিভাগ তলত দিয়া ধৰণে কৰা হয়।

সর্বনাম শব্দ

- পুৰুষ বাচক আৰু বস্তুবাচক
- স্থানবাচক
- কালবাচক
- বিশেষণ বাচক

ক) তিনিটা বস্তুৰ লগত ভাষাৰ সম্বন্ধ থাকে। ভাষা কওঁতাজন বক্তা, শুনোঁতাজন শ্রোতা, যাৰ বিষয়ে কোৱা হয়, সি বক্তব্য বা বিষয়বস্তু। ব্যাকৰণত এই বক্তা, শ্রোতা আৰু বক্তব্য তিনিওটা বুজাবলৈ 'পুৰুষ' শব্দটো ব্যৱহাৰ কৰা হয়। বক্তাক প্রথম পুৰুষ, শ্রোতাক দ্বিতীয় পুৰুষ আৰু বক্তব্য বা যাৰ কথা কোৱা হয়, তাক তৃতীয় পুৰুষ বোলা হয়। এই দৃষ্টিত স্থানবাচক, কালবাচক আৰু বিশেষণবাচক সর্বনামসমূহো তৃতীয় পুৰুষৰ শ্রেণীত পৰে। বক্তা, শ্রোতা আৰু বক্তব্যৰ পাৰ্থক্য স্পষ্ট কৰি দেখুৱাব পৰা সর্বনামক পুৰুষবাচক সর্বনাম বোলা হয়। ইন্দ্রিয়গ্রাহ্য নির্জীৱ বস্তুবোৰো এই শ্রেণীৰ ভিতৰত পৰে। তলত এই শ্রেণীৰ সর্বনাম সমূহ ভাগ ভাগ কৰি দেখুৱাই দিয়া হৈছে।




খ) **বচন** —তৃতীয়পুৰুষ সবনামশব্দৰ উপৰিও সকলো বিশেষ্য বা সংজ্ঞা-শব্দ তৃতীয় পুৰুষৰ ভিতৰত পৰে। সেইবিলাক শব্দকো একসংখ্যাবাচক আৰু বহুসংখ্যাবাচক দুটা শ্ৰেণীত বিভক্ত কৰা হয়। এটানে বহুত এই ভাব বুজাবৰ বাবে ব্যাকৰণত যি ব্যৱস্থা গ্ৰহণ কৰা হৈছে, তাক এটা শব্দত বচন বোলা হয়। একসংখ্যা বুজালে একবচন আৰু এটাতকৈ বেছি ব নেক সংখ্যা বুজালে বহুবচন বুলি কোৱা হয়।

অসমীয়া ভাষাত শ্লিষ্ট আৰু অশ্লিষ্ট দুয়ো শ্ৰেণীৰে যোগাত্মক লক্ষণ (দ্ৰঃ প্ৰথম ভাগ ৮) দেখা যায়। বিশেষ্য, বিশেষ্যৰ দৰে ব্যৱহাৰ কৰা বিশেষণ আৰু সৰ্বনাম এই তিনিওবিধ নাম শব্দতে বিভক্তি যোগ দিলে কোনটো শব্দই কেনে ৰূপ লয়, সেইটো মন কৰিব লগীয়া। বিশেষ্য শব্দত বিভক্তি যোগ হ'লেও তাৰ মূল ৰূপটো স্পষ্ট হৈ থাকে। যেনে —পানী+ৰে=পানীৰে, ঘৰ+ত=ঘৰত।

এইবোৰ অশ্লিষ্ট যোগাত্মক ; কিন্তু সৰ্বনাম শব্দত শ্লিষ্ট যোগাত্মক লক্ষণ যথেষ্ট দেখা যায়। অৰ্থাৎ বিভক্তি বা প্ৰত্যয়যুক্ত শব্দৰ মূল ৰূপটো বহুত ক্ষেত্ৰত হেৰাই যোৱা যেন লাগে। যেনে —মই+ক=মোক, সি+ক=তাক, সি+ৰ=তাৰ ইত্যাদি। সৰ্বনাম শব্দত নাম বিভক্তি যোগ দিবৰ সময়ত এইবিলাক কথালৈ চকু দিব লগীয়া হয়।

গ) কোনো এডোখৰ ঠাইৰ নামৰ সলনি ব্যৱহাৰ কৰা সৰ্বনাম শব্দক স্থান-বাচক সৰ্বনাম বোলা হয়। যেনে – তাত, ইয়াত, তালৈ, সেইখিনিৰ পৰা য'ত ক'ত ইত্যাদি। এই শব্দবোৰ পুৰুষবাচক সৰ্বনাম ৰূপেও ব্যৱহাৰ হয়। পুৰুষ-বাচক সৰ্বনামৰ তৃতীয় পুৰুষৰ ভিতৰতে বস্তুবাচক সৰ্বনামৰ লগত স্থানবাচক সৰ্ব-নামকো সামৰি ল'ব পাৰি। যেনে - গুৱাহাটী এখন ডাঙৰ নগৰ ; তাত বহুত কাৰ্যালয় আছে। তেওঁ এখন কিতাপ আনিছে ; তাত বহুত ছবি আছে। এই ল'ৰাটোৰ জ্বৰ হৈছে ; ইয়ালৈ দৰৱ আনিবা। মানুহজন ইয়ালৈ নাহে। এই বাক্যবোৰত থকা 'তাত' শব্দ দুটাৰ প্ৰথমটো স্থানবাচক, দ্বিতীয়টো বস্তুবাচক। সেইদৰে 'ইয়ালৈ' শব্দটোৰ প্ৰথমটো পুৰুষবাচক বা ব্যক্তিবাচক ; কিন্তু দ্বিতীয়টো স্থানবাচক। গতিকে স্থানবাচক সৰ্বনাম বুলি এটা সুকীয়া ভাগ নকৰি পুৰুষবাচক সৰ্বনামৰ তৃতীয় পুৰুষৰ বস্তুবাচক সৰ্বনামৰ ভিতৰত তাক সামৰি ল'ব পাৰি।

ঘ) সময় নিৰ্দিষ্ট কৰি বুজোৱা সৰ্বনাম শব্দক কালবাচক সৰ্বনাম বোলা হয়। যেনে —এতিয়া (এই সময়ত), কেতিয়া (কোন সময়ত), যেতিয়া (যি সময়ত), তেতিয়া (সেই সময়ত)। মন কৰিব লগীয়া যে —এই, কোন, যি আৰু সি সৰ্ব-নাম শব্দ বিভক্ত যুক্ত হৈ শ্লিষ্ট ৰূপত এতিয়া, কেতিয়া, যেতিয়া, তেতিয়া হৈছে। 'এই', 'কোন', 'যি' আৰু 'সি' মূলতে পুৰুষবাচক সৰ্বনাম শব্দহে।

ঙ) বিশেষণীয় (বিশেষণ স্থানীয়) সৰ্বনাম বুলিলে বিশেষণৰ দৰে সংজ্ঞা শব্দৰ লক্ষণ, পৰিমাণ, ধৰণ, দোষ, গুণ প্ৰভৃতি বুজাব পৰা সৰ্বনাম শব্দক বুজায়। কোনো কোনো সময়ত এই শ্ৰেণীৰ সৰ্বনামে বিশেষ্য শব্দৰ লগত থাকিও সামান্য বিশেষণ অথবা বিশেষণীয় বিশেষণৰ ভাব প্ৰকাশ কৰিব পাৰে। যেনে — ইমান (এইটোৰ মান, ইয়াৰ সমান, ; মান শব্দটোৱে জোখ বা পৰিমাণ বুজা-ইছে) এই শব্দটোৰ মূল 'ই' বা 'এই' পুৰুষবাচক সৰ্বনাম শব্দ। তাৰ লগত মান শব্দটো জোখ বা পৰিমাণ বুজাবৰ কাৰণে যোগ দি এটা নতুন শব্দ গঢ় দিয়া হৈছে। 'কিমান' 'যিমান', 'সিমান', 'তিমান' প্ৰভৃতি শব্দও সেইদৰেই গঢ় লৈছে। বাক্যত এই শব্দবোৰ বিশেষণৰ দৰে ব্যৱহাৰ কৰা হয়। যেনে — 'ইমান' দীঘল, কিমান ওখ ? এই বাক্য দুটাত দীঘল আৰু ওখ শব্দ দুটাও বিশে-ষণ। গতিকে সিইতৰ বিশেষণ ৰূপে বহা 'ইমান আৰু 'কিমান' বিশেষণীয়

বিশেষণ হৈছে। বিশেষ্য, সামান্য বিশেষণ আৰু বিশেষণীয় বিশেষণ তিনিওটা দেখুৱাবলৈ হ'লে বাক্যটো কেনে হ'ব পাৰে তাৰ উদাহৰণ তলত দিয়া হৈছে। ইমান দীঘল বাঁহ। কিমান দ পানী। ইত্যাদি। 'যেন', 'হেন', 'নিচিনা' প্ৰভৃতি কিছুমান শব্দ বিশেষ্য পদৰ লগত থাকি বিশেষণীয় সৰ্বনাম ৰূপে ব্যৱহৃত হয়। যেনে — হিমালয় যেন, ভীম হেন, পানীৰ নিচিনা। এই বাক্যাংশবোৰত যেন, হেন আৰু নিচিনা শব্দই যথাক্ৰমে হিমালয়, ভীম, আৰু পানীৰ বিশেষত্ববোৰ বুজাইছে। হিমালয়ৰ উচ্চতা, অলংঘনীয়তা, বিশালতা প্ৰভৃতি গুণবোৰ ইয়াত যেন শব্দতে প্ৰকাশ পাইছে। সেইদৰে হেন শব্দটোৱে ভীমৰ সবলতা, বীৰত্ব আৰু স্থূল অবয়বৰ ভাব মনলৈ আনিছে। নিচিনা শব্দত পানীৰ কোমলতা, স্বাদহীনতা আদি ভাব লুকাই আছে।

কিছুমান বিশেষণ শব্দৰ এটাই আন এটাৰ ওপৰত নিৰ্ভৰ কৰিহে বাক্যত সম্পূৰ্ণ ভাবপ্ৰকাশ কৰিব পাৰে। সেইদৰে বাক্যত ব্যৱহাৰ হোৱা সৰ্বনাম শব্দক সাপেক্ষিক বিশেষণীয় সৰ্বনাম বুলিব পাৰি। যেনে কাম কৰে, তেনে ফল পায়। যিমান পাৰা সিমান লিখিবা। সিহঁত য'তে আছে, ত'তে থক। যাৰ নাঙল তাৰ মাটি। এই বাক্যবোৰত থকা যেনে, যিমান, য'তে আৰু তাৰ সৰ্বনাম শব্দকেইটা উচ্চাৰণ হোৱাৰ লগে লগেই যথাক্ৰমে তেনে, সিমান, ত'তে আৰু তাৰ সৰ্বনাম শব্দলৈ অপেক্ষাৰ ভাব আহি পৰে। সেই বাবে এনেধৰণৰ যুৰীয়া সৰ্বনাম শব্দক সাপেক্ষিক বিশেষণীয় সৰ্বনাম বুলিব পাৰি।

এনেকৈ, তেনেকৈ, যেনে তেনে প্ৰভৃতি সৰ্বনাম শব্দ ক্ৰিয়া বিশেষণ ৰূপেও বাক্যত ব্যৱহাৰ হয়। বহুত সৰ্বনাম শব্দ বাক্যত ব্যৱহাৰ কৰোঁতে 'টো' 'নি', 'টি', 'খন', 'জন', 'জনী', 'ডাল' আদি তদ্ধিত প্ৰত্যয়যুক্ত হয়। যেনে — ল'ৰাটো, কেইটা, ইমানটি, সেইডাল, এইখন, সেইজন, কোনজনী। কিছুমান শব্দত 'ক' প্ৰত্যয় যোগ হয়। যেনে — এতেক, কেতেক, যেতেক > যতেক ইত্যাদি। প্ৰত্যয়যুক্ত হ'লে যত, কত, অত প্ৰভৃতি সৰ্বনামৰ কিছু ৰূপান্তৰো হ'ব পাৰে। যেনে — যত > যেতেক, যেতেখিনি ; কত > কেতেক, কেতেখিনি, কেতবোৰ ; অত > এতেক, এতেকে, এতেখিনি, এতেবেলি, ইত্যাদি।

চ) অনিয়মিত শব্দ — কিছুমান শব্দৰ ব্যৱহাৰ স্বতন্ত্ৰৰূপে হোৱা দেখা নাযায়। অন্য শব্দৰ লগত বহিহে সিহঁতে অৰ্থ প্ৰকাশ কৰিব পাৰে ; সেইবোৰক অনিয়মিত বা পৰাশ্ৰিত শব্দ বুলিব পাৰি। যেনে — এই 'দৰে' কাম নহ'ব। সৌ-'পিনে' চোৱাঁ। এই 'ফালে' মুখ কৰাঁ। এই বাক্যবোৰত থকা দৰে, পিনে, ফালে প্ৰভৃতি এনে ধৰণৰ শব্দ। পৰাশ্ৰিত শব্দৰ লগত থকা সৰ্বনামশব্দবোৰ ক্ৰিয়া বিশেষণত পৰিণত হয়।

অনুশীলনী —১১

১) সৰ্বনাম শব্দ বুলিলে কি বুজা ? সৰ্বনাম শব্দৰ শ্ৰেণী-বিভাগ সম্বন্ধে এটি চমু আলোচনা দাঙিধৰা।

২) পুৰুষবাচক সৰ্বনামৰ শ্ৰেণী-বিভাগৰ ভিত্তি সম্বন্ধে নিজৰ বিচাৰ প্ৰকাশ কৰা।

৩) নিকটস্থ বা ওচৰত থকা আৰু দূৰস্থ বা দূৰত থকা সৰ্বনামৰ পাৰ্থক্যটো সহজ কথাৰে বুজাই লিখা।

৪) সংজ্ঞা বা বিশেষ্য শব্দবোধক পুৰুষবাচক শব্দৰ শ্ৰেণীত ঠাই দিব পাৰিনে ? যদি পাৰি কোন শ্ৰেণীত পাৰি ? উদাহৰণসহ লিখা।

৫) চমুটোকা লিখা।
সাপেক্ষিক সৰ্বনাম, ক্ৰিয়াবিশেষণ সৰ্বনাম, প্ৰত্যয়যুক্ত সৰ্বনামৰ ৰূপান্তৰ, বিশেষ্যপদৰ লগত বহা বিশেষণীয় সৰ্বনাম আৰু অনিয়মিত শব্দ।

৫। **নাম শব্দৰ ৰূপান্তৰ** —বাক্যত ব্যৱহাৰ কৰোঁতে সকলো শ্ৰেণীৰে নাম-শব্দৰ মূল ৰূপটো ভাব অনুসৰি কিছু পৃথক্ ধৰণে সজাই ল'বলগীয়া হয়। এই দৰে পৃথক্ ধৰণে সজোৱাটোকে চমু কথাত ৰূপান্তৰ বোলা হয়। পুৰুষ, বচন, লিংগ আৰু বিভক্তিভেদে ৰূপান্তৰ বিভিন্ন শ্ৰেণীৰ হ'ব পাৰে। পুৰুষ আৰু বচনৰ বিষয়ে সৰ্বনাম শব্দৰ শ্ৰেণী বিভাগৰ প্ৰসংগত কোৱা হৈছে। লিংগ আৰু বিভক্তি সম্বন্ধে তলত আলোচনা কৰা হ'ব।

১) **লিংগ** —মতা আৰু মাইকীৰ পাৰ্থক্য বুজাবৰ কাৰণে শব্দৰ মাজতো পাৰ্থক্য দেখুৱালে, তাক ব্যাকৰণৰত লিংগ বুলি কোৱা হয়। ব্যাকৰণত ধ্বনি বা বৰ্ণ-সংকেতৰ সহায়েৰে এই পাৰ্থক্য দেখুৱা হয়। বহুত সময়ত লিংগৰ পাৰ্থক্য ৰক্ষা কৰা নহয়। যিবোৰ ধ্বনি বা বৰ্ণসংকেতৰ সহায়েৰে লিংগৰ পাৰ্থক্য দৰ্শোৱা হয়। সেইবোৰ ধ্বনি বা বৰ্ণসংকেতক স্ত্ৰী প্ৰত্যয় বোলা হয়।

ব্যাকৰণত পুৰুষ বা মতা বুজোৱা শব্দক পুংলিংগ আৰু মাইকী বা স্ত্ৰী বুজোৱা শব্দক স্ত্ৰী লিংগ বুলি চিনাক্ত কৰা হয়। পুৰুষ আৰু স্ত্ৰী কোনো এটা শ্ৰেণীতে ধৰিব নোৱৰা শব্দৰ কাৰণে ক্লীৱ লিংগ শব্দৰ প্ৰয়োগ কৰা হয়। এই দৃষ্টিত অসমীয়া ভাষাত লিংগ তিনিটা।

২) ভাষাভেদে লিংগ সম্বন্ধীয় বিচাৰবো কিছু পাৰ্থক্য দেখা যায়। সংস্কৃত ভাষাত অপ্ৰাণীবাচক বিশেষ্য শব্দকো পুংলিংগ আৰু স্ত্ৰীলিংগৰ শ্ৰেণীত ধৰাৰ বহুত উদাহৰণ আছে। প্ৰত্যয়ৰ সহায়েৰে এই শ্ৰেণীৰ শব্দক পুংলিংগ বা স্ত্ৰী-লিংগ কৰি সজোৱা হয়। এটা উদাহৰণ তলত দিয়া হ'ল।




গুৰু শব্দৰ দৰে লঘু, সাধু, মহৎ প্ৰভৃতি শব্দকো প্ৰত্যয়ৰ সহায়েৰে ক্লীৱ লিংগ আৰু স্ত্ৰীলিংগ ৰূপ দিব পাৰি। ওপৰত দিয়া গুৰু শব্দটো ব্যক্তি ৰূপত সংজ্ঞা। যেনে—শংকৰদেৱ আমাৰ গুৰু। ইয়াত শংকৰদেৱ এজন ব্যক্তি বাবে গুৰু শব্দটোৱে ব্যক্তিক বুজাইছে। গুৰু ভাৰ বহন কৰিব পৰা শক্তি মোৰ নাই। এই বাক্যটোত গুৰু শব্দটো বিশেষণ ৰূপে বহিছে, কিন্তু গুৰুত্ব আৰু গুৰুতা এই বিশেষণৰ পৰা হোৱা সংজ্ঞা ৰূপ। ইয়াত গুৰুত্ব আৰু গুৰুতা শব্দ দুটাৰ লিংগ প্ৰত্যয়ভেদে পৃথক্ হৈছে। কিছুমান সংস্কৃত শব্দ অসমীয়া ভাষাত ক্লীৱ লিংগ বুলি ধৰা হয় যদিও মূলতে (সংস্কৃত ভাষাত) পুংলিংগ বা স্ত্ৰীলিংগৰ শ্ৰেণী-ভুক্ত। যেনে—কাম, ক্ৰোধ, অনল, মোহ, সমুদ্ৰ, দোষ প্ৰভৃতি শব্দ অপ্ৰাণীবাচক হ'লেও পুংলিংগ আৰু গুৰুতা, লঘুতা, আশা, ভাষা, নিন্দা, গতি, নতি, প্ৰীতি, ভক্তি, স্তুতি, বন্দনা, নদী প্ৰভৃতি শব্দ অপ্ৰাণীবাচক হ'লেও স্ত্ৰীলিংগ বুলি ধৰা হয়। অসমীয়া ভাষাত লিংগ সম্বন্ধীয় জটিলতা নাই বুলি ক'ব পাৰি। তথাপি নাম বিভক্তি যোগ হোৱা নাম শব্দৰ ৰূপান্তৰ সম্বন্ধে কিছু আলোচনা কৰি লোৱা আৱশ্যক।

৬। **লিংগ-পৰিবৰ্তন**—অসমীয়া ভাষাত লিংগ-পৰিবৰ্তনৰ প্ৰধান নিয়ম দুটা। এটা নিয়ম মতে পুৰুষবাচক আৰু স্ত্ৰীবাচক দুবিধ পৃথক্ শব্দৰ প্ৰয়োগ কৰা হয়। আনটো নিয়ম মতে প্ৰত্যয়ৰ সহায়েৰে পুৰুষবাচক শব্দক স্ত্ৰীবাচক কৰা হয়। সংস্কৃতমূলক আৰু দেশী বা স্থানীয় উভয় শ্ৰেণীৰে শব্দত এই নিয়মবোৰ খাটে। উদাহৰণ তলত দিয়া হৈছে।

ক) **সংস্কৃত শব্দ**—

| পুৰুষবাচক | স্ত্ৰীবাচক |
|---|---|
| পিতা, পিতৃ | মাতা মাতৃ |
| ভ্ৰাতৃ, ভ্ৰাতা | ভগিনী, |
| পুত্ৰ | কন্যা |
| বৃষভ | ধেনু |
| স্বামী | স্ত্ৰী |

খ) **কিছুমান শব্দৰ লিংগ-পৰিবৰ্তন নহয় অৰ্থাৎ সেইবিলাক শব্দৰ বিপৰীত লিংগ নাই। যেনে:—পৰ্বত, বৃক্ষ, সাগৰ, আকাশ, শুক্ৰ, শনি প্ৰভৃতি সংস্কৃত শব্দৰ**

স্ত্রীলিংগ ৰূপ নাই। কলা, বিদ্যা, পৰীক্ষা, লতা, ৰেখা শক্তি, চিকিৎসা প্রভৃতি শব্দৰ পুলিংগ ৰূপ নাই ; কিন্তু প্রত্যয় যোগ দি এইবিলাক শব্দৰ লিংগ পৰিবর্তন কৰিব পাৰি। দুয়োটা লিংগৰে শব্দক প্রত্যয়ৰ সহায়েৰে ক্লীৱ লিংগলৈও নিব পাৰি। যেনে —পৰ্বত, (পুং), পাৰ্বত্য (ক্লীব), পাৰ্বতী (স্ত্রী) ; বৃক্ষ (পুং) বৃক্ষিকা (স্ত্রী°)। এইদৰেই সাগৰ>সাগৰিকা (স্ত্রী); কলা>কলাকাৰ (পুং), কলন (ক্লী°) ; বিদ্যা>বিদ্বান (পুং) ; পৰীক্ষা>পৰীক্ষণ (ক্লী°) পৰীক্ষিত (পুং) ইত্যাদি,

গ) কিছুমান বিশেষণ শব্দকো পুংলিংগ, স্ত্রীলিংগ আৰু ক্লীব লিংগ ৰূপ দিব পাৰি। যেনে —সাধু>সাধু (পুং), সাধ্বী (স্ত্রী°), সাধুত্ব (ক্লী°) ; গুৰু>গুৰু (পুং), গুৰ্বী (স্ত্রী°), গুৰুত্ব (ক্লী°) ; মহৎ>মহান্ (পুং), মহতী (স্ত্রী°), মহত্ত্ব (ক্লী°) ; মহা (উভয় লিং)। এইবোৰ শব্দ 'তা' প্রত্যয়ান্ত হ'লে স্ত্রীলিংগ হয়। সংস্কৃত ভাষাত কিছুমান শব্দৰ লিংগ বস্তুৰ স্বভাৱ অনুসৰি নির্ণয় কৰা নহয়। যেনে —দাৰ (পত্নী) পুংলিংগ, সেনা স্ত্রীলিংগ।

ঘ) সংস্কৃত ভাষাৰ প্রায় সকলো বিকাৰী শব্দৰ মূল ধাতু শব্দ বুলি কোৱা হয়, কিন্তু কিছুমান শব্দৰ মূল ধাতু সম্বন্ধে বর্তমান জনা নাযায়। মূল ধাতু শব্দত প্রত্যয় যোগ দি নাম শব্দ গঢ় দিয়া হয়। লিংগহীন ধাতু শব্দবোৰ প্রত্যয়যুক্ত হ'লে কেনেকৈ পুংলিংগ আৰু স্ত্রীলিংগ বুজোৱা নতুন শব্দ ৰূপে পৰিচিত হ'ব পাৰে, তাৰ উদাহৰণ তলত দিয়া হৈছে।

| ধাতু শব্দ | ক্লীব লিংগ<br>ক্রিয়াবাচক সংজ্ঞা | পুং লিংগ<br>সংজ্ঞা বা বিশেষণ | স্ত্রী লিংগ<br>সংজ্ঞা বা বিশেষণ |
|---|---|---|---|
| ৰম্ | ৰমণ | ৰাম, ৰম্য, ৰমণীয় | ৰমা |
| গ্রহ্ | গ্রহণ | গ্রাহক, গ্রাহ্য | গ্রাহিকা |
| কৃ | কৰণ | কার্য, কাৰক, কাৰী | কাৰিকা, কাৰিণী |
| কৃষ্ | কর্ষণ | কৃষক, | কর্ষিকা |
| পৎ | পতন | পতিত | পতিতা |
| ৰক্ষ্ | ৰক্ষণ | ৰক্ষক, ৰক্ষিত | ৰক্ষিকা, ৰক্ষিতা |
| প্লু | প্লাৱন | প্লাৱিত | প্লাৱিতা |
| লিখ্ | লেখন | লেখ, লেখক | লেখিকা |
| দৃশ্ | দর্শন | দর্শক, দ্রষ্টা, দৃশ্য, দর্শী | দর্শিকা, দর্শিনী |
| পঠ | পঠন | পাঠ, পাঠ্য, পাঠক | পাঠিকা |

ঙ) ওপৰৰ উদাহৰণবোৰত থকা স্ত্রীলিংগবাচক শব্দবোৰ 'আকাৰান্ত' বা 'ঈকাৰান্ত' দেখা গৈছে। ঈকাৰান্ত শব্দ দুই শ্রেণীৰ। এক শ্রেণীৰ শব্দত কেৱল 'ঈ' যোগ হয় আৰু আন শ্রেণীৰ শব্দ 'ন' সহ 'ঈ' অর্থাৎ 'নী' যোগ হয়। যেনে—

তনু+ঈ=তন্বী, গুৰু+ঈ=গুৰ্ৰী, সাধু+ঈ=সাধ্বী, কৃশাংগ+ঈ=কৃশাংগী, ৰাজন্+ঈ=ৰাজ্ঞী, মহৎ+ঈ=মহতী। ৰোগিণী, দৰ্শিনী, গৃহিণী, কাৰিণী প্ৰভৃতি শব্দত 'ঈ'ৰ লগতে 'ন' আছে। ণত্ব বিধিৰ নিয়ম মতে 'ন' কেতিয়াবা 'ণ' হয়।

সংস্কৃত ভাষাত মূল শব্দটোকে বাক্যত ব্যৱহাৰ নকৰে। বাক্যত থকা শব্দবোৰ বিভক্তিযুক্ত হয়। বাক্যত ব্যৱহাৰ হওঁতে শব্দই ৰোগী, দৰ্শী প্ৰভৃতি ৰূপ পালেও মূলতে সেইবোৰ ৰোগিন্, দৰ্শিন্ আদিহে আছিল। এই ৰোগিন্ আৰু দৰ্শিন্ শব্দৰ লগত 'ঈ' যোগ হ'লে ৰোগিনী > ৰোগিণী, দৰ্শিনী প্ৰভৃতি ৰূপ গঢ় লয়। 'ইন্' প্ৰত্যয় শেষত নথকা সংস্কৃত শব্দৰ পাছত 'ঈ' প্ৰত্যয় যোগ হ'লে 'ঈ' স্পষ্ট হৈ থাকে। যেনে—ব্ৰাহ্মণ+ঈ=ব্ৰাহ্মণী, কুমাৰ+ঈ= কুমাৰী ; সেই দৰে নদ > নদী, পাত্ৰ > পাত্ৰী, শৃগাল > শৃগালী, তৰুণ > তৰুণী, সুন্দৰ > সুন্দৰী আদি।

চ) 'আ' প্ৰত্যয়ান্ত স্ত্ৰীলিংগ শব্দৰ এটা ভাগত 'ইকা' প্ৰত্যয় দেখা যায়। লেখিকা, পাঠিকা, সাধিকা প্ৰভৃতি এনে ধৰণৰ শব্দ। 'অক' পাছত থকা পুংলিংগ শব্দত যোগ হোৱা স্ত্ৰীপ্ৰত্যয় 'আ'টো 'ইকা'লৈ ৰূপান্তৰিত হয়। অৰ্থাৎ 'অক' প্ৰত্যয়টো 'ইক' লৈ ৰূপান্তৰিত হয় আৰু লগত স্ত্ৰীপ্ৰত্যয় 'আ' যোগ হৈ 'ইকা' প্ৰত্যয় গঢ় লয়। অক শেষত নথকা পুংলিংগ শব্দত আ স্ত্ৰীপ্ৰত্যয়টো স্পষ্ট ভাবে ওলাই থাকে। যেনে—কোমল > কোমলা, ভদ্ৰ > ভদ্ৰা, বিমল > বিমলা, কৃষ্ণ > কৃষ্ণা, শূদ্ৰ > শূদ্ৰা, ভ্ৰষ্ট > ভ্ৰষ্টা আদি।

ছ) 'আ' আৰু 'ঈ' প্ৰত্যয়ৰ বাহিৰেও সংস্কৃত ভাষাত স্ত্ৰীপ্ৰত্যয় 'আনী'ৰ প্ৰয়োগ দেখা যায়। সাধাৰণতে পত্নী অৰ্থত এই প্ৰত্যয়টো যোগ দিয়া হয়। যেনে— ব্ৰহ্মা+আনী=ব্ৰহ্মাণী (ব্ৰহ্মাৰ পত্নী), শিৱ+আনী=শিৱানী ; সেইদৰে ভৱানী, মাতুলানী, ক্ষত্ৰিয়ানী, আচাৰ্যানী, প্ৰভৃতি শব্দও প্ৰচলিত আছে। 'আনী' স্ত্ৰী-প্ৰত্যয় বিশেষ ভাবে পত্নী অৰ্থতহে ব্যৱহাৰ হয় ; কিন্তু অন্যান্য বিভিন্ন ক্ষেত্ৰত 'আ' আৰু 'ঈ' প্ৰত্যয় পুংবাচক শব্দৰ পাছত যোগ দি স্ত্ৰীবাচক শব্দ গঢ় দিয়া হয়। যেনে—মাতুল > মাতুলা, মাতুলী, , আচাৰ্য্য > আচাৰ্যা ; ক্ষত্ৰিয় > ক্ষত্ৰিয়া আদি। কিছুমান শব্দত ঈ প্ৰত্যয়হে যোগ হয়। যেনে—প্ৰেয়স্, > প্ৰেয়সী, গৰীয়স্ > গৰীয়সী, বিদ্বস্ > বিদুষী, মহীয়স্ > মহীয়ষী, দাতৃ > দাত্ৰী, কৰ্তৃ > কৰ্ত্ৰী, নেতৃ > নেত্ৰী, ভূয়স্ > ভূয়সী, শ্ৰীমৎ > শ্ৰীমতী, বুদ্ধিমৎ > বুদ্ধিমতী, সৎ > সতী, ভগৱৎ > ভগৱতী আদি। কিছুমান শব্দত আ আৰু ঈ দুয়োটাৰে যেই সেই এটা যোগ দিব পাৰি। যেনে—কলকণ্ঠ, > কলকণ্ঠা, কলকণ্ঠী, কৃশোদৰ > কৃশোদৰা, কৃশোদৰী ; সহোদৰ > সহোদৰা > সহোদৰী আদি।

জ) **স্থানীয় শব্দ**—পুংলিংগ আৰু স্ত্ৰীলিংগ বুজোৱা আঞ্চলিক ভাষাত প্ৰচলিত পৃথক্ শব্দ কেইটামান তলত দিয়া হ'ল।

| পুংলিংগ | স্ত্ৰীলিংগ | পুংলিংগ | স্ত্ৰীলিংগ |
|---|---|---|---|
| বোপাই | আই | পো | বোৱাৰী |
| ভাইৰ | আমৈ | ল'ৰা | ছোৱালী |
| ককাই | বৌ, বাই | মুনিহ | তিৰোতা |
| ককাদেউতা | বুঢ়ী আই | দৰা | কন্যা |
| গিৰিয়েক | ঘৈণীয়েক | মতা | মাইকী |
| বোন্দা | জাঁই | বলধ | গাই |
| শৰপহু | ভেলেউীপহু | পুৰুষ | মহিলা |
| ডেকা | গাভৰু | গোহাঁইদেউ | আইদেউ |
| দেৱৰ, দেওৰ | জা, ননন্দ | দদাই | খুৰী |
| দনৰা | চেঁউৰী | বাপেক | মাক |

দুই-এটা সংস্কৃতৰ অপভ্ৰংশ শব্দও এইবিলাকৰ ভিতৰত আছে।

ঝ) মানুহ, গৰু, ল'ৰা প্ৰভৃতি কিছুমান শব্দৰ প্ৰয়োগ স্ত্ৰী-পুৰুষ দুয়োটা লিংগতে হয়। আনহাতে কিছুমান শব্দৰ পুংলিংগ নাই আৰু কিছুমান শব্দৰ স্ত্ৰীলিংগ নাই। যেনে—শিপিনী, বোৱনী, বচকী, লাহনী, ধাই প্ৰভৃতি শব্দৰ পুংলিংগ নাই আৰু বনুৱা, মিস্ত্ৰী, নাৱৰীয়া, খেতিয়ক, মাল প্ৰভৃতি শব্দৰ স্ত্ৰীলিংগ নাই। কিছুমান শব্দৰ মতা-মাইকী উভয় অৰ্থতে পুংলিংগসূচক প্ৰত্যয় যোগ হয় আৰু কিছুমান শব্দৰ উভয় অৰ্থতে স্ত্ৰীলিংগসূচক প্ৰত্যয় যোগ হয়। যেনে—সাপটো, কেঁচুটো, শ'ল মাছটো, গৰৈ মাছটো, মাখিটো, পৰুৱাটো, বেংটো। এইবোৰ শব্দত থকা 'টো' পুংবাচক প্ৰত্যয়। সেইদৰে চৰাইজনী, বৌ মাছজনী, কাউৰীজনী প্ৰভৃতি শব্দত থকা 'জনী' স্ত্ৰীবাচক প্ৰত্যয়; কিন্তু টো প্ৰত্যয় থকা কাৰণে সকলো সাপ, পৰুৱা আদি জীৱ মতা নহয় আৰু জনী প্ৰত্যয় যোগ দিলেও সকলো চৰাই মাইকী নহয়। সাধাৰণতে নিৰ্জীৱ-সজীৱ সকলো শ্ৰেণীৰ বস্তুৰ ক্ষেত্ৰতে গোটা হ'লে 'টো' আৰু 'ডাল', চেপেটা হ'লে 'জনী' আৰু 'খন' প্ৰত্যয় যোগ হয়। ডাল আৰু খন সাধাৰণতে নিৰ্জীৱ বস্তুত ব্যৱহাৰ হয়। ডাল কেতিয়াবা সজীৱ বস্তুটো প্ৰয়োগ হয়। যেনে—সাপডাল।

ঞ) কিছুমান শব্দ শুনাত একে হ'লেও লিংগৰ প্ৰভেদ দেখুৱাই লিখা হয়। যেনে—সখি (পুং) সখী (স্ত্ৰী), বান্ধনি (পুং) বান্ধনী (স্ত্ৰী); মঙলতি (পুং) মঙলতী (স্ত্ৰী); নাচনি (পুং) নাচনী (স্ত্ৰী); নামতি (পুং) নামতী (স্ত্ৰী)। পুংলিংগ বুজাবৰ কাৰণে 'ই' আৰু স্ত্ৰী লিংগ বুজাবৰ কাৰণে 'ঈ' আৰু 'অনী' এই দুটা প্ৰত্যয় যোগ দিয়া হয়। উদাহৰণ তলত দিয়া হৈছে।

ট) স্থানীয় পুংলিংগ শব্দক স্ত্রীলিংগ কৰিবৰ কাৰণে 'ঈ' আৰু 'অনী' এই দুটা প্রত্যয় যোগ দিয়া হয়। উদাহৰণ তলত দিয়া হৈছে।

স্বভাৱ বা লক্ষণ বুজোৱা আকাৰান্ত পুংলিংগ শব্দৰ পাছত ঈ প্রত্যয় যোগ দি স্ত্রীলিংগ শব্দ গঢ় দিয়া হয়। যেনে—বগা>বগী, ক'লা>ক'লী, বুঢ়া>বুঢ়ী, গেৰেলা>গেৰেলী, দন্দুৰা>দন্দুৰী আদি। দুই এটা শব্দত সামান্য ব্যতিক্রম ঘটা দেখা যায়। প্রথম বর্ণ দীর্ঘস্বৰযুক্ত হোৱা আৰু ঈ প্রত্যয়ৰ আগত ল বা ৰ আগম হোৱাটো এই ব্যতিক্রমৰ লক্ষণ। যেনে—কলা>কালৰী; বঙা> ৰাঙলী। পুংলিংগ শব্দৰ আগৰ বর্ণত থকা দীর্ঘস্বৰ হ্রস্ব হোৱা; কিন্তু 'অ' স্বৰ দীর্ঘ হৈ 'আ' হোৱাও দেখা যায়। যেনে—(ও>উ) খোনা>খুনী, নোদোকা >নুদুকী, জোঙা>জুঙী, ফোঁটা>ফুঁটী, খোৰা>খুৰী, ভোতোকা>ভুতুকী ইত্যাদি। (অ>আ) অজলা>আজলী, কজলা>কাজলী, পগলা>পাগলী, তকলা>তাকলী, অকৰা>আকৰী, কণা>কাণী ইত্যাদি। শেষত স্বৰবর্ণ নথকা শব্দত ঈ প্রত্যয় যোগ হ'লে মূল শব্দত পৰিবর্তন নঘটে। যেনে—বান্দৰ> বান্দৰী, সহচৰ>সহচৰী, টেঙৰ>টেঙৰী।

অনী স্ত্রীপ্রত্যয় যোগ হোৱা শব্দৰ উদাহৰণ তলত দিয়া হৈছে। এই ক্ষেত্রত প্রত্যয় যোগ হওঁতে পুংলিংগ শব্দটোৰ শেষৰ বর্ণ আৰু প্রত্যয়ৰ প্রথম বর্ণ 'অ'ৰ কিছু পৰিবর্তন ঘটিব পাৰে। বর্ণৰ লোপ, আগম আৰু বিপর্যয় প্রভৃতি ধ্বনি-পৰিবর্তনৰ নিয়মসমূহলৈ এই প্রসংগত চকু ৰাখিব লগীয়া হয়। উদাহৰণ তলত দিয়া হ'ল। বন্ধু+অনী=বন্ধুৱনী, (অনী>ৱনী), সেইদৰে কপৌ> কপৌৱনী, কাকতী+অনী=কাকতিয়নী (অনী>য়নী), সেইদৰে গগৈ>গগৈ-য়নী, আতৈয়নী প্রভৃতি হয়। নাপিত>নাপিতনী, কায়স্থ>কায়স্থনী, বৰুৱা >বৰুৱানী, প্রভৃতি শব্দত বিশেষ পৰিবর্তন নহয়।

কিছুমান সময়ত 'অনী' প্রত্যয়টো 'ইনী' বা 'উনী'লৈ ৰূপান্তৰিত হয়। যেনে—বাঘিনী, মিতিনী, নাতিনী, কুচুনী, চুৰুণী, ধুবুনী আদি। মন কৰিব লগীয়া যে—কোচ, চোৰ আৰু ধোবা শব্দৰ প্রথম স্বৰ 'ও'টো 'উনী'ৰ 'উ'ৰ লগত সংগতি ৰাখি 'উ'লৈ সলনি হৈছে। সংগী অর্থত 'লগ' শব্দৰ পাছত পুং-লিংগবাচক প্রত্যয় 'অৰীয়া' আৰু স্ত্রীলিংগবাচক প্রত্যয় 'অৰী' যোগ হয়। এনে ব্যতিক্রম বৰ কমেইহে পোৱা যায়। উদাহৰণ—লগ্+অৰীয়া=লগৰীয়া, লগ্+অৰী=লগৰী।

ঠ) কিছুমান ক্ষেত্রত উভয় লিংগ শব্দৰ পাছত মতা আৰু মাইকী শব্দ যথা-ক্রমে পুংলিংগ আৰু স্ত্রীলিংগ বুজাবৰ কাৰণে যোগ দিয়া হয়। যেনে—মতা মানুহ, মাইকী মানুহ, মতা ম'হ, মাইকী ম'হ, মতা হাতী, মাইকী হাতী, মতা ল'ৰা, মাইকী ছোৱালী আদি। ল'ৰা হ'লেই মতা আৰু ছোৱালী হ'লেই মাইকী

বুলি বুজা যায় যদিও, এই শব্দ দুটাৰ আগত মতা আৰু মাইকী শব্দ ব্যৱহাৰ কৰাৰ কাৰণ আছে। ল'ৰা শব্দটো (হিন্দী লড়কা>ল'ৰা, লড়কী>লুৰি ?) উভয় লিংগৰ পৰাহে পুংলিংগ প্ৰধান হৈছে। মধুৰা ভাষাত ল'ৰাজনী আৰু ছোৱালীটো শব্দৰ প্ৰয়োগ এতিয়াও আছে। ছোৱালী শব্দৰ মূল সংস্কৃতৰ পুংলিংগ শব্দ শাৱক। হিন্দীত তাৰ পৰা ছাৱৰা>ছাৱা হৈছে। পুৰণি অসমীয়াৰ ছুৱা>ছুৱাল, ছুৱালি শব্দও এই মূলৰ পৰাই অহা সম্ভৱ। পুৰণি অসমীয়াত পুংলিংগত এই শব্দ কেইটাৰ প্ৰয়োগ পোৱা যায়। সেই বাবে স্ত্ৰীলিংগ বুজাবৰ কাৰণে মাইকী বিশেষণ শব্দৰ প্ৰয়োগ কৰা হৈছিল। মন কৰিব লগীয়া যে—পুৰণি অসমীয়াৰ পুংলিংগ শব্দটো ছুৱালি (ইকাৰান্ত) আৰু বৰ্তমান স্ত্ৰীলিংগ শব্দ ছোৱালী (ঈকাৰান্ত)। অন্য কিছুমান শব্দৰ ক্ষেত্ৰতো 'ই' 'ঈ'ৰ এনে পাৰ্থক্য প্ৰচলিত আছে। যেনে—পোৱালি (মতা), পোৱালী (মাইকী), ছাগলি (মতা), ছাগলী (মাইকী), বগলি, বগলী, বান্দনি, বান্দনী, প্ৰভৃতি শব্দতো এই কথা খাটে। লিখিত ভাষাত হ্ৰস্ব-দীৰ্ঘৰ এই পাৰ্থক্য দেখা যায়; কিন্তু কথিত ভাষাত হ্ৰস্ব-দীৰ্ঘৰ পাৰ্থক্য নাই কাৰণে মতা-মাইকী আদি শব্দ বিশেষণৰ দৰে ব্যৱহাৰ কৰিব লগীয়া হয়।

ঙ) নিজৰ স্বভাৱনে স্বভাৱযুক্তজনৰ লগত সম্বন্ধ এই পাৰ্থক্য বুজাবৰ কাৰণে শব্দৰ লগত সুকীয়া সুকীয়া প্ৰত্যয়ৰ ব্যৱহাৰ কৰা হয়। যেনে—পণ্ডিতা নাৰী (নিজে), পণ্ডিতনী (পণ্ডিতৰ পত্নী); সেইদৰে অধিকাৰিণী, অধিকাৰণী, গৰাকিনী, গৰাকিয়নী; কিন্তু ডাক্তৰণী, মাষ্টৰনী, বাবুৱনী, বেজিনী প্ৰভৃতি শব্দত ওপৰৰ নিয়মটো নাখাটে। দুয়োটা অৰ্থতে এই শব্দবোৰ প্ৰয়োগ কৰা হয়।

অনুশীলনী—১২

১) নামশব্দৰ ৰূপান্তৰ কোন কোন ক্ষেত্ৰত হ'ব পাৰে উদাহৰণসহ লিখা।

২) লিংগ শব্দই ব্যাকৰণত কি ভাব প্ৰকাশ কৰে? অসমীয়া ভাষাৰ শব্দবোৰক লিংগৰ দৃষ্টিৰে কেই ভাগত বিভক্ত কৰা হয়, উদাহৰণ দিয়া।

৩) সংস্কৃত ভাষা আৰু অসমীয়া ভাষাৰ লিংগ সম্বন্ধীয় নিয়মৰ মাজত থকা মিল আৰু অমিলবোৰ বাছি উলিওৱা।

৪) সংস্কৃতৰ ধাতু শব্দৰ পৰা পৃথক্ পৃথক্ লিংগৰ শব্দ গঢ় দিব পাৰিনে? যদি পাৰি, কিছুমান উদাহৰণ দাঙিধৰা।

৫) পুংলিংগবাচক শব্দক স্ত্ৰীলিংগবাচক শব্দলৈ কি কি উপায়ে ৰূপান্তৰ কৰিব পাৰি উদাহৰণসহ লিখা।

৬) তলত দিয়া শব্দবোৰৰ লিংগ-পৰিবৰ্তন কৰা।

বিৰহী, ভৱানী, বোন্দা, শৰ পত্নি, দমৰা, কলা, সখি, বিদ্বান, কান্ত, বৰ্জক, মহৎ, শিক্ষিকা, ছুৱালি।

০০০০

৭। **নাম বিভক্তি আৰু কাৰক**—পুৰুষ, বচন আৰু লিংগৰ ওপৰত নিৰ্ভৰ কৰি বাক্যত নাম শব্দৰ সুকীয়া ৰূপ ব্যৱহাৰ কৰা হয়। বাক্যৰ সৰ্বপ্ৰধান অংশ কৰ্তা আৰু ক্ৰিয়াৰ ভাবৰ লগত সংগতি ৰাখি নাম শব্দৰ পৰিবৰ্তন কেনেদৰে কৰা হয়, তাৰ উদাহৰণ তলত দিয়া হৈছে।

'পেন্সিলেৰে ছবি এটা আঁকিবলৈ ভাইটি তাৰ পৰা আহি নিজৰ কোঠাত সোমাল'! এই বাক্যটোৰ সৰ্বপ্ৰধান অংশ হৈছে—ভাইটি সোমাল। ইয়াত সোমোৱা ক্ৰিয়াৰ কৰ্তা পদটো হ'ল নাম শব্দ 'ভাইটি'। কাৰ্য কৰোঁতাজনকে কৰ্তা বোলা হয়। 'সোমাল' শব্দটো ইয়াত ক্ৰিয়াপদ। পুৰুষ আৰু কালৰ (সময়ৰ) নিৰ্দিষ্ট সীমাৰ মাজত থাকি 'সোমা' ধাতু শব্দটো 'ল' ধাতু-বিভক্তিযুক্ত হৈ ভাবপ্ৰকাশৰ বাবে সমৰ্থ হৈছে। এই দৰে ধাতুবিভক্তিয়ে ধাতু শব্দৰ অবিভক্ত ভাবটোক এটা পুৰুষবাচক শব্দ আৰু কাল বা সময়ৰ সীমাৰে বিভক্ত কৰি দেখুৱাইছে। শব্দৰ ভাবটোক বিভক্ত কৰি বা পৃথক্ পৃথক্ অৰ্থত প্ৰকাশ কৰি দেখুৱাব পৰা প্ৰত্যয়সমূহকে বিভক্তি বোলা হয়। নাম-শব্দৰ ভাবটো পৃথক্ পৃথক্ অৰ্থত প্ৰকাশ কৰা বিভক্তিক নাম-বিভক্তি বোলা হয়। নামবিভক্তিবোৰৰ অধিকাংশই অসাৰ্থক ধ্বনি হ'লেও দুই-চাৰিটা সাৰ্থক ধ্বনি নাম বিভক্তি ৰূপে ব্যৱহাৰ হোৱা দেখা যায়; কিন্তু সেই সাৰ্থক ধ্বনিৰ লগত অসাৰ্থক ধ্বনি থাকি বিভক্তিটোক যুগ্ম ৰূপ দিয়ে। সাধাৰণ কথাত এই শ্ৰেণীৰ ধ্বনি বা ধ্বনিৰ লিখিত ৰূপ-সমূহক বিভক্তিৰ চিন বোলা হয়। বিভক্তিৰ চিন বুলিলে বৰ্ণ বা বৰ্ণসমষ্টিৰ কথাও মনলৈ আহে।

বাক্যত থকা যিবোৰ শব্দই ক্ৰিয়াৰ লগত নিজে পোনপটীয়া সম্বন্ধ ৰক্ষা কৰে, সেই শব্দবোৰক ক্ৰিয়াৰ লগত থকা সম্বন্ধৰ ধৰণ বা শ্ৰেণী অনুসৰি ভাগ কৰিব পাৰি। বাক্যত থকা শব্দবোৰৰ ধৰণৰ এনে বিভাজনকে কাৰক বোলা হয়। ক্ৰিয়াৰ লগত থকা সম্বন্ধসূচক গুণটো বা স্বভাৱটোৱেই কাৰক।

৮। বহুত ক্ষেত্ৰত নাম-বিভক্তি আৰু কাৰক এটা আনটোৰ আশ্ৰিত অৱস্থাত থাকে। বিভক্তি-চিনৰ সহায় নোহোৱাকৈ কাৰকে নিজৰ গুণ বা ধৰ্মটো প্ৰায়ে প্ৰকাশ কৰিব নোৱাৰে। আকৌ এটা সাৰ্থক শব্দ নাথাকিলে কেৱল বিভক্তি-চিন এটাও অকলে বহিব নোৱাৰে। এনে স্থলত কাৰক আৰু বিভক্তিৰ মাজত থকা পাৰ্থক্যটো বুজিবলৈ কিছু টান হৈ পৰে। এই প্ৰসংগত মন কৰিবলগীয়া কেইটামান কথা তলত দিয়া হ'ল।

**ক) কাৰকৰ লগত নাম বিভক্তিহে জড়িত, ধাতু বিভক্তি নহয়। অৰ্থাৎ কাৰকৰ লক্ষণ বুজাবৰ কাৰণে নাম বিভক্তিৰহে সহায় লোৱা হয়।**

খ) একেটা নাম-বিভক্তিৰ চিন বেলেগ বেলেগ কাৰকত যোগ হ'ব পাৰে আৰু একেটা নাম-বিভক্তিৰ কেইবাটাও চিন থাকিব পাৰে।

গ) ক্ৰিয়াৰ লগত সম্বন্ধ নথকাকৈ কাৰক হ'ব নোৱাৰে; কিন্তু নাম বিভক্তিৰ চিন ক্ৰিয়াৰ লগত সম্বন্ধ নথকাও হ'ব পাৰে।

ঘ) নাম বিভক্তি নোহোৱাকৈয়ো এটা সাৰ্থক শব্দ পদ বা কাৰক ৰূপে বাক্যত থাকিব পাৰে। যেনে —ৰ'দ দিছে। ইয়াত ৰ'দটো বিভক্তিবৰ্জিত পদ।

৯। ক) ক্ৰিয়াৰ লগত বাক্যত থকা আনবোৰ পদৰ সম্বন্ধ ছয় প্ৰকাৰৰ হ'ব পাৰে। সেইবাবে কাৰক ছটা বুলি ধৰা হয়। ওপৰত দি অহা বাক্যটোৰ পদ-সমূহৰ ক্ৰিয়াৰ লগত কেনে সম্বন্ধ, সেই কথা বিচাৰ কৰি চালেই কাৰকৰ শ্ৰেণী-বিভাজনৰ ধাৰণাটো স্পষ্ট হৈ পৰিব।

কৰ্তা নহ'লে ক্ৰিয়া হ'ব নোৱাৰে। কৰ্তা পদটো কোনোবা ব্যক্তিও হ'ব পাৰে, নিৰ্জীব বস্তু বা ভাবো হ'ব পাৰে। প্ৰথমতে বুজিবলৈ সুবিধা হ'বৰ কাৰণে এই ক্ষেত্ৰত কৰ্তাৰ ব্যক্তি ৰূপকে লোৱা হৈছে। ওপৰৰ বাক্যটোত 'ভাইটি' কৰ্তা আৰু 'সোমাল' ক্ৰিয়া। ইয়াত ভাইটি কৰ্তা পদ আৰু এই পদৰ কাৰকৰ নামো কৰ্তা। ভাইটি কিয় সোমাল, ক'ত সোমাল প্ৰভৃতি প্ৰশ্নৰ উত্থাপন এই ক্ষেত্ৰত হ'ব পাৰে। সেই প্ৰশ্নবোৰৰ উত্তৰবোৰেই একো একোটা কাৰক। যেনে —কিয় সোমাল ? —ছবি আঁকিবলৈ। ছবি আঁকিবলৈ এই শব্দ বা পদ দুটাৰ ভিতৰত 'ছবি' শব্দটোৰ গুৰুত্ব বেছি। কিয়নো ছবিটো আঁকা, পোৱা, দিয়া, ফলা আদি অনেক কাৰ্যৰ লগত সম্বন্ধযুক্ত হ'ব পাৰে; গতিকে ছবিটোৰ ওপৰতহে সেই কাৰ্যবোৰে নিৰ্ভৰ কৰিছে। এই দৃষ্টিত গোটেই বাক্যটোতে ছবিৰ স্থান (ক্ৰিয়া পদটো বাদ দিলে) দ্বিতীয় হয়। ছবি আঁকা কৰ্মটোৰ ওপৰত কৰ্তা আৰু ক্ৰিয়াই গুৰুত্ব দিয়া বাবে 'ছবি' শব্দটো এই বাক্যৰ কৰ্ম পদ। কৰ্তাই ক্ৰিয়াৰ যোগেদি যিটো পাবলৈ বিচাৰে তাকে 'কৰ্ম' বোলা হয়। কৰ্ম পদ বুজোৱা কাৰকেই কৰ্মকাৰক। ইয়াত ভাইটিয়ে বিচৰা বস্তুটো ছবি।

বিচৰা বস্তুটো (কৰ্মটো) পাবৰ কাৰণে সঁজুলি হিচাবে ব্যৱহাৰ কৰা বস্তুক 'কৰণ' বোলা হয়। বাক্যত ইয়াৰ স্থান তৃতীয় বুলি ধৰা হৈছে। ছবি এটা হ'বৰ কাৰণে ব্যৱহাৰ কৰা ৰং, লেখনী বা পেন্সিল প্ৰভৃতি বস্তুবোৰ এইশ্ৰেণীৰ সজুঁলি কাৰণে কৰণৰ শ্ৰেণীত পৰে। কৰণ বুজোৱা শব্দকে বাক্যত কৰণ কাৰক বোলা হয়। কৰ্ম বা ফলপ্ৰাপ্তিৰ বাবে প্ৰয়োজনীয় সজুঁলি সংগ্ৰহ হোৱাৰ পাছত ফল প্ৰাপ্তিৰ চেষ্টা আৰম্ভ হয়। বাক্যত এই চেষ্টাক চতুৰ্থ গুৰুত্বপূৰ্ণ স্থান দিয়া হৈছে। বাক্যটোৰ ক্ৰিয়াৰ লগত ছবি কৰ্মটোৰ দৰেই আঁকিবলৈ পদটোৰো সম্বন্ধ স্পষ্ট। 'ভাইটি ছবি পেন্সিলেৰে আঁকিবলৈ' অংশটোৰ

'সোমাল' ক্ৰিয়াৰ লগত সম্পৰ্ক স্থাপন কৰোঁতে আঁকিবলৈ পদটো ক্ৰিয়া পদৰ 'নিমিত্ত' বা 'কাৰণ' ৰূপে ৰহিছে। গতিকে ইয়াক নিমিত্ত কাৰক বুলিব পাৰি। এতিয়া 'ভাইটি পেন্সিলেৰে ছবি আঁকিবলৈ সোমাল'—এইটো এটা সম্পূৰ্ণ বাক্য বুলি ক'ব পাৰি যদিও দুটা প্ৰশ্নৰ সম্ভাৱনা আছে। এটা প্ৰশ্ন হ'ল—আগতে ক'ত আছিল বা ক'ৰ পৰা সোমাল ? আনটো প্ৰশ্ন হ'ল—ক'ত সোমাল ? প্ৰথম প্ৰশ্নৰ উত্তৰত তাৰ পৰা আহি অংশই আগতে উল্লেখ থকা কোনোবা এডোখৰ ঠাই বা ঘটনাৰ সংকেত দিছে। ক্ৰিয়াপদৰ লগত নিমিত্তটোৰ সম্পৰ্ক যিমান গুৰুত্ব-পূৰ্ণ এই স্থানপৰিবৰ্তনটো সিমান গুৰুত্বপূৰ্ণ নহয়। সেই বাবে ইয়াক পঞ্চম-স্থান দিয়া হৈছে। এনেধৰণৰ পদৰ কাৰকক অপাদান কাৰক বোলা হয়। বাক্যত অপাদান কাৰকৰ পাছতে গুৰুত্বপূৰ্ণ স্থান পাই থকা শব্দটোক সম্বন্ধপদ বোলা হয়। যিটো শব্দক আশ্ৰয় কৰি অন্য শব্দৰ সম্বন্ধ দৰ্শোৱা হয়, সেইটো শব্দকে সম্বন্ধ পদ বুলি কয়। সম্বন্ধযুক্ত আনটো শব্দক সম্বন্ধিত পদ বোলে। যেনে— 'মোৰ ঘৰ' বোলোঁতে মোৰ সম্বন্ধপদ আৰু ঘৰ সম্বন্ধিতপদ। ক্ৰিয়াৰ লগত সম্বন্ধ নথকা পদটো কাৰক নহয়। অসমীয়া ভাষাত সাধাৰণতে সম্বন্ধ-পদটো ক্ৰিয়াৰ লগত জড়িত বা সম্বন্ধিত নহয় বাবে তাক কাৰকৰ শ্ৰেণীত নধৰে; কিন্তু ক্ৰিয়াৰ লগত জড়িত হ'লে সম্বন্ধপদকো কাৰক বুলি ধৰিব পাৰি। যেনে—'মই শুলো' নুবুলি 'মোৰ শোৱা হ'ল' বুলিলে কৰ্তা মোৰ শব্দটো শোৱা হ'ল ক্ৰিয়াৰ লগত সংগতিপূৰ্ণ ভাবে জড়িত হয়। তেনে স্থলত মোৰ শব্দটো সম্বন্ধ কাৰকত পৰিণত হয়। সম্বন্ধপদ আৰু সম্বন্ধ কাৰকৰ বিভক্তি চিনটোক ষষ্ঠী বিভক্তি এই কাৰণেই বোলা হৈছে। যি স্থান বা কালত ক্ৰিয়া হয়, সেই স্থান বা কালক অধি-কৰণ বোলে। ক্ৰিয়াৰ লগত থকা ইয়াৰ সম্পৰ্কটো বৰ দুৰ্বল কাৰণে অধিকৰণ কাৰকৰ বিভক্তিটোক সপ্তম স্থান দিয়া হৈছে আৰু সপ্তমী বোলা হৈছে।

খ) চতুৰ্থী বিভক্তি যোগ হোৱা কাৰকৰ জটিলতা সম্বন্ধেও কিছু বিচাৰ কৰিব-লগীয়া আছে। আন সকলো বিভক্তি কেৱল নাম শব্দৰ লগতহে যোগ হয় (ষষ্ঠীৰ বাহিৰে)। চতুৰ্থী বিভক্তি নাম শব্দৰ বাহিৰেও ভৱিষ্যৎবাচক ক্ৰিয়া পদৰ লগত যোগ হ'ব পাৰে। তেতিয়া সেই ক্ৰিয়া পদটোৰ ভাব ক্ৰিয়াৰ দৰে হৈ নাথাকে। ক্ৰিয়াৰ ভাবটো আংশিক বা খণ্ডিত ৰূপত দুৰ্বল হৈ পৰে এই শ্ৰেণীৰ ক্ৰিয়াক ভৱিষ্যৎবাচক খণ্ড ক্ৰিয়া বুলিব পাৰি। আগৰ উদাহৰণত থকা 'আঁকি-বলৈ' শব্দটোৰ বিভক্তি 'লৈ' অংশটো বাদ দিলে 'আঁকিব' অংশটো এটা সম্পূৰ্ণ ভৱিষ্যৎ কালৰ ক্ৰিয়া হৈ পৰে। এনে স্থলত 'আঁকিবৰ নিমিত্তে' অৰ্থত 'লৈ' বিভক্তিটো প্ৰয়োগ কৰা হৈছিল বুলি ক'ব পাৰি। যদি 'আঁকিবলৈ'ৰ পৰিবৰ্তে আঁকিবৰ নিমিত্তে বুলিহে কোৱা হয়, তেতিয়া ভৱিষ্যৎবাচক আঁকিব ক্ৰিয়াৰ লগত সম্বন্ধসূচক ষষ্ঠী বিভক্তিৰ 'ৰ' চিনটো এই ক্ষেত্ৰত চতুৰ্থীৰ লগবীয়া বিভক্তি

চিন ৰূপে ব্যৱহাৰ কৰা বুলিব লাগিব। এইদৰে সহায়ক বিভক্তি-চিনৰ উপৰিও স্বতন্ত্ৰ ভাবে 'ৰ' চিনটো ক্ৰিয়াৰ মূল ৰূপৰ আগত আৰু ক্ৰিয়াৰ পাছত বহিব পাৰে। যেনে— এতিয়া 'যাবৰ' হ'ল বা 'যাবৰ' সময় হ'ল। তেওঁৰ 'খাবৰ' সময় নাই। তেওঁৰ খাবলৈ সময় নাই —এনে প্ৰয়োগো হয়। 'খাবৰ সময় নাই' বুলিলে 'ৰ'টো 'লৈ' বিভক্তিৰ পৰিবৰ্তে চতুৰ্থীৰ চিন হৈ পৰে। মন কৰিব লগীয়া যে —এই বাক্য দুটাত থকা যাবৰ আৰু খাবৰ পদ দুটাৰ 'ৰ' বাদ দিলেও যাব আৰু খাব নাম শব্দ নহয়, বিভক্তিযুক্ত ধাতু শব্দ বা ক্ৰিয়াপদহে।

লৈ চতুৰ্থী-বিভক্তিযুক্ত কাৰকক সম্প্ৰদান কাৰক বুলি কৈ অহা হৈছে যদিও প্ৰকৃততে সম্প্ৰদান শব্দটো এই ক্ষেত্ৰত কিছু ত্ৰুটিপূৰ্ণ। কেৱল দান অৰ্থতহে 'সম্প্ৰদান' শব্দটো সাৰ্থক হয়। নিমিত্ত বা উদ্দেশ্য বুজোৱা সকলো শব্দতে দানৰ ভাবটো অস্পষ্ট ৰূপেও নাথাকে। যেনে— ল'ৰাটো স্কুললৈ গৈছে। এই বাক্যটোৰ স্কুললৈ অংশত দান সম্বন্ধীয় একো ভাব প্ৰকাশ পোৱা নাই। তাৰ পৰিবৰ্তে স্কুলত শিক্ষা লাভৰ উদ্দেশ্যে বা নিমিত্তে গৈছে বুলি ভাব হয়। আনহাতে দান-কাৰ্যও দাতা বা দানগ্ৰহণকৰোঁতা কোনোবা এজনৰ ভালৰ কাৰণে বুলি বুজিব পাৰি। গতিকে সম্প্ৰদান-কাৰ্যতো নিমিত্ত ভাবটো লুকাই থাকে। দান সদাই নিমিত্তসাপেক্ষ। সেই বাবে সম্প্ৰদান কাৰক শব্দটোৰ পৰিবৰ্তে 'নিমিত্ত কাৰক' শব্দটো বেছি সাৰ্থক যেন বোধ হয়।

গ)• চতুৰ্থীবিভক্তিত 'লৈ'ৰ পৰিবৰ্তে 'এ' বিভক্তিচিন পুৰণি ভাষাত হৈছিল। যেনে —মলো 'বনে' যাওঁ। কৃষ্ণে দেখিবন্ত যাব গৃহ-'কৰ্মে' গৈলা। এই দুয়োটা বাক্যতে এ বিভক্তি চিনটো লৈ অৰ্থত ব্যৱহৃত হৈছে। 'ৰ' চিনো 'লৈ'ৰ পৰিবৰ্তে হোৱা দেখা যায়। যেনে— 'হৈবাৰ' নবেল মোৰ যেন পাইন শংকিচোৰ বান্ধিলা গৰুৰ লৈয়া পাছে। ইয়াত হৈবাৰ শব্দৰ অৰ্থ হ'বলৈ বুলি ধৰা হয়।

ঘ) সংস্কৃত ভাষাৰ ভাৱেসপ্তমীৰ দৰে অসমীয়া ভাষাৰ ক্ৰিয়া পদতো সপ্তমী বিভক্তি যোগ হোৱা দেখা যায়। যেনে —ল'ৰাটো 'আহিল'ত তেওঁৰ চিন্তা দূৰ হ'ল। ৰাতি 'পুৱালত' গীত গাইছে। এই বাক্য দুটাৰ আহিলত আৰু পুৱালত শব্দ দুটাৰ 'ত'টো ভাৱেসপ্তমীৰ 'ত' চিন।

ঙ) এটা বাক্যত একোটা কাৰকৰে কেইবাটাও শব্দ থাকিলে সেই শব্দবোৰক 'সমকাৰক'ৰ শব্দ বোলা হয়। যেনে —১) বালী মৰাৰ পাছত 'সুগ্ৰীৱ ৰজা' হ'ল। ২) বালীক বধ কৰি 'সুগ্ৰীৱক ৰজা' পতা হ'ল। এই বাক্য দুটাত ৰজা আৰু সুগ্ৰীৱ দুয়োটা পদ একে কাৰকতে আছে। প্ৰথমটো বাক্যত দুয়োটা কৰ্তাপদ

আৰু দ্বিতীয়টো বাক্যত দুয়োটা কৰ্মপদ। এনে ব্যৱহাৰ অন্য কাৰকতো হ'ব পাৰে। ওপৰৰ বাক্যটোত বালীক অন্য এটা কৰ্মপদ ৰূপে দেখা গৈছে।

অনুশীলনী —১৩

১) বিভক্তি-চিন নোহোৱাকৈ কাৰকৰ ভাব প্ৰকাশ কৰিব পাৰিনে নোৱাৰি? যদি পাৰি উদাহৰণ দাঙিধৰাঁ।

২) সমকাৰক বুলিলে কি বুজা উদাহৰণসহ লিখাঁ।

৩) নাম-বিভক্তি আৰু ধাতু বিভক্তিৰ মাজত থকা পাৰ্থক্যবোৰ সহজ কথাৰে বুজাইলিখাঁ

৪) নামবিভক্তি আৰু কাৰকৰ মাজৰ সম্পৰ্কটোৰ বিষয়ে উদাহৰণ দাঙিধৰাঁ আৰু আলোচনা কৰাঁ।

৫) ক্ৰিয়াৰ লগত কাৰকৰ সম্পৰ্ক দেখুৱাই কাৰক কাক বোলে মুকলিকৈ বুজাই দিয়াঁ।

৬) ষষ্ঠী-বিভক্তিযুক্ত পদে ক্ৰিয়াপদৰ লগত সম্বন্ধ স্থাপন কৰিব পাৰেনে? যদি পাৰে, কেনেকৈ পাৰে উদাহৰণ দাঙিধৰাঁ।

৭) ক্ৰিয়াপদৰ লগত ষষ্ঠী বিভক্তিৰ প্ৰয়োগ হ'লে ক্ৰিয়াৰ কি পৰিবৰ্তন হয়। উদাহৰণসহ বিচাৰ কৰাঁ।

৮) অসমীয়া ভাষাত ব্যৱহাৰ হোৱা ভাৱেসপ্তমীৰ কেইটামান উদাহৰণ দিয়াঁ।

০০০০

৮। **নাম বিভক্তিৰ চিন আৰু ব্যৱহাৰ** —বাক্যত পদৰ গুৰুত্ব অনুসৰি কাৰক আৰু বিভক্তিৰ স্থান সম্বন্ধে আলোচনা কৰা হ'ল, কিন্তু বিভিন্ন শ্ৰেণীৰ বাক্যৰ গাঁঠনিত কাৰক আৰু বিভক্তিৰ ক্ৰম একে নাথাকিবও পাৰে। বিবিধ শ্ৰেণীৰ বাক্য-গাঁঠনিৰ প্ৰসংগত এই বিষয়ে পৃথক্ ভাবে আলোচনা কৰা হ'ব। এই প্ৰসংগত কাৰকৰ লগত স্বাভাৱিক সম্বন্ধ ৰখা কৰা বিভক্তিৰ চিন আৰু সেইবিলাকৰ ব্যৱহাৰ সম্বন্ধেহে বিচাৰ কৰা হৈছে।

১)

| কাৰক বা পদ | বিভক্তিৰ নাম | বিভক্তিৰ চিন |
|---|---|---|
| কৰ্তা কাৰক | প্ৰথমা বিভক্তি | এ, ই; ৰ; |
| কৰ্ম ,, | দ্বিতীয়া ,, | অক, ক; |
| কৰণ ,, | তৃতীয়া ,, | ৰে, এৰে, এদি; দ্বাৰা; এ; ৰে, দি; |

| | | | |
|---|---|---|---|
| নিমিত্ত ,, | চতুৰ্থী | ,, | ৰ, অক, অলৈ ; কাৰণে, নিমিত্তে ; ক, এ ; লৈ ; |
| অপাদান ,, | পঞ্চমী | ,, | অৰ, পৰা ; ৰ, তে, হন্তে, কৈ ; |
| সম্বন্ধ পদ | ষষ্ঠী | ,, | অৰ, ৰ; আ ; আন |
| অধিকৰণ কাৰক | সপ্তমী | ,, | অত, ত ; এ, ই, আ ; |

২) ব্যঞ্জনান্ত শব্দৰ পাছত অক, এৰে, এদি, অলৈ, এ, অৰ আৰু অত চিন ব্যৱহাৰ হ'লেও স্বৰযুক্ত শব্দৰ লগত সেইবিলাকৰ অ আৰু এ অংশ লোপ পায়। যেনে—ৰাম্ + অক = ৰামক, হাত + এৰে = হাতেৰে হয় ; কিন্তু হৰি + ক = হৰিক, বৰ্চী + ৰে = বৰ্চীৰে হয়। সেই বাবে অক, এৰে, এদি, অৰ, অত এইকেইটা চিনেই ক্ৰমে, ক, ৰে, দি, ৰ আৰু ত হৈছে। স্বৰান্ত মূল শব্দটোৰ স্বৰৰ লগত অ, অথবা এ অংশটো মিলি যায় বা লোপ পায়।

৩) কৰণ কাৰকৰ 'দ্বাৰা', নিমিত্ত কাৰকৰ 'কাৰণে' আৰু 'নিমিত্তে' অপাদান কাৰকৰ 'পৰা' আৰু 'কৈ' এই চিনবোৰ স্বয়ং সম্পূৰ্ণ বিভক্তি চিন নহয়। ইহঁত বিশেষ ভাবে সম্বন্ধ পদৰ পাছত আৰু কেতিয়াবা অধিকৰণ কাৰকৰ পাছত থাকিহে ভাব প্ৰকাশৰ বাবে সক্ষম হয়। গতিকে এইবোৰক 'সম্বন্ধিত' বা 'পৰাশ্ৰিত বিভক্তি-চিন' বুলি ধৰিব পাৰি। প্ৰকৃততে এইবিলাকক সাৰ্থক শব্দহে বিভক্তি ৰূপ বুলি ধৰিব লাগে। দ্বাৰ, নিমিত্ত, কাৰণ আদি একোটা সাৰ্থক নাম শব্দ, কৰি এটা অসমাপিকা ক্ৰিয়া পদ। এই শব্দবোৰেই যথাক্ৰমে দ্বাৰা, নিমিত্তে, কাৰণে আৰু কৈ (কৰি > কই > কৈ) ৰূপত বিভক্তি চিনৰ দৰে 'ৰ' আৰু 'ত'ৰ পাছত বহিছে। যেনে—মোৰ দ্বাৰা, তেওঁৰ কাৰণে, সিহঁতকৈ।

৪) কৰ্তাকাৰক আৰু কৰ্মকাৰকত বিভক্তি-চিন নাথাকিবও পাৰে। বাকীবোৰ কাৰকত বিভক্তি-চিন থাকে।

৫) বিভক্তি-চিনবোৰক 'যুগ্ম' আৰু 'অযুগ্ম' দুটা শ্ৰেণীত ভাগ কৰিব পাৰি। প্ৰকৃততে বিভক্তি চিনবোৰ অযুগ্মহে। যেতিয়া অযুগ্ম চিনৰ লগত সাৰ্থক শব্দকো পৰাশ্ৰিত বিভক্তি-চিন ৰূপে ব্যৱহাৰ কৰা হয়, তেতিয়া বিভক্তি চিনটো যুগ্ম হৈ পৰে। পৰাশ্ৰিত বিভক্তিৰ সাৰ্থক শব্দটোত সপ্তমী বিভক্তি লুকাই থাকে। যেনে—'দ্বাৰা' পৰাশ্ৰিত বিভক্তিৰ মূল শব্দটো দ্বাৰ। দ্বাৰ শব্দৰ ভাব পাৰ হোৱাৰ উপায় বা মাধ্যম। দ্বাৰা শব্দই উপায়েৰে বা মাধ্যমেৰে বুজাইছে, 'ইয়াৰ দ্বাৰা জনোৱা যায়'; 'আকাশ বাণীৰ দ্বাৰা প্ৰচাৰিত'; প্ৰভৃতি বাক্যাংশত দ্বাৰা শব্দটোৱে মাধ্যমত, উপায়েৰে বা সহায়ত ভাব প্ৰকাশ কৰিছে।

৬) 'আ' সপ্তমী বিভক্তিৰ চিন সম্বন্ধে বিচাৰ কৰিবলগীয়া আছে। 'দ্বাৰা বোলোঁতে দ্বাৰ শব্দৰ লগত থকা 'আ'-পঞ্চমী বিভক্তিৰ পৰাশ্ৰিত অংশ 'পৰা'

বোলোঁতে পৰ শব্দৰ লগত থকা 'আ' আৰু অধিকৰণ কাৰকৰ বিভক্তি চিন 'আ' মূলতে এটা চিন। সপ্তমী বিভক্তি ৰূপে বা অধিকৰণ কাৰকত 'আ' প্ৰয়োগ সম্বন্ধে বিচাৰ কৰি লোৱাৰ পাছতহে পঞ্চমী আৰু তৃতীয়া বিভক্তিত 'আ'ৰ প্ৰয়োগ সম্বন্ধীয় কথাটো স্পষ্ট হ'ব। সেইবাবে অধিকৰণত 'আ' বিভক্তি ব্যৱহাৰ সম্বন্ধে আগতে উদাহৰণ দিয়া হৈছে। সময় বুজোৱা অধিকৰণ কাৰকত 'আ' প্ৰয়োগ হোৱা দেখা যায়। যেনে—সেইদিনা যাব। এই বাক্যত থকা দিন শব্দটোত 'আ' বিভক্তি যোগ হৈছে। সেই দৰে এতিয়া, কেতিয়া, তেতিয়া প্ৰভৃতি শব্দত সপ্তমী বিভক্তিৰ ভাব অধিকৰণ কাৰকৰ লগতে সোমাই আছে। ওচৰ-চুবুৰীয়া ভাষা বাংলা আৰু হিন্দীতো যথাক্ৰমে স্থানবাচক শব্দত এখা, কোথা, হেথা, জহাঁ, কহাঁ, ৱহাঁ, তহাঁ, য়হাঁ প্ৰভৃতি অধিকৰণ কাৰকৰ শব্দ 'আ'কাৰান্ত। গতিকে অপভ্ৰংশ স্তৰৰে পৰা সপ্তমী বিভক্তিত 'আ' প্ৰয়োগ হৈ আহিছে বুলি বুজিব পাৰি।

৭) সপ্তমী বিভক্তিৰ 'আ' তৃতীয়া বিভক্তিৰ পৰাশ্ৰিত বিভক্তিৰ মূল শব্দ 'দ্বাৰ'ৰ লগত যোগ হোৱাৰ দৰে পঞ্চমী বিভক্তিৰ পৰাশ্ৰিত বিভক্তিৰ মূল শব্দ 'পৰ'ৰ লগতো যোগ হয়। যেনে—বাঘৰ পৰা ভয় পাইছে। গছৰ পৰা পাত সৰিছে। মনকৰিব লগীয়া যে—পৰা অংশটো নাথাকিলেও অপাদান কাৰকৰ ভাব (অপাদান—যাব পৰা কোনো বস্তু আঁতৰি যোৱা, উৎপন্ন হোৱা আদি ভাব প্ৰকাশ পায়, সি) প্ৰকাশ পাব পাৰে; কিন্তু ষষ্ঠী বিভক্তিৰ চিনটো (ৰ) নথকাকৈ পঞ্চমীৰ অপাদান ভাব প্ৰকাশ হ'ব নোৱাৰে। যেনে—'বাঘৰ ভয়' বুলিলে বাঘলৈ ভয় বা বাঘৰ পৰা পোৱা ভয়কে বুজায়। 'য'তে বাঘৰ ভয় ত'তে ৰাতি হয়' উক্তিটোত এই কথা স্পষ্ট হৈ আছে। এই ক্ষেত্ৰত বাঘ শব্দৰ লগত থকা 'ৰ'টো ষষ্ঠীৰ চিন বা সম্বন্ধ পদৰ চিন নহয়। পঞ্চমী বিভক্তি বা অপাদান কাৰকৰহে চিন বুলি ধৰিব লাগিব। এই মূল 'ৰ' বিভক্তিৰ পাছৰ 'পৰ' শব্দটোত আ' বিভক্তি যোগ হৈছে। 'পৰ' শব্দৰ অৰ্থ আপোনৰ বিপৰীত অন্য বা পৃথক্ আৰু পৰম্ অৰ্থাৎ মূল হ'ব পাৰে। গতিকে 'আ' বিভক্তি যুক্ত হৈ গঢ় লোৱা 'পৰা' শব্দৰ ভাব অন্যত বা পৃথকত (ভিন্নত) হ'ব পাৰে। পৃথক্ হোৱা বুজাবৰ কাৰণে 'পৰা' বিভক্তি-চিনৰ ব্যৱহাৰ ইয়াৰ পৰাই হ'ব পাৰেনেকি বিচাৰ কৰি চাবলগীয়া। জড়িত বা লাগি থকা অৰ্থতো 'পৰ' শব্দৰ ব্যৱহাৰ হয়। যেনে—'আজ্ঞাপৰ', শব্দটোৱে আজ্ঞা অনুসৰি হোৱা বুজায়। এই দৃষ্টিত 'পৰা' শব্দটোৱে সম্বন্ধত থকা বুজাব পাৰে। তেতিয়া 'গছৰ পৰা পাত সৰিছে' —বোলাৰ ভাব গছৰ লগত জড়িত বা গছৰ লগত সম্বন্ধ থকা পাত সৰিছে বুজাব। মূল অৰ্থত পৰ শব্দৰ ব্যৱহাৰ কৰিলেও 'পৰা' শব্দৰ ভাবটো মূলত বা উৎপত্তি স্থানত হ'ব পাৰে। তেতিয়া গছৰ পৰা পাত সৰিছে বা ওলাইছে বুলি ক'লে গছ ৰূপী মূলৰ পাত

সৰিছে বা ওলাইছে ভাব প্ৰকাশ পাব। সেইদৰে বাঘৰূপী মুনৰ (বাঘ যাব মূল বা উৎপত্তি স্থান) ভয় পোৱা হৈছে—এনে ভাব গ্ৰহণ কৰিব পাৰি। 'পৰা' পঞ্চমী বিভক্তিৰ মূল সম্বন্ধে নিশ্চিত ভাবে কোৱা নান। এই বিষয়ে বিস্তৃত আলোচনা হ'বলৈ এতিয়াও বাকী আছে। কোনোবা জনগোষ্ঠীৰ ভাষাৰ পৰাও ৰূপান্তৰিত হৈ এই চিন আহিব পাৰে।

৮) 'হন্তে' আৰু 'তে' একেটা বিভক্তিৰ দুটা ৰূপ। পুৰণি অসমীয়াত পৰাৰ ব্যৱহাৰ কম হন্তেৰ ব্যৱহাৰ বেছি। পুৰণি হিন্দীত 'হুঁতে' আৰু 'তে' * ব্যৱহাৰ হৈছিল। পুৰণি অসমীযাত হুঁতে ৰ পৰিবৰ্তে হন্তে হৈছে। বাংলা ভাষাত 'হইতে' হৈছে।

'যি' সৰ্বনাম শব্দটোৰ লগত পঞ্চমী বিভক্তিৰ 'তে' প্ৰয়োগ বৰ্তমান অসমীয়া ভাষাত বহু পৰিমাণে হোৱা দেখা যায়। তেতিয়া সেই বিভক্তিযুক্ত শব্দটোৰ ভাব পঞ্চমী আৰু তৃতীয়া এই দুয়োটা বিভক্তিযুক্ত অপাদান আৰু কৰণ কাৰকৰ দৰে হয়। যেনে—'যাতে' (যাৰ পৰা বা যাৰ দ্বাৰা)। কামটো ভালকৈ কৰিবা, যাতে কোনেও খুঁত ধৰিব নোৱাৰে।

৯) ব্যঞ্জনান্ত শব্দৰ পাছত প্ৰথমা বিভক্তিৰ চিন 'এ' বহে। স্বৰান্ত শব্দৰ পাছত 'এ' আৰু 'ই' দুয়োটা বহে। অকাৰান্ত শব্দৰ উচ্চাৰণ সাধাৰণতে অসমীয়া ভাষাত অকাৰান্ত নহৈ ব্যঞ্জনান্তহে হয়। যেনে—ৰাম >'ৰাম্', ঘৰ>'ঘৰ্', সাগৰ > 'সাগৰ্'। এই শ্ৰেণীৰ শব্দৰ পাছত 'এ' চিন হয়; কিন্তু স্বৰান্ত (অকাৰান্ত) হ'লে 'ই' চিনহে হয়। যেনে—কাচ+ই='কাচই', লৰ+ই='লৰই', দুষ্ট+ই='দুষ্টই'।

১০) 'ই'কাৰান্ত আৰু 'উ'কাৰান্ত শব্দৰ পাছত উচ্চাৰণ সুগমতাৰ কাৰণে 'য়' আৰু 'উ'ৰ পাছত যথাক্ৰমে 'য' আৰু 'ৱ' ব্যঞ্জনৰ আগম হোৱা দেখা যায়। উকাৰান্ত শব্দৰ পাছতো প্ৰকৃততে 'এ' চিনেই বহে। 'ও' আৰু 'ঔ' এই দুয়োটাই সূক্ষ্ম ভাবে 'উ'কাৰান্ত (অ+উ=ও; ঔ উচ্চাৰণত 'অ উ'ৰ দৰে)। সেইবাবে উকাৰান্ত, ওকাৰান্ত আৰু ঔকাৰান্ত শব্দৰ পাছ 'এ' বিভক্তি হয়। যেনে—হৰি+এ=হৰিয়ে, নদী+এ=নদীয়ে; সাধু+এ=সাধুৱে, যদু+এ=যদুৱে; বড়ো+এ বড়োৱে, হলৌ+এ=হলৌৱে। একাৰান্ত শব্দৰ পাছত 'ই' আৰু ঐকাৰান্ত শব্দৰ পাছত 'এ' বিভক্তি হয়। যেনে—দলে+ই=দলেই, ভাবে+ই=ভাবেই; দলৈ+এ =দলৈয়ে, গগৈ+এ=গগৈয়ে। ঋকাৰান্ত শব্দৰ পাছতো 'ইকাৰান্ত' শব্দৰ নিচিনা বিভক্তি হয়। যেনে—মাতৃ+এ=মাতৃয়ে।

১১) সকলো কাৰকতে ব্যঞ্জনান্ত শব্দৰ পাছত 'অ' বা 'এ' স্বৰ যোগ দিলেহে বিভক্তিৰ প্ৰয়োগ কৰিব পাৰি। সেই বাবে কিছুমান বিভক্তিৰ দুটা দুটা ৰূপ দেখা

* তাতে কোটি কোটিগুণ পাপমতি নিদাৰুণ (তাতকৈ কোটি কোটিগুণ পাপমতি নিদাৰুণ—মাধৱদেৱৰ 'দয়াৰ ঠাকুৰ হৰি বদুৰণি ঐবাৰ' গুৰগদৰ কৰ্ণীত দ্ৰঃ)

যায়। যেনে —ৰাম্ + অক=ৰামক, ঘৰ + অলৈ = ঘৰলৈ, গছ্ + অৰ=গছৰ, হাত্ + এৰে=হাতেৰে, ৰেল্ + এদি=ৰেলেদি। স্বৰযুক্ত শব্দত মূল বিভক্তিৰ আগত অ বা এ ৰ প্ৰয়োজন নহয়। যেনে —গৰু+ক=গৰুক, ছাত্ৰ+লৈ=ছাত্ৰলৈ, পানী+ৰে =পানীৰে, পত্ৰ+ৰ=পত্ৰৰ, যাত্ৰা+ত=যাত্ৰা, কিন্তু 'ই' বা 'ঈ', 'ঋ', 'ও', আৰু 'ঔ' (অ, আ ভিন্ন) 'স্বৰান্ত' শব্দৰ পাছত 'দি' বিভক্তি যোগ দিওঁতে 'দি'ৰ আগত 'এ' যোগ দিয়া হয়। অৰ্থাৎ 'এদি' বিভক্তি হয়। যেনে—নদী+এদি= নদীয়েদি, পিতৃ+এদি=পিতৃয়েদি, হাজো+এদি=হাজোৱেদি. মালৌ+এদি =মালৌৱেদি; কিন্তু 'আস্বাৰান্ত' শব্দৰ পাছত 'এদি'ৰ পৰিবৰ্তে 'ইদি' হয়। যেনে — তিনিচুকীয়া + ইদি = তিনিচুকীয়াইদি, ৰহা + ইদি = ৰহাইদি।

১২) এ, ই ; অক, ক ; এৰে, ৰে, এদি, দি ; অৰ, ৰ , অলৈ, লৈ ; অত, ত , প্ৰকৃততে এইবোৰ দুটা দুটা বিভক্তি নহয় এটা এটাহে। এইবিলাকৰ এটা স্বৰান্ত শব্দৰ লগত আৰু আনটো ব্যঞ্জনান্ত শব্দৰ লগত বহে। এই বিষয়ে আগতে কোৱা হৈছে ; কিন্তু একেটা কাৰকতে ব্যৱহাৰ হোৱা আন কিছুমান বিভক্তিৰ সম্বন্ধে বিচাৰ কৰাৰ প্ৰয়োজন আছে। এই সম্পৰ্কত কিছু আলোচনা কৰা হৈছে।

'ৰ' মূলতে সম্বন্ধ পদৰ চিন। এই চিনক ষষ্ঠী বিভক্তিৰ চিন বুলিও কোৱা হয়। সম্বন্ধ পদৰ এই চিনটোকে তৃতীয়া, চতুৰ্থী আৰু পঞ্চমী বিভক্তি নামেৰে পৰিচিত নকৰাকৈ যথাক্ৰমে কৰণ নিমিত্ত আৰু অপাদান কাৰকতো ব্যৱহাৰ কৰা হয়। কৰণকাৰকত ব্যৱহাৰ কৰা দ্বাৰা আৰু নিমিত্ত কাৰকত ব্যৱহাৰ কৰা নিমিত্তে তথা কাৰণে এই দুটা অধিকৰণ কাৰকৰ 'আ' আৰু 'এ' বিভক্তিযুক্ত শব্দ। ইহঁতৰ মূল ৰূপটো যথাক্ৰমে দ্বাৰ, নিমিত্ত আৰু কাৰণ। লগতে এই তিনিওটা শব্দৰ আগত সম্বন্ধপদৰ বিভক্তি চিন 'ৰ' থাকে। 'ৰ' আগত নবহা কৰণ আৰু নিমিত্ত কাৰকৰ শব্দ বিভক্তি 'দি', 'ৰে' (তৃতীয়া) আৰু 'ক', 'লৈ', 'এ' (চতুৰ্থী) অযুগ্ম চিন। তৃতীয়া বিভক্তিৰ 'এ'টো 'ৰে' বিভক্তিৰ ব্যঞ্জনৰহিত ৰূপ। যেনে—হাতে'ৰে' কটা>হা'তে' কটা (সূতা আদিৰ ক্ষেত্ৰত), মনে'ৰে' সজা>'মনে' সজা ইত্যাদি। কিছুমান ক্ষেত্ৰত কৰণ কাৰকৰ 'ৰ' বিভক্তিটো সম্বন্ধপদৰ 'ৰ' বিভক্তিলৈ সলনি হোৱা দেখা যায়। যেনে—সোণেৰে সজা গহনা> সোণৰ গহনা, হাতেৰে কৰা কাম>হাতৰ কাম,। কেতিয়াবা কৰ্তা কাৰকতো কৰণ কাৰকৰ ভাব প্ৰকাশ পায়। তেতিয়া কৰ্তা কাৰকত ষষ্ঠী বিভক্তিৰ চিন 'ৰ' বহি সম্বন্ধপদৰ ৰূপ ধৰে। যেনে—ৰামৰ দ্বাৰা লিখা>ৰামে লিখা>ৰামৰ লিখা।

১৩) সম্বন্ধ পদত 'ৰ' চিনৰ বাহিৰে 'আ' আৰু 'আন' বিভক্তি-চিনৰ ব্যৱহাৰ কিছুমান ক্ষেত্ৰত দেখা যায়। পুৰণি অসমীয়াত তাৰ বা তেওঁৰ অৰ্থত 'তান'

আৰু 'তাহান' প্ৰভৃতি শব্দৰ প্ৰয়োগ হৈছিল (তাহান শয্যাত নিয়া খৈলন্ত তোমাক ......... কীৰ্তনৰ শিশুলীলাৰ প্ৰথম কীৰ্তনত)। ষষ্ঠীত 'ন' বিভক্তিৰ ব্যৱহাৰ গুজৰাতী ভাষাত আমাৰ ভাষাৰ 'ৰ' বিভক্তিৰ দৰে বহুল ভাবে হয়; কিন্তু লিংগ আৰু বচনভেদে হিন্দীৰ নিচিনাকৈ আ, এ আৰু ই যুক্ত হয় (না পুং এক-বচন, নে পুং বহুবচন, নী স্ত্ৰী দুয়োটা বচনত)। সপ্তমী বিভক্তিত আ চিন প্ৰয়োগৰ কথা আগতেই কোৱা হৈছে। কেতিয়াবা একেটা আ' বিভক্তি 'অধিকৰণৰ' পৰিবৰ্তে 'সম্বন্ধপদ'ত ব্যৱহাৰ হোৱা যেনো লাগে। যেনে—'চ'তমহা' ৰদত, 'ভাদমহা' তিথিৰ সময়ত ইত্যাদি। এই বাক্যাংশ দুটাৰ ভাব যথাক্ৰমে চ'ত মাহৰ ৰদত আৰু ভাদ মাহৰ তিথিৰ সময়তো হ'ব পাৰে। সেয়ে যদি নহয়, তেনে হ'লে চ'ত মাহত ৰ'দত আৰু ভাদ মাহত তিথিৰ সময়ত হ'ব।

১৪) হাটে-বজাৰে, সোমবাৰে আদি শব্দত 'এ' অধিকৰণ কাৰকৰ বিভক্তি চিন ৰূপে বহিছে। ভিতৰি কপট, মুখে লটপট্, সদাই সত্যকথা ক'বা, লতাই লতাই ফুল, প্ৰভৃতি বাক্যাংশ আৰু বাক্যত 'ই'টো সপ্তমীৰ চিন। ভিতৰি (ভিতৰ+ই) শব্দৰ 'ই' বিভক্তি সংস্কৃতৰ পথি শব্দৰ দৰে আৰু হাটে-বজাৰে, সোমবাৰে প্ৰভৃতিৰ 'এ' চিন গৃহে, নগৰে আদিৰ দৰে বহিছে।

১৫) সম্বন্ধপদ দুই শ্ৰেণীৰ। এবিধ পাৰ্থক্যসহিত সম্বন্ধ আৰু এবিধ পাৰ্থক্য-ৰহিত সম্বন্ধ। পাৰ্থক্যসহিত সম্বন্ধ পদত দুটা পৃথক্ বস্তুৰ মাজত সম্বন্ধ দৰ্শোৱা হয়। পাৰ্থক্যৰহিত সম্বন্ধপদ দুটা বস্তুৰ সম্বন্ধসূচক নহয়। যেনে—মানুহৰ ঘৰ বুলিলে ষষ্ঠী বিভক্তিৰ 'ৰ' চিনটোৱে দুটা পৃথক্ বস্তুৰ মাজত থকা সম্বন্ধ বুজায়, কিন্তু কাঠৰ দলং বুলিলে দলংখন কাঠতকৈ পৃথক্ নুবুজায়। গতিকে কাঠৰ দলং 'পাৰ্থক্যৰহিত' সম্বন্ধৰ শ্ৰেণীত পৰে আৰু মানুহৰ ঘৰ 'পাৰ্থক্যসহিত' সম্বন্ধ পদৰ শ্ৰেণীত পৰে। পাৰ্থক্যৰহিত সম্বন্ধপদৰ ভিতৰত কৰণ কাৰকৰ ভাব লুকাই থাকিব পাৰে। দেখা যায় যে—কৰ্তা, কৰণ, নিমিত্ত, অপাদান এই কেইটা কাৰকতে কম-বেছি পৰিমাণে সম্বন্ধপদৰ চিন 'ৰ' ব্যৱহাৰ হ'ব পাৰে। এনে স্থলত কাৰক নিৰ্ণয়ৰ বাবে কেৱল বিভক্তি-চিনৰ ওপৰত নিৰ্ভৰ কৰিব নোৱাৰি। বাক্যৰ ভাব অনুসৰিহে শব্দৰ বিভক্তি আৰু কাৰকৰ শ্ৰেণী নিৰ্ণয় কৰিব পাৰি। তলত ভাব অনুসৰি কাৰকৰ শ্ৰেণী-বিভাগ সম্বন্ধীয় দুটামান উদাহৰণ দিয়া হৈছে।

ক) চিক্ৰৰত 'গছৰ' পাত সৰুৱালে। এই বাক্যটোত গছৰ 'পৰা' পাত সৰুৱালে বোলা নাই; কিন্তু ভাবত পাত গছতকৈ পৃথক্ হৈ পৰা বুজাইছে। গতিকে পৰা অংশটো নাথাকিলেও 'গছৰ' শব্দটো 'অপাদান' কাৰকত থকা বুলি ধৰিব লাগিব। এনে স্থলত 'ৰ' পঞ্চমী বিভক্তিৰ চিন।

খ) গাঁৱৰ ভিতৰত 'বাঘৰ' ভয় নাই। চিৰিয়াখানাত মানুহলৈ 'বাঘৰ' ভয় নাই। এই বাক্য দুটাৰ প্ৰথমটোত বাঘৰ প্ৰতি মানুহৰ মনৰ ভয় বুজাইছে অৰ্থাৎ 'বাঘৰ' 'পৰা ভয়' বা 'বাঘলৈ ভয়' বুজাইছে। গতিকে 'বাঘৰ' শব্দটো ইয়াত পঞ্চমী বা চতুৰ্থী বিভক্তিযুক্ত 'অপাদান' বা 'নিমিত্ত' কাৰকত হ'ব। আনহাতে দ্বিতীয়টো বাক্যত 'বাঘৰ' শব্দই ভয় শব্দৰ লগত সম্বন্ধহে দেখুৱাইছে। সেই বাবে ইয়াত 'বাঘৰ'টো সম্বন্ধপদ আৰু 'ৰ'টো ষষ্ঠী বিভক্তি।

গ) দ্বাৰা শব্দৰ আগত থাকি 'ৰ'টো তৃতীয়া বিভক্তি (শত্ৰুৰ দ্বাৰা) হয়। লাগি, লৈ, কাৰণে আৰু নিমিত্ত শব্দৰ আগত থাকি 'ক' আৰু 'ৰ' চতুৰ্থী বিভক্তি (তোক লাগি>তোলৈ, তোৰ কাৰণে, তোৰ নিমিত্তে) হয়। পৰা শব্দৰ আগত থকা 'ৰ' আৰু কৈ শব্দৰ আগত 'ত' পঞ্চমী বিভক্তিৰ চিন হয়।

ঘ) বিভক্তিৰ দৰে ব্যৱহাৰ নোহোৱা কিছুমান শব্দৰ আগত বিশেষ একোটা বিভক্তি প্ৰয়োগ হোৱা দেখা যায়। যেনে —'ধন্য' শব্দৰ আগত দ্বিতীয়া বিভক্তিৰ 'ক' চিন বহে (তোমাক ধন্যবাদ); 'সৈতে' (সহিতে) শব্দৰ আগত তৃতীয়াৰ 'ৰে' চিন বহে (তেওঁৰে সৈতে); নিৰ্দিষ্ট ব্যক্তি বা বস্তু বুজাবৰ কাৰণে নাম শব্দৰ লগত 'এৰে' তৃতীয়া বিভক্তি যোগ হয় (অশোক নামেৰে এজন ৰজা আছিল)। কেতিয়াবা 'এৰে'ৰ পৰিবৰ্তে 'এ' চিন অধিকৰণ অৰ্থত সপ্তমী বিভক্তিত ব্যৱহাৰ হয় (অশোক নামে এজন ৰজা আছিল)। প্ৰণাম, নমস্কাৰ, দণ্ডৱৎ, সেৱা প্ৰভৃতি শব্দৰ আগত থকা 'ক' আৰু 'লৈ' চিনটো চতুৰ্থী বিভক্তি বুলি ধৰা হয় (গুৰুক প্ৰণাম, তেখেতলৈ নমস্কাৰ)। 'চা' আৰু 'পাহৰ' ধাতুৰ আগত দ্বিতীয়া বিভক্তিৰ 'ক'ৰ ঠাইত কৰ্মতো চতুৰ্থীৰ চিন 'লৈ' বহে (মোক চোৱাঁ> মোলৈ চোৱাঁ, তাক পাহৰিলা >তালৈ পাহৰিলা)। সীমা বা লক্ষ্য বুজালে চতুৰ্থী আৰু আৰম্ভ বুজালে পঞ্চমী হয় (ইয়াৰ পৰা তালৈ)। অসমাপ্ত বুজোৱা ক্ৰিয়াপদ লোপ হ'লে 'সপ্তমী বিভক্তিৰ' ঠাইত' পঞ্চমী বিভক্তি' হয় (উৰামটিৰত উঠি তললৈ চালে বস্তুবোৰ সৰু দেখি>উৰামটৰৰ পৰা তললৈ চালে বস্তুবোৰ সৰু দেখি)।

ঙ) পাৰ্শ্বব্যৱহিত আৰু পাৰ্শ্বব্যৱহিত সম্বন্ধপদৰ বাহিৰেও কিছুমান শব্দৰ আগত ষষ্ঠী বিভক্তিৰ চিন বহে আৰু 'ভাৱাত্মক সম্বন্ধ স্থাপন কৰে। প্ৰতি, বিনে, বিহনে, বাদে, মতে, নিচিনা, দৰে, পিনে, ফালে, দিশে, বাজে, বাহিৰে, ভিতৰে, আগে, পাছে আদি এই শ্ৰেণীৰ শব্দ। বাদে, বিনে প্ৰভৃতি দুই-এটা শব্দৰ আগত সপ্তমীৰ 'ত'ও হয় (মোৰ বাহিৰে, তেওঁৰ প্ৰতি, তাৰ পিনে, পশ্চিমৰ দিশত, মোত বাদে, হৰিত বিনে, তাত পাছে)।

১৬) অযুগ্ম বিভক্তিৰ চিনবোৰ (এ, ই, ক, ৰে, লৈ ৰ, ত) মূল শব্দত লাগি থাকে বা একে লগে উচ্চাৰিত হয়। যুগ্ম বিভক্তিত থকা পৰাশ্ৰিত অংশটো অযুগ্ম

বিভক্তিৰ পাছত সুকীয়া শব্দৰ দৰে আঁতৰি থাকে। উচ্চাৰণৰ ক্ষেত্ৰতো অযুগ্ম আৰু যুগ্মৰ পৰাশ্ৰিত অংশৰ মাজত বিৰামৰ প্ৰয়োজন হয়। যুগ্ম বিভক্তিৰ প্ৰথম অংশক মুখ্য আৰু পৰাশ্ৰিত অংশক গৌণ বুলিও ক'ব পাৰি। প্ৰচলিত ব্যাকৰণ-সমূহত গৌণ বিভক্তিসমূহকে মুখ্য বিভক্তিৰ দৰে লিখা দেখা যায়। যিবোৰ কাৰকত গৌণ বিভক্তি নাই, সেইবোৰ কাৰকত মুখ্য বিভক্তিৰ চিন আৰু যিবোৰ কাৰকত গৌণ বিভক্তি থাকে, সেইবোৰ কাৰকত 'মুখ্য বিভক্তি বাদ দি গৌণ বিভক্তিৰ চিন' শব্দকে বিভক্তিৰ 'তালিকাত' দিয়া দেখা যায়। দেখাক দেখি এইদৰে লিখা হয় যদিও প্ৰকৃততে এইটো ব্যাকৰণৰ ক্ষেত্ৰত উচিত ব্যৱস্থা নহয়।

১৭) কৰ্তাপদ বিভক্তিযুক্ত কেতিয়া হয় আৰু কেতিয়া নহয়, এই সম্বন্ধে তলত দিয়া কথাকেইটা মন কৰিবলগীয়া।

ক) সাধাৰণতে সকৰ্মক ক্ৰিয়াৰ কৰ্তাত সকলো কাল আৰু পুৰুষতে বিভক্তি-চিন যোগ হয়। অকৰ্মক ক্ৰিয়াৰ কৰ্তাত বিভক্তি যোগ নহয়। যেনে—ৰামে ভাত খাইছে। ল'ৰাই গীত গাব। ছোৱালীজনীয়ে কিতাপ পঢ়িলে। এই বাক্যবোৰৰ ক্ৰিয়া সকৰ্মক। সেইবাবে তাৰ কৰ্তাত বিভক্তি চিন যোগ হৈছে। মানুহজন শুইছে। পানী বাঢ়িব। গছজোপা মৰিল। এই বাক্যবোৰৰ কৰ্তাত বিভক্তি চিন নাই। এই বাক্যবোৰৰ ক্ৰিয়া অকৰ্মক।

খ) কৰ্তাটো একবচন সৰ্বনাম শব্দ হ'লে সকৰ্মক ক্ৰিয়াৰ বাক্যতো বিভক্তি-চিন নবহে। যেনে—সি গীত গায়। তেওঁ কিতাপ পঢ়িব। তুমি কাম কৰিলা। কৰ্তাটো বহুবচন সৰ্বনাম হ'লে বিভক্তি চিন যোগ হয়। যেনে—তোমালোকে ভাত নাখালা। তেওঁলোকে চিঠি নিলিখে। সিহঁতে গীত গাব। 'কোন' শব্দটো কৰ্তা হ'লে একবচন বহুবচনে উভয়তে সকৰ্মক বাক্যত বিভক্তি যোগ হয়। যেনে—কোনে গীত গাইছে। কোনে কোনে ভাত খাব। কোনে কোনে কামটো কৰিলে।

গ) প্ৰথম পুৰুষৰ দুয়োটা বচনৰ কৰ্তাতে বিভক্তি যোগ নহয়। যেনে—মই ভাত নাখাওঁ। আমি গীত গাম। আমি শুলোঁ।

ঘ) কেইটামান অকৰ্মক ক্ৰিয়াৰ কৰ্তাতো বিভক্তি যোগ হয়। যেনে—ল'ৰাই হাঁহিছে। ছোৱালীজনীয়ে কান্দিছে। তেওঁলোকে নাচিছে। হাঁহ, চিঞৰ প্ৰভৃতি কিছুমান ধাতুৰ ক্ৰিয়া সকৰ্মক আৰু অকৰ্মক দুয়ো শ্ৰেণীৰে হ'ব পাৰে। যেনে—ল'ৰাই হাঁহে (অকৰ্মক)। বেয়া কাম কৰা মানুহক আনে হাঁহে (সকৰ্মক)। বিমলা বেমাৰীয়ে চিঞৰিছে (অকৰ্মক)। তেওঁ পুতেকক চিঞৰিছে (সকৰ্মক)।

অনুশীলনী —১৪

১) বিভক্তি-ৰহিত কাৰক হ'ব পাৰেনে নোৱাৰে ? যদি পাৰে কোন কোন কাৰকত পাৰে উদাহৰণ দি বুজাই লিখাঁ।

২) এ.আৰু ৰ বিভক্তিৰ প্ৰয়োগ কোন কোন কাৰকত কেনে দৰে হয় উদাহৰণসহ লিখাঁ। বিভক্তিৰ লগত য় আৰু ৱ ধ্বনিৰ আগম সম্বন্ধেও লিখিবাঁ।

৩) অযুগ্ম আৰু যুগ্ম বিভক্তি সম্বন্ধে মুকলিকৈ আলোচনা কৰাঁ।

৪) নাম বিভক্তিৰ দৰে ব্যৱহাৰ হোৱা নাম শব্দবোৰ কি কি ? সেইবিলাকৰ প্ৰয়োগ সম্বন্ধে বিচাৰ কৰাঁ।

৫) কৰ্তাকাৰকত বিভক্তি প্ৰয়োগ কেতিয়া হয়, উদাহৰণ দি লিখাঁ।

৬) বিভক্তিযুক্ত ধাতু শব্দ বা ক্ৰিয়াপদৰ লগত নামবিভক্তি যোগ হ'ব পাৰেনে ? যদি পাৰে কোন কাৰকত কি বিভক্তি যোগ হ'ব পাৰে উদাহৰণ দিয়া।

OOOO

৯। **নাম শব্দৰ ৰূপান্তৰ-বিধি** —বিভক্তিযুক্ত হ'লে সংজ্ঞা আৰু সৰ্বনাম শব্দবোৰ কিছু পৰিমাণে ৰূপান্তৰিত হোৱা দেখা যায়। সংজ্ঞা শব্দৰ লগত থকা বিশেষণ শব্দত বিভক্তি যোগ নহয়, কিন্তু সংজ্ঞা শব্দ নাথাকিলে সংজ্ঞাৰ পৰিবৰ্তে বিশেষণ শব্দৰ ব্যৱহাৰ হ'লে, বিশেষণ শব্দতে বিভক্তিৰ চিন যোগ হয়। সংজ্ঞা আৰু বিশেষণৰ দৰেই সৰ্বনাম শব্দটো বিভক্তি যোগ হয়। সংজ্ঞা বা বিশেষণ শব্দতকৈ সৰ্বনাম শব্দত হোৱা পৰিবৰ্তনৰ ধৰণ কিছু পৃথক্। তলত বিভক্তিযুক্ত শব্দৰ ৰূপান্তৰ সম্বন্ধে উদাহৰণসহ আলোচনা কৰা হৈছে।

১) **ব্যঞ্জনান্ত সংজ্ঞা শব্দ মানুহ** (উচ্চাৰণত মানুহ্)

| কাৰক | বিভক্তি | চিন | একবচনৰ ৰূপ | বহুবচনৰ ৰূপ |
|---|---|---|---|---|
| কৰ্তা | | | মানুহ | মানুহবিলাক/মানুহবোৰ |
| ,, | প্ৰথমা | এ | মানুহে | মানুহবিলাকে/মানুহবোৰে |
| কৰ্ম | দ্বিতীয়া | অক্ | মানুহক | মানুহবিলাকক/মানুহবোৰক |
| কৰণ | তৃতীয়া | এৰে | মানুহেৰে | মানুহবিলাকেৰে |
| নিমিত্ত | চতুৰ্থী | অলৈ | মানুহলৈ | মানুহবিলাকলৈ |
| ,, | ,, | অক্ | মানুহক | মানুহবিলাকক |
| ,, | ,, | অৰ্ কাৰণে | মানুহৰ কাৰণে | মানুহবিলাকৰ কাৰণে |
| অপাদান | পঞ্চমী | অৰ্ পৰা | মানুহৰ পৰা | মানুহবিলাকৰ পৰা |

| | | | | |
|---|---|---|---|---|
| ,, | ,, | অত্ কৈ | মানুহতকৈ | মানুহবিলাকতকৈ |
| সম্বন্ধ পদ | ষষ্ঠী | অৰ্ | মানুহৰ | মানুহবিলাকৰ |
| অধিকৰণ | সপ্তমী | অত্ | মানুহত | মানুহবিলাকত |

বিভক্তিৰ চিন কিছুমানত (অক্, অৰ্, অত্) ব্যঞ্জন চিন দিয়া হৈছে যদিও এই চিন নিদিলেও হয়। অসমীয়া ভাষাত অকাৰান্ত শব্দ সাধাৰণতে ব্যঞ্জনান্ত কৰিয়েই মতা হয়। সেইবাবে পাছৰ শব্দবোৰত এই চিন দিয়া হোৱা নাই। বহুবচনত বিলাক, বোৰ সকল প্ৰভৃতি যোগ দিয়া হয় ; কিন্তু সকলো বিভক্তিতে বহুবচন বুজোৱা শব্দ আটাইবোৰ দিয়া হোৱা নাই। প্ৰথমা আৰু দ্বিতীয়া বিভক্তিৰ দৰেই আনবোৰ বিভক্তিতো এটাৰ দৰেই আনবোৰো হ'ব। একবচনত বহা চিন-টোৱেই বহুবচনত নবহিবও পাৰে। বহুবচনবাচক শব্দৰ অন্তিম স্বৰ অনুসৰিহে তাত বিভক্তি চিন বহিব। উদাহৰণ তলত দিয়া দেখা।

২) **অ স্বৰান্ত সংজ্ঞা শব্দ কাছ**

| | | | | |
|---|---|---|---|---|
| কৰ্তা | | | কাছ | কাছবিলাক |
| ,, | প্ৰথমা বিভক্তি | ই (এ) | কাছই | কাছবিলাকে |
| কৰ্ম | দ্বিতীয়া ,, | ক | কাছক | কাছবোৰক |
| কৰণ | তৃতীয়া ,, | ৰে | কাছৰে | কাছবোৰেৰে |
| নিমিত্ত | চতুৰ্থী | লৈ | কাছলৈ | কাছবিলাকলৈ |
| ,, | ” | ৰ কাৰণে | কাছৰ কাৰণে | কাছবিলাকৰ কাৰণে |
| ,, | পঞ্চমী | ত কৈ | কাছতকৈ | কাছবিলাকতকৈ |
| সম্বন্ধ পদ | ষষ্ঠী | ৰ | কাছৰ | কাছবিলাকৰ |
| অধিকৰণ | সপ্তমী | ত | কাছত | কাছবিলাকত |

মাছ্ আৰু কাছ শব্দ দেখাত একে ধৰণৰ হ'লেও উচ্চাৰণত পৃথক্। কাছ স্বৰান্ত আৰু মাছ্ ব্যঞ্জনান্ত শব্দ। দুয়োটা শব্দ যথাক্ৰমে সংস্কৃতৰ মৎস্য আৰু কচ্ছপ শব্দৰ পৰা হৈছে। মৎস্যৰ শেষত থকা 'য' বৰ্ণৰ উচ্চাৰণ 'য়' > 'য়্' হৈ লোপ পাইছে। কচ্ছপ শব্দৰ অন্তিম ব্যঞ্জন 'প' টো প্ৰাকৃত ভাষাৰ ব্যঞ্জন লোপ হোৱা নিয়ম মতে লোপ পাইছে ; কিন্তু 'প'ৰ লগত থকা 'অ' স্বৰ থাকি গ'ল। সেইবাবে কাছ শব্দটো 'অ' স্বৰান্ত হৈ থাকিল। মৎস্য > মাছ ; কচ্ছপ > কচ্ছঅ > কাছ। মাছ শব্দ বিভক্তিযুক্ত হ'লে মানুহ শব্দৰ দৰে হয়।

৩) **আ স্বৰান্ত ল'ৰা শব্দ**

| | | | | |
|---|---|---|---|---|
| কৰ্তা | | | ল'ৰা | ল'ৰাবোৰ |
| ,, | প্ৰথমা | ই | ল'ৰাই | ল'ৰাবোৰে |
| কৰ্ম | দ্বিতীয়া | ক | ল'ৰাক | ল'ৰাবোৰক |

| | | | | |
|---|---|---|---|---|
| কৰণ | তৃতীয়া | ৰে | ল'ৰাৰে | ল'ৰাবোৰেৰে |
| নিমিত্ত | চতুৰ্থী | লৈ | ল'ৰালৈ | ল'ৰাবোৰলৈ |
| ,, | ,, | ৰ নিমিত্তে | ল'ৰাৰ নিমিত্তে | ল'ৰাবোৰৰ নিমিত্তে |
| অপাদান | পঞ্চমী | ৰ পৰা | ল'ৰাৰ পৰা | ল'ৰাবোৰৰ পৰা |
| ,, | ,, | ত কৈ | ল'ৰাতকৈ | ল'ৰাবোৰতকৈ |
| সম্বন্ধ পদ | ষষ্ঠী | ৰ | ল'ৰাৰ | ল'ৰাবোৰৰ |
| অধিকৰণ | সপ্তমী | ত | ল'ৰাত | ল'ৰাবোৰত |

'অ' স্বৰান্ত কাচ শব্দৰ দৰেই 'আ' স্বৰান্ত ল'ৰা শব্দৰো প্ৰথমা একবচনত 'ই' আৰু বহুবচন বুজোৱা শব্দৰ সকলো বিভক্তিতে 'অস্বৰান্ত' কাছ আৰু 'ব্যঞ্জনান্ত' মানুহ শব্দৰ নিচিনা ৰূপ হৈছে। অসমীয়া ভাষাত লিংগভেদে শব্দৰ বিভক্তিযুক্ত ৰূপ পৃথক্ নহয়। গতিকে সুশীলা, ৰাধা, মহিলা, ললিতা প্ৰভৃতি শব্দৰ বিভক্তিযুক্ত ৰূপ ল'ৰা শব্দৰ দৰেই হ'ব।

৪) ই বা ঈ স্বৰ পাছত থকা পুংলিংগ, স্ত্ৰীলিংগ আৰু ক্লীৱ লিংগ শব্দৰ ৰূপ একে ধৰণৰ হয়। উদাহৰণ স্বৰূপে তলত হাতী শব্দৰ বিভক্তিযুক্ত ৰূপ দিয়া হৈছে। হাতী শব্দৰ দৰেই নদী, পত্নী, হৰি, ধনী, মাটি, পানী প্ৰভৃতি শব্দও হ'ব। মন কৰিবলগীয়া যে —'ই' বা 'ঈ' স্বৰান্ত শব্দৰ পাছত 'এ' বিভক্তি বহিলে 'এ>য়ে' হয়।

**ঈ স্বৰান্ত হাতী শব্দ**

| কাৰক | বিভক্তি | চিন | একবচন | বহুবচন |
|---|---|---|---|---|
| কৰ্তা | | | হাতী | হাতীবোৰ |
| ,, | প্ৰথমা | এ | হাতীয়ে | হাতীবোৰে |
| কৰ্ম | দ্বিতীয়া | ক | হাতীক | হাতীবোৰক |
| কৰণ | তৃতীয়া | ৰে | হাতীৰে | হাতীবোৰেৰে |
| নিমিত্ত | চতুৰ্থী | লৈ | হাতীলৈ | হাতীবোৰলৈ |
| | ,, | ৰ নিমিত্তে | হাতীৰ নিমিত্তে | হাতীবোৰৰ নিমিত্তে |
| অপাদান | পঞ্চমী | ৰ পৰা | হাতীৰ পৰা | হাতীবিলাকৰ পৰা |
| | ,, | ত কৈ | হাতীতকৈ | হাতীবোৰতকৈ |
| সম্বন্ধ পদ | ষষ্ঠী | ৰ | হাতীৰ | হাতীবোৰৰ |
| অধিকৰণ | সপ্তমী | ত | হাতীত | হাতীবোৰত |

৫) **ঋ স্বৰান্ত** —মাতৃ, পিতৃ, ভ্ৰাতৃ (ভাতৃ) প্ৰভৃতি শব্দ ই বা ঈ স্বৰান্ত শব্দৰ দৰেই হয়। অসমীয়া ভাষাত 'ঋ'ৰ উচ্চাৰণ 'ৰি' বৰ্ণৰ দৰে হয়। সেইবাবে এই দুয়োটা স্বৰৰ পাছত বিভক্তি-চিনৰ ব্যৱহাৰো একেদৰেই হয়। এ, ঐ, উ,

ও আৰু ঔ স্বৰ পাছত থকা শব্দৰ পাছত বিভক্তি যোগ দিওঁতে হোৱা পৰিবৰ্তনৰ নিয়ম সম্বন্ধে আগতেই আলোচনা কৰা হৈছে। তলত এই সকলো শ্ৰেণীৰ শব্দৰ সম্পূৰ্ণ ৰূপ নিদি কেৱল প্ৰথম তিনিটা কাৰকৰ ৰূপ উদাহৰণ স্বৰূপে দিয়া হৈছে।

**ঋ স্বৰান্ত পিতৃ শব্দ**

| | | | | |
|---|---|---|---|---|
| কৰ্তা | | | পিতৃ | পিতৃসকল |
| ,, | প্ৰথমা বিভক্তি | এ | পিতৃয়ে | পিতৃসকলে |
| কৰ্ম | দ্বিতীয়া ,, | ক | পিতৃক | পিতৃসকলক |
| কৰণ | তৃতীয়া ,, | ৰে | পিতৃৰে | পিতৃসকলেৰে |
| | ,, | এদি | পিতৃয়েদি | পিতৃসকলেদি |
| | ,, | ৰ দ্বাৰা | পিতৃৰ দ্বাৰা | পিতৃসকলৰ দ্বাৰা |

৬) **এ স্বৰান্ত দলে শব্দ** (এটা বংশগত উপাধি)

| | | | | |
|---|---|---|---|---|
| কৰ্তা | | | দলে | দলেসকল |
| ,, | প্ৰথমা | ই | দলেই | দলেসকলে |
| কৰ্ম | দ্বিতীয়া | ক | দলেক | দলেসকল ক |
| কৰণ | তৃতীয়া | ৰে | দলেৰে | দলেসকলেৰে |
| ,, | ,, | ৰ দ্বাৰা | দলেৰ দ্বাৰা | দলেসকলৰ দ্বাৰা |
| ,, | ,, | ই দি | দলেইদি | দলেসকলেদি |

অসমীয়া ভাষাত এ স্বৰান্ত বৰ কম শব্দহে আছে. কিন্তু দুবে, পাণ্ডে, ভাবে, দে প্ৰভৃতি অন্যান্য ভাৰতীয় ভাষাৰ শব্দ অসমীয়া বাক্যত ব্যৱহাৰ কৰোঁতে এই নিয়ম মানিব লগীয়া হয়। বহুবচন বুজোৱা সকল শব্দৰ ৰূপ মানুহ শব্দৰ দৰে হয়। সেই বাবে একবচনত ই বিভক্তি হ'লেও বহুবচনত এ বিভক্তি হয়।

৭) **ঐ স্বৰান্ত মুদৈ শব্দ**

| | | | | |
|---|---|---|---|---|
| কৰ্তা | | | মুদৈ | মুদৈসকল |
| ,, | প্ৰথমা | এ | মুদৈয়ে | মুদৈসকলে |
| কৰ্ম | দ্বিতীয়া | ক | মুদৈক | মুদৈসকলক |
| কৰণ | তৃতীয়া | ৰে | মুদৈৰে | মুদৈসকলেৰে |
| ,, | ,, | ৰ দ্বাৰা | মুদৈৰ দ্বাৰা | মুদৈসকলৰ দ্বাৰা |
| ,, | ,, | এ দি | মুদৈয়েদি | মুদৈসকলেদি |

হাজৈ, বাজৈ, আতৈ, ভাটৈ, আটৈ, কাটৈ, গবৈ প্ৰভৃতি পুংলিংগ, আৰু স্ত্ৰীলিংগ দুয়ো শ্ৰেণীৰে শব্দত বিভক্তি প্ৰয়োগ এই দৰেই হয়।

৮) উকাৰান্ত সাধু শব্দ

| | | | | |
|---|---|---|---|---|
| কৰ্তা | | | সাধু | সাধুসকল |
| ,, | প্ৰথমা | এ | সাধুৱে | সাধুসকলে |
| কৰ্ম | দ্বিতীয়া | ক | সাধুক | সাধুসকলক |
| কৰণ | তৃতীয়া | ৰে | সাধুৰে | সাধুসকলেৰে |
| ,, | ,, | ৰ দ্বাৰা | সাধুৰ দ্বাৰা | সাধুসকলৰ দ্বাৰা |
| ,, | ,, | এ দি | সাধুৱেদি | সাধুসকলেদি |

বধূ,, মধু, গুৰু, সৰু, লঘু, বন্ধু, চৰু প্ৰভৃতি হ্ৰস্ব আৰু দীৰ্ঘ স্বৰান্ত সকলো শব্দৰ ৰূপ এনেধৰণেৰে হয়। নামনি অসমৰ কথিত ভাষাৰ কৰ্তাত ই বিভক্তিয়ো প্ৰয়োগ হয়। যেনে —সাধুই, মধুই। কিন্তু সাহিত্যত এনে প্ৰয়োগে মান্যতা লাভ কৰা নাই।

৯) ও স্বৰান্ত নাও শব্দ

| | | | | |
|---|---|---|---|---|
| কৰ্তা | | | নাও | নাওবোৰ |
| ,, | প্ৰথমা | এ | নাৱে | নাওবোৰে |
| কৰ্ম | দ্বিতীয়া | ক | নাৱক | নাওবোৰক |
| কৰণ | তৃতীয়া | এ ৰে | নাৱেৰে | নাওবোৰেৰে |
| ,, | ,, | এ দি | নাৱেদি | নাওবোৰেদি |
| ,, | ,, | ৰ দ্বাৰা | নাৱৰ দ্বাৰা | নাওবোৰৰ দ্বাৰা |

গাবো, বড়ো, লাও প্ৰভৃতি কিছুমান শব্দৰ পাছত বিভক্তি যোগ দিওঁতে এই নিয়মৰ কিছু ব্যক্তিক্ৰম হোৱা দেখা যায়। বহুবচনত ব্যতিক্ৰম নাই। এক-বচনৰ ৰূপ তলত দিয়া হৈছে। মন কৰিবলগীয়া যে —এই শব্দবোৰৰ 'ও' বিভক্তি-যুক্ত হওঁতে 'ৱ'লৈ ৰূপান্তৰ কিছুমান ক্ষেত্ৰত নহয়। যেনে —কৰ্তা বিভক্তিযুক্ত অৱস্থাত গাবোৱে, কৰ্ম —গাবোক, কৰণ —গাবোৰে, গাবোৰ দ্বাৰা, গাবোৱেদি। বড়োৱে, বৰোক, বৰোৰ দ্বাৰা, বড়োৰে, বড়োৱেদি। লাৱে, লাওক, লাৱেৰে, লাওৰ, দ্বাৰা, লাৱেদি। নাও আৰু লাও একে ধৰণৰ শব্দ; কিন্তু দ্বিতীয়া বিভক্তিত 'নাও > নাৱক' আৰু 'লাও > লাওক হয়'। তৃতীয়া, চতুৰ্থী, পঞ্চমী, ষষ্ঠী আৰু সপ্তমীত ও আৰু ৱ দুয়োটাৰে প্ৰচলন হ'ব পাৰে। গাবো আৰু বড়ো শব্দত এনে সমস্যা নাই। হাজো, বকো প্ৰভৃতি স্থানবাচক শব্দতো গাবো আৰু বড়ো শব্দৰ নিচিনাকৈয়ে হাজোৱে, বকোৱে; হাজোক, বকোক; হাজোৰে, বকোৰে প্ৰভৃতি ৰূপ হয়। চতুৰ্থীৰ পৰা সপ্তমী পৰ্যন্ত বাকীবোৰ বিভক্তিতো মূল শব্দৰ পৰিবৰ্তন নহয়, কেৱল বিভক্তি চিনহে পাছত যোগ হয়। যেনে — বড়োলৈ, হাজোলৈ; বড়োৰ পৰা, হাজোৰ পৰা; বড়োৰ, হাজোৰ; বড়োত, হাজোত ইত্যাদি।

### ১০) ঔ স্বৰান্ত হলৌ শব্দ (বান্দৰ বিশেষ)

| | | | | |
|---|---|---|---|---|
| কৰ্তা | | | হলৌ | হলৌবোৰ |
| ,, | প্ৰথমা | এ | হলৌৱে | হলৌবোৰে |
| কৰ্ম | দ্বিতীয়া | ক | হলৌক | হলৌবোৰক |
| কৰণ | তৃতীয়া | ৰে | হলৌৰে | হলৌবোৰেৰে |
| ,, | ,, | ৰ দ্বাৰা | হলৌৰ দ্বাৰা | হলৌবোৰৰ দ্বাৰা |
| ,, | ,, | ৱেদি | হলৌৱেদি | হলৌবোৰেদি |

আনবোৰ বিভক্তিৰ একবচন যথাক্ৰমে এনেধৰণৰ—চতুৰ্থী হলৌলৈ, পঞ্চমী হলৌৰ পৰা, ষষ্ঠী হলৌৰ, সপ্তমী হলৌত। 'গৌ' (গৈগুৱা), 'বৌ', 'বৌ', 'চৌ' প্ৰভৃতি শব্দৰ ৰূপো এনে ধৰণেই হয়, কিন্তু তৃতীয়া বিভক্তিৰ 'চৌৰে'টো কেতিয়াবা 'চৌৱে'ৰে হয়।

### ১১) অনুস্বাৰান্ত শব্দৰ বিভক্তিযুক্ত ৰূপ

অনুস্বাৰৰ উচ্চাৰণ অসমীয়া ভাষাত 'ঙ' (ব্যঞ্জনান্ত ঙ)ৰ দৰে হয়। স্বৰ বৰ্ণক অনুসৰণ কৰা অনুনাসিক ধ্বনিকে অনুস্বাৰ বোলা হয়। গতিকে 'অ', 'আ', 'ই' 'ঈ' প্ৰভৃতি সকলো স্বৰৰ পাছত বহা অনুস্বাৰৰ উচ্চাৰণ সেই স্বৰৰ পাছত থকা স্বৰহীন 'ঙ' (ঙ্)ৰ দৰে হয়। এনে স্থলত ব্যঞ্জনান্ত মানুহ, ঘৰ, হাট, তেল, গছ প্ৰভৃতি শব্দৰ নিচিনাকৈয়ে অনুস্বাৰন্ত শব্দৰ ৰূপ হয় আৰু বিভক্তিযুক্ত অনুস্বাৰটো 'ঙ' হয়। উদাহৰণ তলত দিয়া হৈছে। খং, লং ডাং থাং, ৰিং, শিং, পিং, ঠেং, ভেং প্ৰভৃতি সকলো শব্দৰ ৰূপ এই বিলাকৰ দৰেই হ'ব।

**ৰং (উচ্চাৰণ ৰঙ্)**

| | | | | |
|---|---|---|---|---|
| কৰ্তা | | | ৰং | ৰংবোৰ |
| ,, | প্ৰথমা | এ | ৰঙে | ৰংবোৰে |
| কৰ্ম | দ্বিতীয়া | অক | ৰঙক | ৰংবোৰক |
| কৰণ | তৃতীয়া | এৰে | ৰঙেৰে | ৰংবোৰেৰে |
| ,, | ,, | এদি | ৰঙেদি | ৰংবোৰেদি |
| ,, | ,, | ৰ দ্বাৰা | ৰঙৰ দ্বাৰা | ৰংবোৰৰ দ্বাৰা |

ৰং শব্দটো 'অ' স্বৰ বৰ্ণৰ পাছত থকা অনুস্বাৰযুক্ত শব্দ। অন্য স্বৰ বৰ্ণৰ পাছত থকা অনুস্বাৰযুক্ত শব্দৰ ৰূপো একে ধৰণেই হয়। বেং, চিং, আৰু পুংশব্দৰ একবচন উদাহৰণ স্বৰূপে তলত দিয়া হৈছে।

| | | | |
|---|---|---|---|
| কৰ্তা | | | বেং, চিং, পুং, (বেঙ্, চিঙ্, পুঙ্) |
| ,, | প্ৰথমা | এ | বেঙে, চিঙে, পুঙে, |
| কৰ্ম | দ্বিতীয়া | অক | বেঙক, চিঙক, পুঙক |

| | | | |
|---|---|---|---|
| কৰণ | তৃতীয়া | এৰে | বেঙেৰে, টিঙেৰে, পুঙেৰে |
| ,, | ,, | এদি | বেঙেদি, টিঙেদি, পুঙেদি |
| ,, | | ৰ দ্বাৰা | বেঙৰ দ্বাৰা, টিঙৰ দ্বাৰা, পুঙৰ দ্বাৰা |
| নিমিত্ত | চতুৰ্থী | অলৈ | বেঙলৈ, টিঙলৈ, পুঙলৈ |
| অপাদান | পঞ্চমী | ৰ পৰা | বেঙৰ পৰা, টিঙৰ পৰা, পুঙৰ পৰা |
| ,, | ,, | তকৈ | বেঙতকৈ, টিঙতকৈ, পুঙতকৈ |
| সম্বন্ধপদ | ষষ্ঠী | অৰ | বেঙৰ, টিঙৰ, পুঙৰ |
| অধিৰকৰণ | সপ্তমী | অত | বেঙত, টিঙত, পুঙত |

১২) অসমীয়া ভাষাত বিসৰ্গ শেষত থকা নাম শব্দ নাই। অন্য শব্দৰ বিসৰ্গও ব্যঞ্জনান্ত হ (হ্) বৰ্ণৰ দৰে হয়, সংস্কৃত ভাষাৰ দৰে স্বৰানুকূল নহয়। গতিকে বিসৰ্গান্ত নাম শব্দৰ ৰূপ সম্বন্ধে পৃথক্ আলোচনা কৰিব লগীয়া নাই।

১৩। **সৰ্বনাম শব্দৰ ৰূপান্তৰ**—বিভক্তিযুক্ত সংজ্ঞা শব্দতকৈ বিভক্তিযুক্ত সৰ্বনাম শব্দবোৰৰ ৰূপ বেছি সলনি হয়। কিছুমান ক্ষেত্ৰত সৰ্বনাম মূল শব্দটো আৰু বিভক্তিটো মিলি এটা সুকীয়া শব্দৰ নিচিনা (শ্লিষ্ট শব্দৰ দৰে) হয়; কিন্তু বিভক্তিৰ চিনটো স্পষ্ট হৈ থাকে কাৰণে ইয়াক সম্পূৰ্ণ শ্লিষ্ট বুলিও ক'ব নোৱাৰি। আনহাতে সংস্কৃত, প্ৰাকৃত আৰু অপভ্ৰংশ ভাষাৰ লগত অসমীয়া ভাষাৰ সৰ্বনাম শব্দবোৰৰ সম্বন্ধ একেবাৰে ছিগি যোৱা নাই। সেই বাবে ভাৰতীয় আৰ্যমূলৰ অন্যান্য ভাষাৰ লগত থকা সাদৃশ্য এই ক্ষেত্ৰত লক্ষ্য কৰিব লগীয়া। তলত অসমীয়া সৰ্বনাম শব্দৰ ৰূপ দিয়া হৈছে।

১) প্ৰথম পুৰুষ উভয় লিংগত মই শব্দ (হিন্দী—মৈঁ, ওড়িয়া—মু, মৰাঠী—মী, বাংলা—আমি)

| কাৰক | বিভক্তি | চিন | একবচন | বহুবচন |
|---|---|---|---|---|
| কৰ্তা | | | মই | আমি |
| কৰ্ম | দ্বিতীয়া | ক | মোক | আমাক |
| কৰণ | তৃতীয়া | ৰে | মোৰে | আমাৰে |
| ,, | ,, | ৰ দ্বাৰা | মোৰ দ্বাৰা | আমাৰ দ্বাৰা |
| নিমিত্ত | চতুৰ্থী | লৈ | মোলৈ | আমালৈ |
| | ,, | ৰ কাৰণে | মোৰ কাৰণে | আমাৰ কাৰণে |
| অপাদান | পঞ্চমী | ৰ পৰা | মোৰ পৰা | আমাৰ পৰা |
| সম্বন্ধ পদ | ষষ্ঠী | ৰ | মোৰ | আমাৰ |
| অধিকৰণ | সপ্তমী | ত | মোত | আমাত |

মন কৰিব লগীয়া যে —বিভক্তিযুক্ত 'মই' শব্দটো একবচনত 'মো' আৰু বহুবচনত 'আমা' হয়। দ্বিতীয় পুৰুষ উভয় লিংগৰ 'তই' শব্দটো বিভক্তিযুক্ত অৱস্থাত 'তো' (একবচন) আৰু 'তহঁত' (বহুবচন) হয়। তহঁত বিভক্তিৰহিত কৰ্তা কাৰকতো হয়। 'তুমি' শব্দ একবচনত বিভক্তিযুক্ত হ'লে 'তোমা' আৰু বহুবচনত 'তোমালোক' বিভক্তিযুক্ত আৰু বিভক্তিৰহিত উভয়তে হয়। তুমি শব্দৰ দৰে 'আপুনি' শব্দটো একবচনত 'আপোনা' আৰু বহুবচনত 'আপোনালোক' হয়। উদাহৰণ তলত দিয়া হৈছে।

২) দ্বিতীয় পুৰুষ উভয় লিংগ **তুচ্ছার্থসূচক শব্দ তই,** (বাংলা-তুই, হিন্দী-তূ)

| | | | | |
|---|---|---|---|---|
| কৰ্তা | | | তই | তহঁত |
| ,, | প্ৰথমা | এ | তই | তহঁতে |
| কৰ্ম | দ্বিতীয়া | ক | তোক | তহঁতক |
| কৰণ | তৃতীয়া | ৰে | তোৰে | তহঁতেৰে |
| ,, | ,, | ৰ দ্বাৰা | তোৰ দ্বাৰা | তহঁতৰ দ্বাৰা |
| নিমিত্ত | চতুৰ্থী | লৈ | তোলৈ | তহঁতলৈ |
| | | ৰ কাৰণে | তোৰ কাৰণে | তহঁতৰ কাৰণে |
| অপাদান | পঞ্চমী | ৰ পৰা | তোৰ পৰা | তহঁতৰ পৰা |
| সম্বন্ধ পদ | ষষ্ঠী | ৰ | তোৰ | তহঁতৰ |
| অধিকৰণ | সপ্তমী | ত | তোত | তহঁতত |

• মই আৰু তই শব্দৰ মাজত 'ম' আৰু 'ত'ৰ পাৰ্থক্যৰ বাহিৰে আন পাৰ্থক্য বেছি নাই। মাত্ৰ মই শব্দৰ বহুবচন 'আমি' এটা সুকীয়া শব্দ কিন্তু তই শব্দৰ বহুবচন 'তহঁত' প্ৰকৃততে সুকীয়া শব্দ নহয় (তই + হঁত > তইহঁত > তহঁত) বহুবচনৰ চিন যোগ দিয়া শব্দহে। মই শব্দৰ বহুবচন 'আমি' শব্দত বিভক্তি যোগ নহয়; কিন্তু তইৰ বহুবচন 'তহঁত' শব্দটোত বিভক্তি লাগে। হ'লেও পাৰে (তহঁতে)। 'আমি' শব্দটো বিভক্তিযুক্ত হ'লে 'আমা' হয়; কিন্তু 'তহঁত' বিভক্তিযুক্ত অৱস্থাতো 'বিকৃত নহয়'।

৩) দ্বিতীয় পুৰুষ উভয়লিংগ সাধাৰণ সন্মানসূচক তুমি শব্দ (হিন্দী-তুম, বাংলা-তুমি) মূলতে সংস্কৃত ভাষাৰ যুষ্মদ্ শব্দৰ ষষ্ঠী কাৰক একবচন 'তব' ৰূপৰ পৰা আহিছে। প্ৰাকৃত ভাষাত তুমং, তুং (কৰ্তা), তং (কৰ্ম), তএ (কৰণ)। তই আৰু তুমি দুয়োটাৰে মূল একেটাই। হিন্দীত একবচনত তূ আৰু বহুবচনত তুম হয়। তুমি শব্দৰ ৰূপ তলত দিয়া হৈছে।

| | | | | |
|---|---|---|---|---|
| কৰ্তা | | | তুমি | তোমালোক |
| ,, | প্ৰথমা | এ | তুমি | তোমালোকে |

| | | | | |
|---|---|---|---|---|
| কৰ্ম | দ্বিতীয়া | ক | তোমাক | তোমালোকক |
| কৰণ | তৃতীয়া | ৰে/এৰে | তোমাৰে | তোমালোকেৰে |
| | ,, | ৰ দ্বাৰা | তোমাৰ দ্বাৰা | তোমালোকৰ দ্বাৰা |
| নিমিত্ত | চতুৰ্থী | লৈ | তোমালৈ | তোমালোকলৈ |
| | | ৰ কাৰণে | তোমাৰ কাৰণে | তোমালোকৰ কাৰণে |
| অপাদান | পঞ্চমী | ৰ পৰা | তোমাৰ পৰা | তোমালোকৰ পৰা |
| সম্বন্ধ পদ | ষষ্ঠী | ৰ | তোমাৰ | তোমালোকৰ |
| অধিকৰণ | সপ্তমী | ত | তোমাত | তোমালোকত |

৪) তুমি শব্দটো বিভক্তিযুক্ত হওঁতে তোমা হ'ল। লোকটো বহুবচনসূচক তদ্ধিত প্ৰত্যয়। তুমি শব্দৰ লগত লোক যোগ হ'লত তুমিলোক > তোমালোকত পৰিণত হৈছে। এই তোমালোকৰ বহুবচনসূচক লোক অংশটো বাদ দিলত একবচনৰ বিভক্তিযুক্ত ৰূপ তুমিটো তোমা হ'ল। আপুনি শব্দও তুমি শব্দৰ দৰেই একবচনত আপোনা আৰু বহুবচনত আপোনালোক হয়। উদাহৰণ তলত দিয়া হৈছে।

**দ্বিতীয় পুৰুষ উভয়লিংগৰ সম্মানসূচক আপুনি শব্দ**

| | | | | |
|---|---|---|---|---|
| কৰ্তা | | | আপুনি | আপোনালোক |
| ,, | প্ৰথমা | এ | ,, | আপোনালোকে |
| কৰ্ম | দ্বিতীয়া | ক | আপোনাক | আপোনালোকক |
| কৰক | তৃতীয়া | ৰে/এৰে | আপোনাৰে | আপোনালোকেৰে |

আন কাৰকতো তুমি শব্দৰ দৰেই হয়।

৫) তৃতীয় পুৰুষ সৰ্বনামৰ মূল শব্দ চাৰিটা। 'ই', 'যি', 'সি' আৰু 'কি' এই চাৰিটা পুৰুষবাচক শব্দৰ পৰাই স্থানবাচক, কালবাচক, পৰিমাণবাচক আৰু প্ৰকাৰবাচক নানা শ্ৰেণীৰ শব্দ গঢ় লৈছে। উদাহৰণ তলত দিয়া হৈছে।

**পুংলিংগ ই শব্দ (তুচ্ছাৰ্থত) ব্যক্তি আৰু বস্তুবাচক**

| কাৰক | বিভক্তি | চিন | একবচন | বহুবচন |
|---|---|---|---|---|
| কৰ্তা | | | ই | ইহঁত |
| ,, | প্ৰথমা | এ | ই | ইহঁতে |
| কৰ্ম | দ্বিতীয়া | ক | ইয়াক | ইহঁতক |
| কৰণ | তৃতীয়া | ৰে | ইয়াৰে | ইহঁতেৰে |
| | | ৰ দ্বাৰা | ইয়াৰ দ্বাৰা | ইহঁতৰ দ্বাৰা |
| নিমিত্ত | চতুৰ্থী | লৈ | ইয়ালৈ | ইহঁতলৈ |
| | | ৰ কাৰণে | ইয়াৰ কাৰণে | ইহঁতৰ কাৰণে |

| | | | | |
|---|---|---|---|---|
| অপাদান | পঞ্চমী | ৰ পৰা | ইয়াৰ পৰা | ইহঁতৰ পৰা |
| সম্বন্ধ পদ | ষষ্ঠী | ৰ | ইয়াৰ | ইহঁতৰ |
| অধিকৰণ | সপ্তমী | ত | ইয়াত | ইহঁতত |

মন কৰিবলগীয়া —বিভক্তিযুক্ত 'ই' শব্দটো 'ইয়া' হয়। সেইদৰে 'যি' শব্দ 'যা' 'সি' শব্দটো 'তা' আৰু 'কি' শব্দটো 'কা' হয়। উদাহৰণ তলত দিয়া হৈছে।

৬) যি শব্দ (ব্যক্তি আৰু বস্তুবাচক) উভয়লিংগ আৰু স্ত্রীলিংগতো হয়।

| | | | | |
|---|---|---|---|---|
| কর্তা | | | যি | যিবিলাক/যিবোৰ |
| ,, | প্রথমা | এ | যি | যিবিলাকে/যিবোৰে |
| কর্ম | দ্বিতীয়া | ক | যাক | যিবিলাকক/যিবোৰক |
| কৰণ | তৃতীয়া | ৰে | যাৰে | যিবিলাকেৰে/যিবোৰেৰে |
| নিমিত্ত | চতুর্থী | লৈ | যালৈ | যিবিলাকলৈ |
| ,, | ,, | ৰ কাৰণে | যাৰ কাৰণে | যিবিলাকৰ কাৰণে |

বাকীবোৰ কাৰকতো এইদৰেই হয়।

৭) সি (তুচ্ছার্থত) ব্যক্তি আৰু বস্তু উভয়বাচক

| | | | | |
|---|---|---|---|---|
| কর্তা | | | সি | সিহঁত |
| ,, | প্রথমা | এ | সি | সিহঁতে |
| কর্ম | দ্বিতীয়া | ক | তাক | সিহঁতক |
| কৰণ | তৃতীয়া | ৰে | তাৰে | সিহঁতেৰে |
| নিমিত্ত | চতুর্থী | লৈ | তালৈ | সিহঁতলৈ |

আনবোৰ কাৰকতো এইদৰেই বিভক্তি যোগ হয়। বহুবচনত সিহঁত অর্থত 'তাহাঁত' (তাহঁত) শব্দও হয়। একবচনৰ 'তা'ৰ লগত 'হঁত' বহুবচনৰ প্রত্যয় যোগ হৈ 'তাহঁত' হৈছে। (তাহঁত > তাহাঁত)

৮) 'তেওঁ' (সি শব্দৰ মান্যার্থ ৰূপ) পুং আৰু স্ত্রী উভয় লিংগতে হয়।

| | | | | |
|---|---|---|---|---|
| কর্তা | | | তেওঁ | তেওঁলোকে |
| ,, | প্রথমা | এ | তেওঁ | তেওঁলোকে |
| কর্ম | দ্বিতীয়া | ক | তেওঁক | তেওঁলোকক |
| কৰণ | তৃতীয়া | ৰে | তেওঁৰে | তেওঁলোকেৰে |
| নিমিত্ত | চতুর্থী | লৈ | তেওঁলৈ | তেওঁলোকলৈ |

৯) তেখেত (অধিক মান্যার্থত সি আৰু তেওঁৰ পৰিবর্তে)

| | | | | |
|---|---|---|---|---|
| কর্তা | | | তেখেত | তেখেতসকল |
| ,, | প্রথমা | এ | তেখেতে | তেখেতসকলে |
| কর্ম | দ্বিতীয়া | ক | তেখেতক | তেখেতসকলক |

| | | | | |
|---|---|---|---|---|
| কৰণ | তৃতীয়া | এৰে | তেখেতেৰে | তেখেতসকলেৰে |
| নিমিত্ত | চতুৰ্থী | অলৈ | তেখেতলৈ | তেখেতসকললৈ |
| ,, | ,, | অৰ কাৰণে | তেখেতৰ কাৰণে | তেখেতসকলৰ কাৰণে |
| অপাদান | পঞ্চমী | অৰ পৰা | তেখেতৰ পৰা | তেখেতসকলৰ পৰা |
| সম্বন্ধ পদ | ষষ্ঠী | অৰ | তেখেতৰ | তেখেতসকলৰ |
| অধিকৰণ | সপ্তমী | অত | তেখেতত | তেখেতসকলত |

১০) **কি শব্দ (প্ৰশ্নসূচক)** বিভক্তিযুক্ত অৱস্থাত কিহ্ হয়।

| | | | | |
|---|---|---|---|---|
| কৰ্তা | প্ৰথমা | এ | কি, কিহে | কি কি, কিহে কিহে |
| কৰ্ম | দ্বিতীয়া | অক | কিহক | কোনবিলাকক |
| কৰণ | তৃতীয়া | এৰে | কিহেৰে | কোনবিলাকেৰে |
| নিমিত্ত | চতুৰ্থী | অলৈ | কিহলৈ | কোনবিলাকলৈ |
| ,, | ,, | অৰ কাৰণে | কিহৰ কাৰণে | কোনবিলাকৰ কাৰণে |
| অপাদান | পঞ্চমী | অৰ পৰা | কিহৰ পৰা | কোনবিলাকৰ পৰা |
| সম্বন্ধ পদ | ষষ্ঠী | অৰ | কিহৰ | কোনবিলাকৰ |
| অধিকৰণ | সপ্তমী | অত | কিহত | কোনবিলাকত |

বহুবচনত কিহ্ শব্দটো দুবাৰকৈ ব্যৱহাৰ কৰিলেও হয়। যেনে —কিহত কিহত।

১১) **কোন শব্দ (কি শব্দৰ ব্যক্তিসূচক ৰূপ)**

কৰ্তা বহুবচনত কোন কোন হয়। বাকীবোৰ কাৰকত কি শব্দৰ দৰেই বহুবচন হয়। একবচন কৰ্তাত কোন, কোনে ; কৰ্মত কাক ; কৰণত কাৰে, কাৰ দ্বাৰা ; নিমিত্তত কালৈ, কাৰ কাৰণে ; অপাদানত কাৰ পৰা, সম্বন্ধ পদত কাৰ আৰু অধিকৰণত কাত হয়। বেছি জোৰ বুজাবৰ কাৰণে কোনৰ পৰিবৰ্তে 'কোনো' শব্দৰ প্ৰয়োগ কৰা হয়। কোনো শব্দৰ পৰা 'খেনো' শব্দও গঢ় লৈছে। বিভক্তি প্ৰয়োগৰ নিয়ম তলত দিয়া হৈছে।

১২) **কোনো বা খেনো শব্দ**

| | একবচন | বহুবচন |
|---|---|---|
| কৰ্তা | কোনো, কোনোৱে<br>খেনো, খেনোৱে | কোনোকোনোৱে, খেনোখেনোৱে |
| কৰ্ম | কোনোক, খেনোক | কোনো কোনোক, খেনো খেনোক |
| কৰণ | কোনোৰে, খেনোৰে | কোনো কোনোৰে, খেনো খেনোৰে |
| নিমিত্ত | খেনোলৈ, কোনোলৈ | খেনোখেনোলৈ, কোনোকোনোলৈ |
| অপাদান | খেনোৰপৰা, কাৰো পৰা | খেনোখেনোৰ পৰা, কোনো কোনোৰ পৰা |
| সম্বন্ধ পদ | খেনোৰ, কোনোৰ | খেনোখেনোৰ, কোনোকোনোৰ |
| অধিকৰণ | কোনোত, খেনোত | কোনোকোনোত, খেনোখেনোত |

১৩) ব্যক্তিবাচক 'ই' পুংলিংগ শব্দৰ স্ত্ৰীলিংগ ৰূপ 'এই', ব্যক্তিবাচক 'সি' পুংলিংগ শব্দৰ স্ত্ৰীলিংগ ৰূপ 'তাই', 'ই'ৰ সন্মানসূচক উভয় লিংগ ব্যক্তিবাচক ৰূপ 'এওঁ' হয়। এই বিলাকৰ বিভক্তিযুক্ত ৰূপ, সম্বন্ধীয় উদাহৰণ তলত দিয়া হৈছে।

এই শব্দ (স্ত্রী লিংগ)

| | | | | |
|---|---|---|---|---|
| কৰ্তা | | | এই | এইইঁত |
| ” | প্ৰথমা | এ | ” | এইইঁতে |
| কৰ্ম | দ্বিতীয়া | ক | এইক | এইইঁতক |
| কৰণ | তৃতীয়া | ৰে | এইৰে | এইইঁতেৰে |

১৪) ‘এইটো’ পুংলিংগ আৰু ক্লীবলিংগৰ লগত ব্যৱহাৰ হয়। ‘টো’ ধ্বনি ‘ও স্বৰান্ত’ কাৰণে অন্যান্য ‘ও স্বৰান্ত’ শব্দৰ দৰেই তাৰ ৰূপ হ’ব। একবচন ‘এইটো’, বহুবচনত ‘এইবোৰ’ হয়। এইটো, এইবোৰ ; এইটোৱে, এইবোৰে ; এইটোক, এইবোৰক , এনেধৰণেই ৰূপ হ’ব। স্ত্রীলিংগত ‘এইজনী’ হয়। বহু-বচনত ‘এইকেইজনী’ হয়। এইজনীয়ে-এইকেইজনীয়ে ; এইজনীক-এইকেই-জনীক , এনেধৰণে তাৰ ৰূপ হয়। ‘টো’ ‘টি’ ‘ডাল’ ‘খন’ প্ৰভৃতি নিৰ্দিষ্টবাচক তদ্ধিত প্ৰত্যয় ‘এই’ শব্দত যোগ হ’লে এইটো, এইটি, এইডাল, এইখন প্ৰভৃতি একবচনসূচক শব্দ গঢ় লয়। বহুবচনত টো, টি, ডাল, খন প্ৰভৃতিৰ পৰিবৰ্তে ‘বোৰ’, ‘বিলাক’ আৰু সন্মান অৰ্থত ‘সকল’ প্ৰত্যয় যোগ হয়। সেইবিলাকত বিভক্তি যোগ হোৱাৰ নিয়ম আনবোৰ স্বৰান্ত আৰু ব্যঞ্জনান্ত শব্দৰ লগত মিলে। কেতিয়াবা বিৰক্তিসূচক অৰ্থত ‘খন’ প্ৰত্যয়টো একবচনৰ পৰিবৰ্তে বহুবচনতো হয়। যেনে—এই ল’ৰাখনে মিছাকৈ চিঞৰ-বাখৰ লগাইছে। ‘খনৰ’ আগত ‘কেই’ যোগ দিলে (‘কেইখন’ হ’লে) এই, সেই, যি আৰু কোন শব্দৰ পাছত বহুবচনসূচক হয়। যেনে — কাগজখন. (একবচন) ‘কাগজ কেইখন’ (বহুবচন) ; সেইদৰেই এইখন-‘এইকেইখন’ ; সেইখনক-‘সেইকেইখনক’ ; যিখনেৰে-‘যিকেই-খনেৰে’ ; কোনখনলৈ-‘কোনকেইখনলৈ’ ইত্যাদিও হয়।

১৫) প্ৰশ্নবাচক ‘কি’ শব্দটো ‘কিহ’ হোৱাৰ দৰে ভাৱসূচক ‘যি’ শব্দটো ‘যিহ’ আৰু ‘সি’ শব্দটো ‘তিহ’ হয়। বিভক্তি প্ৰয়োগৰ নিয়মো একেই। যেনে — যিহৰ পৰা, যিবিলাকৰ পৰা ; কিন্তু ‘তিহ’ কেৱল ‘যিহৰ’ পাছতহে বহে আৰু বহুবচনৰ ভাবো প্ৰকাশ কৰে। যেনে —‘যাকে-তাকে’ , ‘যিহকে-তিহকে’ , ‘যাৰে-তাৰে’-‘যিহেৰে-তিহেৰে’ , ‘যালৈ-তালৈ’-‘যিহলৈ-তিহলৈ’ , ‘যাৰ-তাৰ’-‘যিহৰ-তিহৰ’ ; ‘য’তে-ত’তে’-‘যিহতে-তিহতে’ ।

১৬) ‘ই’, ‘সি’, ‘যি’, ‘কি’ এই শব্দকেইটাৰে সকলো কাৰকত প্ৰয়োগ নোহোৱা বিশেষ ৰূপো আছে। সেইবোৰ ‘স্থান’ ‘কাল’ ‘প্ৰকাৰ’ ‘পৰিমাণ’ প্ৰভৃতি সুকীয়া সুকীয়া অৰ্থত ব্যৱহাৰ হয়। উদাহৰণ তলত দিয়া হৈছে।

‘ই’ শব্দ বিশেষণ হ’লে ‘এনেকুৱা’ , ‘প্ৰকাৰে’ বুজালে এইদৰে, ‘এনেকৈ’, ‘এনেদৰে’ প্ৰভৃতি হয়। সন্মানসূচক ব্যক্তি বুজালে ‘ই’ শব্দ ‘এখেত’ হয়। ভকতীয়া ভাষাত স্থানবাচক যেন লগা ‘এই ঠাইত’ হয়। ই, সি, যি আৰু কি শব্দৰ সুকীয়া সুকীয়া ভাবসূচক ৰূপবোৰ তলত দিয়া হৈছে।

| ভাৱৰ শ্ৰেণী | মূল শব্দ | কাৰক আৰু ৰূপ | | | |
|---|---|---|---|---|---|
| | | নিমিত্ত —ইয়ালৈ | অপাদান —ইয়াৰপৰা | অধিকৰণ —ইয়াত | সম্বন্ধ পদ —ইয়াৰ |
| স্থানবাচক | ই (এইঠাই) | | | | |
| ,, | সি (সেইঠাই) | ,, তালৈ | ,, তাৰ পৰা | ,, তাত | ,, তাৰ |
| ,, | যি (যিঠাই) | ,, য'লৈ | ,, য'ৰ পৰা | ,, য'ত | ,, যাৰ |
| ,, | কি (কোনঠাই) | ,, ক'লৈ | ,, ক'ৰ পৰা | ,, ক'ত | ,, ক'ৰ |
| কালবাচক | ই (এই সময়) | ,, এতিয়ালৈ | ,, এতিয়াৰ পৰা | ,, এতিয়া | ,, এতিয়াৰ |
| ,, | সি (সেই সময়) | ,, তেতিয়ালৈ | ,, তেতিয়াৰ পৰা | ,, তেতিয়া | ,, তেতিয়াৰ |
| ,, | যি (যি সময়) | ,, যেতিয়ালৈ | ,, যেতিয়াৰ পৰা | ,, যেতিয়া | ,, যেতিয়াৰ |
| ,, | কি (কোন সময়) | ,, কেতিয়ালৈ | ,, কেতিয়াৰ পৰা | ,, কেতিয়া | ,, কেতিয়াৰ |
| পৰিমাণ | ই (ইমান) | ,, ইমানলৈ | ,, ইমানৰ পৰা | ,, ইমানত | ,, ইমানৰ |

পৰিমাণ বুজোৱা ইমান (এই+মান); সিমান (সেই+মান), তিমান; কিমান (কেই+মান), যিমান (যেই+মান) প্ৰভৃতি শব্দৰ ৰূপ সকলো বিভক্তিতে হয়। বহুবচনত বিলাক বা বোৰৰ লগত বিভক্তি যোগ হয়। যেনে —প্ৰথমা :—ইমানে, ইমানবোৰে ; ইমানক, ইমানবোৰক ; যিমানে, যিমানবোৰে ইত্যাদি।

মূল শব্দৰ দৰে থকা 'এই ঠাই', 'সেই ঠাই', 'এই সময়', 'সেই সময়' প্ৰভৃতি শব্দবোৰ কৰ্তা ৰূপতো ব্যৱহাৰ হ'ব পাৰে। তেতিয়া সেই শব্দটোৰ লগত 'খন', 'ডোখৰ', 'ছোৱা' প্ৰভৃতি শব্দ সাধাৰণতে যোগ কৰা হয়। যেনে — এই ঠাইখন বহুত আগ বাঢ়িল। আজি-কালি কোন ঠাই পাছপৰি আছে? সেই ঠাইডোখৰ এতিয়া নাই। মন কৰিব লগীয়া যে — এই বাক্যবোৰত থকা এই, কোন, সেই প্ৰভৃতি শব্দবোৰ বিশেষণ হৈ বহিছে। 'ইমান' শব্দৰ দৰেই, 'যিমান' 'সিমান' / 'তিমান' আৰু 'কিমান' শব্দও পৰিমাণবাচক বিশেষণ। বিশেষ্যৰ আগত বিশেষণৰ দৰে বহিলে এই শব্দবোৰ বিভক্তিযুক্ত নহয়। বিশেষ্যটো লুকাই থাকিলে এইবোৰ শব্দ বিভক্তিযুক্ত হৈ বিশেষ্য পদৰ দৰে ৰূপ লয়। কিন্তু স্থান কাল আদিৰ নাম নথকা বাবে প্ৰকৃততে 'বিশেষণ সৰ্বনাম' ৰূপেহে বাক্যত ব্যৱহৃত হয়। এই বিশেষণ সৰ্বনামবোৰ কৰ্ম আৰু কৰণ কাৰকতো বিভক্তিযুক্ত হৈ বহে। যেনে — ইমানক, ইমানেৰে ; সিমান বা তিমান, সিমানক, সিমানেৰে সিমানলৈ, সিমানৰ পৰা, সিমানৰ, সিমানত ; কিমান, কিমানক, কিমানেৰে, কিমানলৈ, কিমানৰ পৰা, কিমানৰ, কিমানত ; যিমান, যিমানক, যিমানেৰে, প্ৰভৃতিও একেদৰেই বিভক্তিযুক্ত হয়।

১৭) 'প্ৰকাৰবাচক হ'লে 'ই' শব্দটো 'এইদৰে' 'এনেকৈ' ; 'যি' শব্দটো 'যি দৰে', 'যেনেকৈ', 'সি' শব্দটো 'সেইদৰে', 'তেনেকৈ' আৰু 'কি' শব্দটো 'কোনদৰে', 'কেনেকৈ' হয়। এইবোৰ শব্দ বিভক্তিযুক্ত নহয় আৰু বাক্যত 'ক্ৰিয়া-বিশেষণ' ৰূপে প্ৰয়োগ কৰা হয়। সাহিত্যিক ভাষাত ব্যৱহাৰ নহ'লেও ভাষাৰ নিয়মৰ ক্ষেত্ৰত সংগতিপূৰ্ণ কিছুমান ৰূপ নামনি অসমৰ কথিত ভাষাত দেখা যায়। যেনে — 'তেনেকৈ', 'সেনেকৈ' ; 'যিৱনে', 'যোনে ; 'তেওঁলোকে' 'তাহোঁনে'। যোনে > 'জোনে' আৰু 'তাহোঁনে' যথাক্ৰমে হিন্দীৰ 'জিন্ হোনে' আৰু 'উন্ হোনে'ৰ সমাৰ্থক। এইদৰে কিছুমান শব্দৰ আঁতি-গুৰি আৰু সাদৃশ্য বিচাৰি গ'লে পুৰণি অসমীয়া আৰু প্ৰাক্‌কালীন মাগধি অপভ্ৰংশ, প্ৰাকৃত তথা সংস্কৃতৰ ওচৰ চাপিব লাগিব। এই শ্ৰেণীৰ বহল আলোচনা ভাষা তত্ত্বহে বিষয়। ব্যাকৰণত এই সম্পৰ্কীয় সামান্য দিগ্‌দৰ্শনহে কৰিব পাৰি।

১৮) সম্ভৱতঃ তেওঁ আৰু 'সি' বুজোৱা শব্দৰ সামান্য পৰিৱৰ্তিত ৰূপ 'সেই', 'সো আৰু সোৱা' শব্দটো কিছুপৰিমাণে নিৰ্দিষ্টবাচক হৈ পৰিছে। 'সো' শব্দৰ লগত 'ৱা'টো কেৱল নিৰ্দিষ্টবাচক প্ৰত্যয় ৰূপে বহে। সেই আৰু 'সো' শব্দৰ লগত একবচনত ৱা, টো, জন (স্ত্ৰীলিংগ — জনী), টি, ডাল আদি তদ্ধিত প্ৰত্যয়ো যোগ হ'ব পাৰে। বহুবচনত বোৰ, বিলাক আৰু সকল প্ৰত্যয় যোগ হয়। এই বিলাকৰ বিভক্তি যোগ হোৱাৰ নিয়ম তলত দিয়া হৈছে।

| | | |
|---|---|---|
| কৰ্তা | সেই, সেয়া, সেইটো, সৌটো, সেইজন | সেইবোৰ/বিলাক/সকল |
| ,, | সেইটোৱে, সৌটোৱে, সেইজনে | সেইবোৰে/বিলাকে/সকলে |
| কৰ্ম | সেইটোক, সেইজনক | সেইবোৰক/বিলাকক/সকলক |
| কৰণ | সেইটোৰে/জনেৰে; সেয়াৰে | সেইবোৰেৰে/বিলাকেৰে/সকলেৰে |

এইদৰে আনবোৰ কাৰকতো হয়। 'সি' শব্দৰ পৰা হোৱা, সেই, সেইটো, সেইজন আৰু সেয়া শব্দৰ দৰে ই শব্দৰ পৰা 'এই' 'এয়া', 'এইটো' 'এইজন' প্ৰভৃতি শব্দও হয়। শব্দ দুটাৰ প্ৰথম বৰ্ণ 'সে' আৰু 'এ'ৰ বাহিৰে ধ্বনিগত অন্য পাৰ্থক্য নাই; কিন্তু সি শব্দৰ পৰা হোৱা সৌ আৰু সৌৱাৰ পৰিবৰ্তে ঐ আৰু ঐৱা ৰূপ 'ই' শব্দৰ পৰা নহয়। বংগ ভাষাত 'ঐ' (ঔৰ ঠাইত) হয়। বংগীয় প্ৰভাৱত অসমীয়া ভাষাৰ মাজতো 'ঐ'ৰ প্ৰচলন কিছুমান ক্ষেত্ৰত এতিয়াও দেখা যায়। দূৰ বুজোৱা সৌ আৰু সেই শব্দৰ বিপৰীতে ওচৰ বুজাবলৈ 'এই' শব্দৰ প্ৰয়োগ কৰা হয়।

১৯) 'ই' আৰু 'সি' শব্দ স্ত্ৰীলিংগ হ'লে যথাক্ৰমে 'এই' আৰু 'তাই' হয়। এই দুয়োটা শব্দৰ পাছতে একবচনত বিভক্তি বহে। যেনে—'এইক', 'এইৰে', 'এইলৈ' আদি। স্ত্ৰীবাচক জনী শব্দও এইৰ পাছত থাকিব পাৰে। তেতিয়া এইজনীয়ে (প্ৰথমা) এইজনীক, এইজনীৰে আদি হয়; কিন্তু তাই শব্দৰ পাছত জনী যোগ নহয়। 'জনী' যোগ দিবলগীয়া হ'লে তাইৰ পৰিবৰ্তে 'সি' শব্দৰ ৰূপ 'সেই' হয়। যেনে—সেইজনী, সেইজনীয়ে, সেইজনীক প্ৰভৃতি। বহুবচনৰ প্ৰয়োগত জনীৰ আগত 'কেই' যোগ হয়। সেইজনীয়ে, সেইকেইজনীক, সেইকেইজনীৰে; এইকেইজনী, এইকেইজনীয়ে, এইকেইজনীক আদি; কিন্তু 'তাই' শব্দৰ বহুবচন ৰূপত 'হঁত' প্ৰত্যয়ৰ লগতহে বিভক্তি যোগ হয়। যেনে—তাইহঁত, তাইহঁতে, তাইহঁতক ইত্যাদি। 'ই' আৰু 'এই' ওচৰত থকা বস্তু বুজাবলৈ ব্যৱহাৰ কৰা হয়; কিন্তু ওচৰত থকাকো দুটা শ্ৰেণীত বিভক্ত কৰা হয়। যেনে—'এইটো' খোৱাঁ, 'ইটো' লোৱাঁ, সিটোৰ দৰকাৰ নাই। 'ইটো' শব্দৰ ভাব 'অনাৰ' পৰা হোৱা 'আন' শব্দৰ নিচিনা। অন্য+টো=আনটো > ইটো। এইটো আৰু সেইটো শব্দৰ জুৰীয়া প্ৰয়োগ হ'লে 'ইটো-সিটো' হোৱা দেখা যায়। এইটি-সেইটি, এয়া-সেয়া, কোনা (কি > কোন > কোনা) ? শব্দৰ মূল যথাক্ৰমে 'ই', 'সি' আৰু 'কি'।

২০) সংস্কৃত ভাষাত ওচৰত থকা বস্তু বুজাবলৈ 'ইদম্' আৰু 'এতদ্' দুটা শব্দৰ ব্যৱহাৰ হয়। এতদৰ ক্লীৱ লিংগ একবচন 'এতৎ' হয়। পুংলিংগ একবচনত 'এষঃ' হয়। ইদম্ শব্দ পুংলিংগৰ একবচনত 'অয়ম্', স্ত্ৰীলিংগত 'ইয়ম্' আৰু ক্লীৱ লিংগত 'ইদং' হয়। এতদ্ শব্দটোৰ পুংলিংগ একবচনৰ 'এষঃ' যথাক্ৰমে 'এহ' > 'এহি' > 'এই' হ'ব পাৰে।

পুৰণি অসমীয়াত এই বুজোৱা শব্দ 'এহি' পোৱা যায়। অপভ্ৰংশত 'এহ' ৰূপ লোৱা এষঃটোৱেই হিন্দীত 'যহ' হৈছে। এতৎ শব্দটো অপভ্ৰংশত 'এহো' হৈছে। ব্ৰজাৱলী আৰু অপভ্ৰংশজনিত অন্যান্য বহুত লোকভাষাত 'এহো' আৰু 'এহু' দুয়োটা ৰূপ পোৱা যায়। এই দুটা শব্দৰ ভাব 'এই' বা 'এইটো'। 'ই' শব্দৰ সম্বন্ধ 'ইদম্' শব্দৰ লগত থাকিব পাৰে ; কিন্তু 'এষঃ' > 'এস' > 'ইস' > 'ই' হোৱাৰো সম্ভাৱনা অস্বীকাৰ কৰিব নোৱাৰি। কুমাউঁৰ ভাষাত 'এস' শব্দটো এই' বা 'ই' অৰ্থত আজিকালিও ব্যৱহাৰ হয়। পুৰণি অসমীয়াতো 'ই' বুজাবৰ কাৰণে 'ইস' আৰু 'কি' বুজাবৰ কাৰণে 'কিস'ৰ প্ৰযোগ হৈছিল। যেনে :— ডেকা ভাই 'কিসক' হৰিষ তোৰ ? (কিসক=কিহৰ)।

সংস্কৃত ভাষাৰ 'অব্যয়' শব্দ 'ইহ' আৰু 'ইত্থম্' দুয়োটা প্ৰাকৃত আৰু অপভ্ৰংশ ভাষাত সৰ্বনাম শব্দৰ দৰে 'স্থানবাচক' আৰু 'কালবাচক' উভয় অৰ্থত ব্যৱহাৰ হৈছিল। অপভ্ৰংশৰ পৰা ব্ৰজাৱলীত 'এই' সৰ্বনামৰ অৰ্থত 'ইহা' শব্দৰ প্ৰয়োগ হোৱা দেখা যায়। এই 'ইহা' শব্দৰ মূল সংস্কৃতৰ 'ইহ' হোৱাই সম্ভৱ। সংস্কৃত 'তদ্' শব্দৰ কৰ্তা একবচন 'সঃ' মহাৰাষ্ট্ৰী আৰু শৌৰসেনী প্ৰাকৃতত 'সো' হ'ল। তাৰ অৰ্ধমাগধী ৰূপ 'সে' অপভ্ৰংশত 'সো' আৰু 'সু' পোৱা যায়।

পুৰণি আৰু নতুন অসমীয়াত প্ৰচলিত 'সোহি', 'সোই' আৰু 'সেই' শব্দৰ মূল প্ৰাকৃত তথা অপভ্ৰংশৰ 'সো আৰু 'সে' হ'ব পাৰে। 'যি' বুজোৱা সংস্কৃত শব্দ 'যদ্' পুংলিংগ একবচনত 'যঃ' >'যো' অপভ্ৰংশ আৰু ব্ৰজাবলীত 'যো', 'যে' আৰু 'যা' হ'ল। ব্ৰজভাষা, অৱধী আদি মধ্যকালীন উত্তৰ ভাৰতীয় ভাষাতো বিভক্তি-যুক্ত অৱস্থাত 'যো' >'যা' হয়। অসমীয়াত 'যি' >'যা' হয়।

প্ৰশ্নবাচক সংস্কৃত কিম্ শব্দটো প্ৰথমা একবচনত কঃ>কো হয়। অপভ্ৰংশ ভাষাত কো>কৱণ হ'ল। হিন্দী অসমীয়া প্ৰভৃতি মধ্যকালীন সাহিত্যিক ভাষাত কৱণৰ পৰা কৌন, কোন প্ৰভৃতি শব্দ গঢ় ল'লে। প্ৰাকৃতত প্ৰচলিত অধিকৰণ কাৰকৰ কত্থ নেপালীত ক'তি আৰু অসমীয়াৰ কৈত>ক'ত একে পৰম্পৰাৰ শব্দ। সংস্কৃতৰ আত্মন্ শব্দৰ পৰা গঢ় লোৱা শৌৰসেনী আৰু মাগধী প্ৰাকৃতৰ সম্বন্ধ পদ অপ্পণো অপভ্ৰংশৰ কৰ্মপদত অপ্পণু হৈছে। হিন্দীৰ অপনা আৰু অসমীয়াৰ আপোন, আপুনি শব্দ এই পৰম্পৰাত গঢ় লৈছে।

সদা, সৰ্বদা, অধুনা, যদা, তদা, কদা প্ৰভৃতি সময়বাচক সংস্কৃত শব্দ লিখিত অসমীয়া ভাষাৰ কোনো কোনো ক্ষেত্ৰত ব্যৱহাৰ হয়। সেইবাবে সদাই, এতিয়া, যেতিয়া, তেতিয়া, কেতিয়া শব্দৰ লগত সেই শব্দবোৰৰ সম্বন্ধ স্থাপন

কৰিব পাৰি ; কিন্তু এই সম্বন্ধ পোনপটীয়া নহয়। দুয়োটা স্তৰৰ মাজত প্ৰাকৃত আৰু অপভ্ৰংশৰ দুটা সুকীয়া স্তৰ আছে। অত্ৰ, যত্ৰ, তত্ৰ আৰু কুত্ৰ এই স্থান-বাচক সংস্কৃত শব্দকেইটাৰ লগত এ'ত, য'ত, ত'ত আৰু ক'ত শব্দৰ ধ্বনি সাদৃশ্যয়ো ওচৰ সম্পৰ্কৰ পৰিচয় দিয়ে। যেতিয়া, তেতিয়া আদি ওপৰত দিয়া সময়বাচক শব্দৰ মূল সংস্কৃত শব্দ যদা, তদা, কদা, সদা, সৰ্বদা আৰু অধুনা ‘আম্বৰান্ত অধিকৰণ কাৰক’ৰ শব্দ। অসমীয়া ভাষাৰ যেতিয়া, তেতিয়া, কেতিয়া আৰু এতিয়া শব্দও ‘আকাৰান্ত অধিকৰণ’ কাৰকৰ শব্দ। অসমীয়া ভাষাৰ সপ্তমী বিভক্তিৰ ‘আ’ চিনটো যে সংস্কৃতৰ পৰা আহিছে, সেই কথাও ইয়াৰ পৰা বুজিব পাৰি। মন কৰিবলগীয়া যে — এতিয়া কেতিয়া প্ৰভৃতি শব্দবোৰৰ বিভক্তিৰহিত ৰূপ নাই। দেখাত মূল শব্দ যেন লাগিলেও প্ৰকৃততে এইবোৰ সপ্তমী বিভক্তি-যুক্ত অধিকৰণ কাৰকৰ শব্দ। প্ৰথমা, দ্বিতীয়া আৰু তৃতীয়া বিভক্তি ইহঁতৰ লগত যোগ নহয়; কিন্তু চতুৰ্থী, পঞ্চমী আৰু ষষ্ঠী বিভক্তিৰ চিন এই শব্দবোৰৰ লগত যোগ হ'ব পাৰে। যেনে —এতিয়ালৈকে, এতিয়াৰ পৰা, কেতিয়াৰ কথা ইত্যাদি। এনে অৱস্থাত এইবোৰ মূল শব্দ যেন হৈ পৰে।

অনুশীলনী —১৫

১। স্বৰান্ত আৰু ব্যঞ্জনান্ত শব্দৰ পাছত বিভক্তি যোগ দিয়া নিয়মবোৰৰ মাজত থকা পাৰ্থক্যবোৰ কেনে ধৰণৰ উদাহৰণ দি বুজাই লিখা।

২। • বিভক্তি যোগ দিওঁতে হোৱা ধ্বনিৰ আগম সম্বন্ধে বহলাই লিখা।

৩। যুগ্ম, অযুগ্ম তথা মূল আৰু পৰাশ্ৰিত বিভক্তিৰ স্বৰূপ সম্বন্ধে উদাহৰণ দি আলোচনা কৰা।

৪। একেটা বিভক্তি চিনেই সুকীয়া সুকীয়া কাৰকত ব্যৱহাৰ হ'লে, কোন বিভক্তি বা কোন কাৰক বিচাৰি উলিওৱাৰ উপায় কি বিচাৰ কৰা।

৫। ওচৰত থকা বস্তু আৰু আঁতৰত থকা বস্তু বুজোৱা সৰ্বনাম শব্দবোৰ বিভক্তিযুক্ত হওঁতে কি কি সুকীয়া ৰূপ লয়, সেইবোৰ শ্ৰেণী বিভাগ কৰি দেখুৱাই দিয়া।

৬। সংস্কৃত ভাষাৰ সৰ্বনাম শব্দৰ পৰা অসমীয়া ভাষাৰ সৰ্বনাম শব্দলৈ হোৱা ৰূপান্তৰ সম্বন্ধে দুটামান উদাহৰণ দাঙি ধৰা।

৭। তদ্ধিত প্ৰত্যয়ান্ত সৰ্বনাম শব্দত নামবিভক্তি যোগ দিয়াৰ কেইটামান নিয়ম উদাহৰণসহ লিখা।

৮। যেই সেই এটা পৰিমাণবাচক শব্দ সকলো কাৰকত লিখা।

৯। কালবাচক সৰ্বনাম শব্দ এটাৰ বিভক্তিযুক্ত ৰূপ নিমিত্ত কাৰক, অপাদান কাৰক, আৰু সম্বন্ধ পদত লিখা।

১১। **ধাতুশব্দৰ ৰূপান্তৰ**—বাক্যত থকা যিটো পদে কাম কৰা বা হোৱা অৰ্থ প্ৰকাশ কৰে, সেই পদক ক্ৰিয়াপদ বোলে। ক্ৰিয়া পদত বিভক্তি থাকে। বিভক্তিৰ সহায়েৰেহে ক্ৰিয়াৰ সময় আৰু কৰ্তাৰ বিষয়ে জানিব পাৰি। পুৰুষ আৰু কাল ক্ৰিয়াৰ দুটা প্ৰধান দিশ। কৰ্তাটো পুৰুষবাচক শব্দ। পুৰুষ বা কৰ্তা আৰু কালৰ পাৰ্থক্য দেখুৱাই বিভক্তিৰ সহায়েৰে ক্ৰিয়াপদ গঢ় দিবলৈ কাল আৰু কৰ্তাৰ প্ৰভাৱ নথকা যিটো শব্দৰ সহায় লোৱা হয়, তাকে ধাতু শব্দ বোলে। চমু কথাত ক'বলৈ হ'লে ক্ৰিয়াৰ মূল ৰূপ বিভক্তিৰহিত শব্দটোকে ধাতু শব্দ বোলা হয়। ধাতু শব্দৰ লগত যোগ হৈ যি শ্ৰেণীৰ বিভক্তিয়ে ক্ৰিয়াপদ গঢ় দিয়ে, সেই শ্ৰেণীৰ বিভক্তিকে ক্ৰিয়া-বিভক্তি বা ধাতু-বিভক্তি বোলে। ধাতু শব্দৰ শ্ৰেণী অনুসৰি ক্ৰিয়াৰো শ্ৰেণী বিভাজন কৰা হয়। তলত বিভিন্ন দিশত ধাতুৰ শ্ৰেণী-বিভাজন সম্বন্ধে আলোচনা কৰা হৈছে।

ক) **ব্যুৎপত্তি বা পৰম্পৰা ভিত্তিক শ্ৰেণী-বিভাজন**—১) সংস্কৃত 'তৎসম-ধাতু', ২) সংস্কৃত মূলৰ 'তদ্ভৱ ধাতু', ৩) দেশী বা 'খলুৱা ধাতু', ৪) অনুকৰণ প্ৰধান বা 'অনুকাৰ ধাতু'। এই কেউবিধ ধাতুৰ ভিতৰত সংস্কৃত মূলৰ তদ্ভৱ ধাতুৰ ব্যৱহাৰেই অসমীয়া ভাষাত বেছি। তৎসম ধাতুসমূহো অসমীয়া ধাতু বিভক্তিৰ সংযোগত তদ্ভৱ ধাতুৰ নিচিনা হৈ পৰে। মৃ, খাদ, কৃ প্ৰভৃতি সংস্কৃত ধাতু শব্দই অসমীয়া ভাষাত মৰ্, খা, কৰ্ আদি তদ্ভৱ ৰূপ লৈছে। ভজ্, লিখ্ যা প্ৰভৃতি ধাতু শব্দবোৰ তৎসম ৰূপতে ব্যৱহাৰ কৰিলেও সিহঁতৰ পৰা হোৱা ক্ৰিয়াবোৰ তদ্ভৱ ধাতুৰ পৰা হোৱা ক্ৰিয়াৰ নিচিনা হয়। যেনে—ভজ্ + ইছে=ভজিছে, মৃ > মৰ্ + ইছে=মৰিছে, লিখ্ + ইব=লিখিব, কৃ > কৰ্ + ইব=কৰিব; যা + য় = যায়, খাদ্ > খা + য় = খায়। খচক, খেকেচ্, গোলক, চেলেক প্ৰভৃতি ধাতু শব্দ স্থানীয় বা দেশী শব্দ। খচকিছে বা গচকিছে, খেকেছে, গোলকে, চেলেকিব প্ৰভৃতি দেশী বা খলুৱা ধাতুৰ পৰা হোৱা ক্ৰিয়াপদ। হো-হোৱাইছে, টিংটিঙালে, ফুচ্‌ফুচালে প্ৰভৃতি ক্ৰিয়াপদবোৰ ক্ৰমে হো-হো, টিং-টিং আৰু ফুচ্‌ফুচ অনুকাৰ শব্দৰ পৰা হৈছে। গতিকে এইবোৰক অনুকাৰ ধাতু বুলিব পাৰি।

খ) গঠনৰ দৃষ্টিত ধাতুৰ শ্ৰেণীবিভাগ তলত দিয়া ধৰণে কৰিব পাৰি।



এই সকলো শ্ৰেণীৰ ধাতু শব্দত বিভক্তি যোগ কৰা সম্বন্ধীয় বিচাৰ সুকীয়া সুকীয়াকৈ কৰা হৈছে; কিন্তু বচন আৰু কালসম্বন্ধীয় বিচাৰ আগতে কৰা নহ'লে ক্ৰিয়া সম্বন্ধীয় বিচাৰ কৰিব পৰা নাযায়। সেইবাবে আগতে বচন আৰু কালৰ বিষয়ে আলোচনা কৰা হৈছে।

১২। **বচন**—সংস্কৃত ভাষাত কাল, পুৰুষ আৰু বচন এই তিনিওটা কথালৈ চকু ৰাখিহে ধাতু শব্দত বিভক্তি যোগ দি ক্ৰিয়া পদ গঢ় দিয়া হয়। অসমীয়া ভাষাত একবচন আৰু বহুবচনৰ মাজত বিভক্তি-চিনৰ পাৰ্থক্য নাই। বহুবচনৰ ক্ৰিয়া বুজাবৰ কাৰণে কোনো কোনো সময়ত একবচনৰ ক্ৰিয়াৰ পাছত 'হঁক' বিভক্তি যোগ দিয়া হয়। এনে প্ৰয়োগো বৰ কম আৰু 'হঁক' যোগ নিদিলেও ভুল বুলি ধৰা নহয়। সেইবাবে কৰ্তাৰ বচনেই ক্ৰিয়াৰ বচন বুলি ধৰিব পাৰি। সৰ্বনাম শব্দৰ প্ৰসংগত পুৰুষ-সম্বন্ধে আলোচনা কৰা হৈছে। ধাতুত বিভক্তি প্ৰয়োগ কৰিবৰ কাৰণে কাল স ন্ধে কৰিবলগীয়া বিচাৰ পুৰুষ সম্বন্ধীয় বিচাৰৰ দৰেই গুৰুত্বপূৰ্ণ।

১৩। **কাল**—ক্ৰিয়াপদৰ লগত জড়িত হৈ থকা সময়সম্বন্ধীয় ধাৰণাটোকে ব্যাকৰণত কাল বুলি কোৱা হয়। ক্ৰিয়াহীন কালৰ কোনো অস্তিত্ব নাই। সেইবাবে ক্ৰিয়াৰ শ্ৰেণী আৰু লক্ষণৰ ওপৰত নিৰ্ভৰ কৰিহে কালৰ শ্ৰেণী আৰু লক্ষণ নিৰ্ণয় কৰিব পাৰি। অসমীয়া ভাষাত ক্ৰিয়া পদৰ কাল সম্বন্ধীয় বিচাৰ দুটা ধৰণে কৰিব পাৰি। সিহঁতৰ এটা ক্ৰিয়া পদত থকা বিভক্তিচিনৰ ভিত্তিত কৰা বিচাৰ আৰু আনটো ভাব অনুসৰি কৰা বিচাৰ।

## ক) বিভক্তি-চিনৰ আধাৰত কালৰ শ্ৰেণী বিভাগ



বুজিবৰ সুবিধাৰ কাৰণে কৰ্ আৰু হ ধাতুৰ উদাহৰণ তলত দিয়া হৈছে। (বিভক্তি চিন ডাঙৰ আখৰত দিয়া হৈছে)

| কৰ্তা পদ | পূৰ্ণ ভূত | সামান্য ভূত | নিত্য বৰ্তমান | সামান্য বৰ্তমান | ভৱিষ্যৎ |
|---|---|---|---|---|---|
| **প্ৰথম পুৰুষ** মই / আমি | **ইছিলোঁ** কৰিছিলোঁ, হৈছিলোঁ | **ইলোঁ** কৰিলোঁ, হ'লো | **ওঁ** কৰোঁ, হওঁ | **ইছোঁ** কৰিছোঁ, হৈছোঁ | **ইম** কৰিম, হ'ম |
| **দ্বিতীয় পুৰুষ** তুমি / তোমালোক | **ইছিলা** কৰিছিলা, হৈছিলা | **ইলা** কৰিলা, হ'লা | **আ** কৰা, হোৱা | **ইছা** কৰিছা, হৈছা | **ইবা** কৰিবা, হ'বা |
| তই / তহঁত | **ইছিলি** কৰিছিলি, হৈছিলি | **ইলি** কৰিলি, হ'লি | **অ** কৰ, হৰ | **ইছ** কৰিছ, হৈছ | **ইবি** কৰিবি, হ'বি |
| আপুনি/আপোনা-লোক | **ইছিল, ইছিলে** কৰিছিলে, কৰিছিল হৈছিলে, হৈছিল | **ইলে, ইল, ল** কৰিলে, হ'ল | **এ, য়** কৰে, হয় | **ইছে** কৰিছে, হৈছে | **ইব, ব** কৰিব, হ'ব |
| **তৃতীয় পুৰুষ** ই / সি / তেওঁ আৰু অন্যান্য সংজ্ঞা শব্দ | **ইছিল, ইছিলে** কৰিছিল, হৈছিল কৰিছিলে, হৈছিলে | **ইল, ইলে, ল** কৰিলে, হ'ল | **এ, য়, ই** কৰে, হয় | **ইছে** কৰিছে, হৈছে | **ইব, ব** কৰিব, হ'ব |

খ) ভাৱ অনুসৰি ক্রিয়াৰ কালক চাৰিটা প্রধান ভাগত ভগাব পাৰি। ১) অবিৰতভূত, অবিৰতবর্তমান আৰু অবিৰত ভবিষ্যৎ কাল ২) অনিয়মিত ভূত, অনিয়মিত বর্তমান আৰু অনিয়মিত ভবিষ্যৎ ৩) ভাৱপ্রধান উপবাক্যৰ ওপৰত নির্ভৰশীল অপূর্ণভূত আৰু সম্ভাব্যভূত ৪) অনুজ্ঞা আৰু আশীর্বাদ বিষয়ক ব্যৱস্থাসূচক কাল। এই কেইশ্রেণীৰ কালৰ বিষয়ে তলত আলোচনা কৰা হৈছে।

১) ভাৱপ্রধান শব্দাশ্রিত তিনিওটা কালতে দুটা দুটা ধাতু শব্দৰ সহায়েৰে এটা কালৰ ক্রিয়া গঢ় দিয়া হয়। যেনে—কৰি আছিলোঁ, কৰি আছোঁ, গৈ থাকিম। পঢ়ি থাকোঁ, বহি থাকিলা, লিখি থাকিব, ইত্যাদি। এই প্রতিটো ক্রিয়াতে কৰ+আছ্; গম+থাক্; পঢ়্+থাক্, বহ্+থাক্ লিখ্+থাক্ ধাতু আছে। ইয়াৰ প্রথমটো ধাতুত কামটো 'একেবাহে' বুজাবৰ কাৰণে 'ই' বিভক্তি যোগ দিয়া হৈছে। বাক্য অসমাপ্ত বুজাবৰ কাৰণে ধাতুৰ লগত যোগ দিয়া 'ই' বিভক্তিতকৈ (অসমাপিকা ক্রিয়াৰ 'ই'তকৈ) এইটো 'ই' বিভক্তিৰ ব্যৱহাৰে সুকীয়া অর্থপ্রকাশ কৰে। ল'ৰাটোৱে ইয়াত কাম 'কৰিব' আৰু 'থাকিব' বুলি নকৈ ল'ৰাটোৱে ইয়াত কাম কৰি থাকিব বুলি ক'ব পাৰি। তেতিয়া এবাৰ কাম কৰাৰ পাছত ল'ৰাটো থাকিব এনে ভাব প্রকাশ পালে 'কৰি'টো এটা অসমাপ্তসূচক বা অসমাপিকা ক্রিয়া হ'ব; কিন্তু ল'ৰাটোৱে 'সদাই কাম কৰিব' এনে অর্থ প্রকাশ কৰিলে 'কৰি' অংশটোৱে 'একেবাহে' অর্থহে বুজাব, কৰাৰ পাছতো গুচি নাযায়—এনে এটা ভাবকে প্রকাশ নকৰে। এইদৰে 'একেবাহে' বা বিৰত নোহোৱাকৈ কোনো ক্রিয়া হোৱা অর্থত প্রথমটো ধাতু শব্দত তিনিওটা কালতহে 'ই' বিভক্তি যোগ হয়। এনে ধৰণৰ অবিৰত ক্রিয়াসূচক কালক 'অবিৰত কাল' (Continuous Tense) বোলা হৈছে। এই কাল বুজাবৰ কাৰণে অবিৰত ভাৱসূচক শব্দৰ আশ্রয় লোৱা হয়। প্রথমটো ধাতুত 'ই' বিভক্তি যোগ হোৱা শব্দটো 'অবিৰত ভাৱসূচক শব্দ'। মন কৰিবলগীয়া যে—এটা বাক্যত থকা 'মূল ক্রিয়া' আৰু 'অসমাপ্তিসূচক' ক্রিয়াৰ সমান একেটা নহয়। অসমাপ্তিসূচক ক্রিয়াৰ পাছৰ সময়তহে মূল বা থাই ক্রিয়া হয়; কিন্তু 'অবিৰত ক্রিয়াত দুয়োটা ধাতুৰে ক্রিয়াৰ সময় এটা'। অবিৰত ক্রিয়াটোৰ প্রথম অংশ (প্রথমটো ধাতুৰ পৰা হোৱা ক্রিয়া অংশ) শেষৰ বা প্রধান ক্রিয়াৰ বিশেষণ যেনো হয়। গতিকে এই ক্রিয়াৰ প্রথম অংশটোক 'ক্রিয়া বিশেষণ' বুলিও ধৰিব পাৰি। যেনে—তেওঁ শুনি থাকে। ইয়াত 'শুনি' অংশটো 'থাকে' ক্রিয়াৰ বিশেষণ; কিন্তু 'শুনি থাকে' দুয়োটাকে সামৰি এটা ভাবত ল'লে 'অবিৰত ক্রিয়া' হয়।

২) এটা কালৰ বিভক্তি-চিন অন্য এটা কালত ব্যৱহাৰ হোৱাটোকে ক্রিয়াৰ ক্ষেত্রত কালৰ অনিয়ম বোলা হৈছে। যেনে—সই এইখন কিতাপ আগতে

পঢ়িছোঁ। ৰামায়ণ বাল্মীকিয়ে ৰচনা কৰিছে। বিভীষণৰ সহায়ত ৰামচন্দ্ৰই ৰাৱণক বধ কৰে আৰু সীতাক উদ্ধাৰ কৰে। এই বাক্যবোৰত যথাক্ৰমে 'পঢ়িছোঁ', 'কৰিছে' আৰু 'কৰে' ক্ৰিয়া সামান্য বৰ্তমান আৰু নিত্য বৰ্তমান কালৰ বিভক্তি চিন-যুক্ত হ'লেও ভাবৰ দৃষ্টিত বা প্ৰকৃত অৰ্থত 'অতীত' কালতহে আছে। এইদৰে কেতিয়াবা 'ভবিষ্যৎ' কালৰ ভাব প্ৰকাশ কৰোঁতেও ক্ৰিয়াত অতীত কালৰ বিভক্তি চিন বহে। যেনে —এইবাৰ তই 'মৰিলি', কোনে ৰক্ষা কৰিব ? তাক যি বিশ্বাস 'কৰে', সি 'মৰিলে'। এই বাক্য দুটাৰ ক্ৰিয়া মৰিলি আৰু মৰিলে প্ৰকৃততে অতীত কালৰ ভাবসূচক নহয়, 'ভৱিষ্যৎ-কালসূচকহে'। ইয়াত 'কৰে' ক্ৰিয়াটো বৰ্ত-মান কালৰ বিভক্তি চিন-যুক্ত হ'লেও কৰিব অৰ্থতহে প্ৰয়োগ হৈছে। অৰ্থাৎ তাক যি বিশ্বাস কৰিব, সি মৰিব। এই ভাবটোকে কৰে আৰু মৰিলি ক্ৰিয়াৰ যোগেদিও প্ৰকাশ কৰিছে। গতিকে ক্ৰিয়াৰ এনে কালক 'অনিয়মিত কাল' বা 'বিপৰ্যস্ত কাল' বুলিব পাৰি।

৩) কেতিয়াবা বাক্যৰ মূল ক্ৰিয়া বা 'প্ৰধান ক্ৰিয়াটোৱে' সেই বাক্যৰ এটা অংশ ৰূপে থকা 'উপবাক্যৰ ক্ৰিয়াৰ ওপৰত নিৰ্ভৰ কৰে'। যেনে —মই 'আহোঁতে' তেওঁ ভাত খাইছিল বা ভাত 'খাই আছিল'। এই বাক্যটোত থকা প্ৰধান ক্ৰিয়াটো 'খাই আছিল'। এই আছিল বা খাইছিল ক্ৰিয়াত থকা বিভক্তি-চিনটো 'পূৰ্ণ ভূত কালৰ'; কিন্তু মই আহোঁতে সেই ক্ৰিয়াপূৰ্ণ হোৱা নাছিল, পাছতহে পূৰ্ণ হৈছে। কথাটো কোৱাৰ সময়ত কাৰ্যটো সম্পূৰ্ণ হোৱা বাবে ভূতকাল হ'লেও কাৰ্যটোৰ নিৰ্দিষ্ট সময় মই 'আহোঁতে' ক্ৰিয়াটো অসম্পূৰ্ণ আছিল। সেইবাবে খাইছিল বা 'খাই আছিল'টোক অসম্পূৰ্ণ বা 'অপূৰ্ণভূত' কালৰ ক্ৰিয়া বোলা হৈছে।

হোৱাৰ 'সম্ভাৱনা' 'আছিল'; 'কিন্তু নহ'ল' —এনে ভাব প্ৰকাশ কৰি-বৰ কাৰণে যি ক্ৰিয়াপদৰ ব্যৱহাৰ কৰা হয়, সেই ক্ৰিয়া পদৰ কালটোক 'সম্ভাৱ্য-ভূত কাল' বোলে। সম্ভাৱ্যভূত কালৰ ক্ৰিয়াটো অকলে সম্পূৰ্ণ নহয়, এটা উপ-বাক্যৰ ক্ৰিয়াৰ ওপৰত নিভৰ কৰিহে ভাব প্ৰকাশৰ বাবে সমৰ্থ হয়। সামান্য-ভূত কালৰ ক্ৰিয়াৰ লগত 'হেঁতেন' বিভক্তি-চিন যোগ দি সামান্যভূত কালৰ ক্ৰিয়াক সম্ভাৱ্যভূত কালৰ ক্ৰিয়ালৈ ৰূপান্তৰ কৰা হয়। উপবাক্যৰ ক্ৰিয়াটোও এই ক্ষেত্ৰত মন কৰিবলগীয়া। মূল ধাতুত 'আ হ'লে' বা 'আ হেঁতেন' বিভক্তি যোগ দি উপবাক্যৰ ক্ৰিয়া গঢ় দিয়া হয়। উপবাক্যৰ ক্ৰিয়াৰ ওপৰত নিৰ্ভৰ নকৰাকৈ সম্ভাৱ্যভূত কালৰ ক্ৰিয়া হ'ব নোৱাৰে। যেনে —মই 'কৰা হ'লে' (কৰাহেঁতেন) তেওঁ দিলেহেঁতেন'। সি 'পঢ়াহেঁতেন' পৰীক্ষাত উত্তীৰ্ণ 'হ'লহেঁতেন'। নাৰনি অসমত 'হৈঁতেন'ৰ পৰিবৰ্তে 'হয়' বিভক্তি যোগ হয়। যেনে —তেওঁ 'যদি ক'লে হয়', মই আহিলোঁ 'হয়'। মন কৰিব লগীয়া যে —হেঁতেনৰ পৰিবৰ্তে হয় ব্যৱহাৰ কৰিলে উপবাক্যৰ ধাতুত 'এ হয়' যোগ দিয়া হয় আৰু বাক্যৰ প্ৰথম ভাগত

এটা 'যদি' অব্যয় শব্দৰ প্ৰয়োজন হয়। এইদৰে ক্ৰিয়াৰ অগত 'হয়' বা 'হেঁতেন' যোগ দিয়া হ'লে ক্ৰিয়াই প্ৰকৃততে কাৰ্যটো সম্পন্ন নোহোৱাকে বুজায়। গতিকে সম্ভাৱনা থকা কাৰ্যটো নোহোৱা বুজাবলৈ ব্যৱহাৰ কৰা ভূত কালৰ বিভক্তি চিন-টোৱেই সম্ভাব্যভূত কালৰ চিন।

৪) অনুজ্ঞা বুলিলে সাধাৰণতে লোকক আদেশ দিয়া কথাকে বুজা যায় যদিও, বহুল ভাবত লোকৰ পৰা অনুমতি লোৱাকো তাৰ ভিতৰত সামৰি ল'ব পাৰি। অনুজ্ঞাৰ কাল 'বৰ্তমান' আৰু 'ভৱিষ্যৎ' দুয়োটা হ'ব পাৰে। অনুমতি লোৱাটো প্ৰায়ে 'প্ৰশ্নসূচক' হয়। যেনে—মই যাওঁ (মই যামনে? —এনে ভাৱত)? তুমি যোৱাঁ। আপুনি আহক। তেওঁ কৰক। এনে ধৰণৰ আজ্ঞাসূচক বাক্যবোৰৰ প্ৰায় ভাগেই বৰ্তমান কালত যেন লাগিলেও একেটা বিভক্তি-চিন ব্যৱহাৰ হোৱা ক্ৰিয়াবো কাল সুকীয়া হ'ব পাৰে। যাওঁ ক্ৰিয়াটো 'নিত্য বৰ্তমান' কালতো হ'ব পাৰে, অনুমতি বিচৰা প্ৰশ্নাৰ্থক (যাওঁনে ভাব প্ৰকাশ কৰা) 'ভৱিষ্যৎ' সূচকো হ'ব পাৰে। কথাৰ প্ৰসংগ আৰু কোৱাৰ ধৰণ লৈহে কিছুমান শব্দৰ ভাৱ গ্ৰহণ কৰা হয়। সি পৰীক্ষা দিয়ক। তুমি গুৱাহাটীৰ পৰা আহাঁ। আপুনি আগতে ঘৰটো সাজক। এই বাক্যবোৰৰ ক্ৰিয়াৰ ভাব প্ৰকৃততে ভৱিষ্যৎমুখীহে, বৰ্তমান নহয়। পৰীক্ষাটো দিয়ক বুলি কোৱা মাত্ৰেই দিব পৰা বস্তু নহয়। সেইদৰে গুৱাহাটীৰ পৰা অহা আৰু ঘৰ সজা কামটোও পাছতহে হ'ব।

• কেতিয়াবা একেটা বাক্যতে দুটা কালৰ ক্ৰিয়া থকা যেন লাগিলেও অনুজ্ঞাৰ ক্ৰিয়াটো একেটা ভাবসূচক বাবে একেটা কালৰে বুলি ধৰিব পাৰি। যেনে— তেওঁ আহিলে যদি আহক। তেওঁ যায় যদি (নাইবা গৈছে যদি) যাওক। প্ৰথমটো বাক্যত 'আহিলে' শব্দটোৱে সাধাৰণভূত কালৰ 'ক্ৰিয়া সমাপ্তিৰ ভাব' প্ৰকাশ কৰা নাই। পাছৰ 'আহক' অংশটোৱে 'অহা' কামটো চলি থকা বুজাইছে। অৰ্থাৎ তেওঁ আহি আছে যদি আহি থাওক এনে অৰ্থহে প্ৰকাশ কৰিছে। সেই-দৰে 'যায় যদি' অংশই যাবলৈ ইচ্ছা কৰিছে, যোৱা নাই আৰু অনুমতি পোৱাৰ পাছত যাওঁতে বাধা দিয়া নহ'ব বুলিহে বুজাইছে।

অনুজ্ঞাৰ দৰেই আশীৰ্বাদতো বৰ্তমান কাল যেন বোধ হোৱা ক্ৰিয়াৰ কাল ভৱিষ্যৎসূচক হয়। যেনে—তুমি দীৰ্ঘায়ু হোৱাঁ। তেওঁলোক সুখী হওক। তাৰ দুৰ্বুদ্ধি দূৰ হওক। এই বাক্যবোৰত থকা ক্ৰিয়াবোৰে ভৱিষ্যতত হ'বলগীয়া কলৰহে সূচনা কৰে। বাক্যটো কোৱাৰ লগে লগে তাৰ ফল লাভ নহয়। আশী-ৰ্বাদৰ দৰে অভিশাপৰ ক্ষেত্ৰতো ক্ৰিয়া সাধাৰণতে ভৱিষ্যৎ-সূচকহে হয়। ক্ৰিয়া-বিভক্তিৰ চিন অনুসৰি নিৰ্ণয় কৰা কালৰ বিচাৰ মতে এইবিলাক ক্ৰিয়াৰ কাল-নিৰ্ণয় নিশ্চিত ভাবে কৰিব নোৱাৰি। হওক, থাওক, যাওক, কৰক প্ৰভৃতি ক্ৰিয়াৰ মূল ধাতু হ, থাক্ (সংস্কৃত 'স্থা' পৰা হোৱা ধাতু) কৰ্ আৰু যা।

এই ধাতুকেইটাত 'ওক' ক্ৰিয়া-বিভক্তি যোগ দিয়া হৈছে; (থাক্ + ওক = থাকোক > থাওক) কিন্তু এই 'ওক' বিভক্তি কোন পুৰুষৰ কোন কালৰ চিন সেইটো বিচাৰ কৰি চাবলগীয়া। 'দীৰ্ঘায়ু হোৱাঁ' বোলোঁতে থকা ওৱাঁ বিভক্তি অনুজ্ঞাতো হয়। যেনে—লোৱাঁ, খোৱাঁ, হোৱাঁ ইত্যাদি। সংক্ষেপতে ক'বলৈ হ'লে দ্বিতীয় আৰু তৃতীয় পুৰুষৰ অনুজ্ঞা আৰু আশীৰ্বাদবোধক ক্ৰিয়াৰ কাল বাক্যৰ প্ৰসংগ আৰু ভাব অনুসৰিহে নিৰ্ণয় কৰিব পাৰি। বিভক্তিৰ চিন অনুসৰি নোৱাৰি। আন হাতে কেইটামান পৃথক্ বিভক্তি-চিন ব্যৱহাৰ হয় কাৰণে এই দুযোবিধ ক্ৰিয়াৰ কালক অনিয়মিত ক্ৰিয়াৰ কাল বুলিও ধৰিব নোৱাৰি। ধাতু শব্দৰ ৰূপান্তৰৰ উদাহৰণ-প্ৰসংগত অনুজ্ঞা আৰু আশীৰ্বাদৰ বিভক্তি-চিন সম্বন্ধে পৃথ্ক ভাৱে বিচাৰ কৰা হ'ব।

অনুশীলনী —১৬

১) ধাতু শব্দ আৰু ক্ৰিয়াপদৰ মাজত থকা পাৰ্থক্য উদাহৰণ দি বুজোৱাঁ।

২) পৰম্পৰাৰ ভিত্তিত ধাতু শব্দৰ শ্ৰেণী-বিভাগ কৰি সেইবিলাকৰ উদাহৰণ দাঙিধৰাঁ।

৩) ধাতু শব্দক ক্ৰিয়া পদলৈ ৰূপান্তৰ কৰোঁতে কৰ্তাপদৰ লগত কিবা সম্পৰ্ক ৰক্ষা কৰিবলগীয়া হয়নে? যদি হয় কেনেকৈ হয় আৰু সেই ক্ষেত্ৰত কৰ্তাৰ শ্ৰেণী-বিভাগ কি নামত কৰা হয়। মুকলিকৈ বুজাইলিখাঁ।

৪। ক্ৰিয়া পদত থকা বিভক্তি-চিনবোৰ ধাতুৰ লগত যোগ দিওঁতে কোনকেইটা কথালৈ চকু ৰখা আৱশ্যক আৰু ব্যাকৰণত সিহঁতক কি কি নাম দিয়া হৈছে স্পষ্টকৈ বুজাইলিখাঁ।

৫) অনিয়মিত কাল, অনুজ্ঞাৰ কাল আৰু আশীৰ্বাদৰ কালৰ মাজত থকা মিল আৰু অমিল সম্বন্ধে বিচাৰ কৰাঁ।

৬) চমুটোকা লিখাঁ। সম্ভাব্যভূত কাল, অপূৰ্ণভূত কাল, অবিৰত ভৱিষ্যৎকাল আৰু নিত্য বৰ্তমান কাল।

০০০০

১৪। **ধাতু বিভক্তিৰ চিন আৰু ব্যৱহাৰ**—পুৰুষ আৰু কালৰ লগত সম্পৰ্ক ৰাখি ধাতুৰ লগত বিভক্তি চিন যোগ দিয়া সম্বন্ধে কিছু বিচাৰ কৰা হৈছে; কিন্তু একেটা বিভক্তি-চিন ক্ষেত্ৰ ভেদে সুকীয়া হ'ব পাৰে। তাৰ বিপৰীতে একেটা চিনেই সুকীয়া সুকীয়া ভাবতো ব্যৱহাৰ হ'ব পাৰে। সেইবাবে ধাতু শব্দৰ লগত বিভক্তি যোগ দিয়াৰ নিয়ম সম্বন্ধে কিছু মুকলিকৈ আলোচনা কৰা আৱশ্যক।

ক) যেতিয়া কৰ্তাৰ পুৰুষ বাক্যত স্পষ্ট হৈ নাথাকে বা কৰ্তাটো লুকাই থাকে, তেতিয়া তৃতীয় পুৰুষ নিত্যবৰ্তমান কালৰ ক্ৰিয়াত বিভক্তি চিনটো 'এ'ৰ সলনি 'ই' হয়। যেনে —ইয়াৰ পৰা পৰ্বতটো 'দেখি'। তাৰ পৰা মাত দিলেও ইয়াতে 'শুনি'। কৰ্তাটো ওলাই থাকিলে 'এ' হয়। যেনে —মানুহে ইয়াৰ পৰা পৰ্বতটো 'দেখে'। তাৰ পৰা মাত দিলেও সি 'শুনে'। দেখি, শুনি, পাৰি, নোৱাৰি প্ৰভৃতি ক্ৰিয়াবোৰ বাক্যৰ সম্পূৰ্ণ ভাৱসূচক হোৱা সত্ত্বেও ইয়াৰ বিভক্তি চিনটো অসমাপ্তসূচক বা অসমাপিকা ক্ৰিয়াৰ নিচিনা হৈছে। এই শ্ৰেণীৰ ক্ৰিয়াক 'কৰ্তা নিৰপেক্ষ' বৰ্তমান কালৰ ক্ৰিয়া বুলিব পাৰি। সকলো পুৰুষৰ কৰ্তাতে এই শ্ৰেণীৰ ক্ৰিয়া একে ৰূপতে থাকে। পুৰুষভেদে দেখো শুনো; দেখা, শুনা, দেখ, শুন, দেখে, শুনে প্ৰভৃতি পৃথক্ পৃথক ৰূপ হ'বলৈ হ'লে যথাক্ৰমে মই, আমি, তুমি, তোমালোক, তই, তহঁত আৰু সি, সিহঁত প্ৰভৃতি স্বকীয় স্বকীয় পুৰুষৰ কৰ্তাবোৰ স্পষ্ট হৈ থাকিব লাগিব। নিত্যবৰ্তমান কালৰ ক্ৰিয়া-বিভক্তিৰ চিন উঁ, আ, অ আৰু এৰ পৰিবৰ্তে কেৱল ই হোৱা কাৰণে এই ক্ৰিয়াৰ কালৰ 'অনিয়মিত নিত্যবৰ্তমান' কাল বুলিব পাৰি।

খ) কেইটামান ধাতু শব্দৰ লগত নিত্যবৰ্তমান কালৰ ক্ৰিয়া-বিভক্তিৰ চিনটো 'এ'ৰ পৰিবৰ্তে 'য়' হয়। সাধাৰণতে 'অ'কাৰান্ত আৰু 'আ'কাৰান্ত ধাতুৰ তৃতীয় পুৰুষৰ ৰূপত 'য়' হয়। যেনে —সি খায়। তেওঁলোক যায়। বাৰিষা বাঢ়ি হোৱা হয়। নিকট ভৱিষ্যৎ বুজাবৰ কাৰণেও এনে প্ৰয়োগ হয়। যেনে — [illegible] গাড়ীখন 'যায়' (যাবলৈ সাজু হৈছে)।

গ) সামান্যভূত কালৰ বিভক্তি চিন 'ইলে' আৰু ভৱিষ্যৎ কালৰ বিভক্তি চিন 'ইব' এই দুয়োটাই অকাৰান্ত আৰু আকাৰান্ত ধাতুৰ পাছত কেৱল 'ল' আৰু 'ব' হয়। পুৰণি অসমীয়া ভাষাত এইশ্ৰেণী শব্দৰ পাছতো 'ইল' আৰু 'ইব' প্ৰয়োগেই আছিল। আধুনিক অসমীয়া ভাষাত 'ই' অংশটো লোপ পালে; কিন্তু তাৰ ঠাইত অস্বৰান্ত ধাতুৰ পাছত কোমল উচ্চাৰণ বুজাবৰ কাৰণে ঊৰ্ধ কমাৰ প্ৰয়োগ কৰা হ'ল। যেনে —খ + ইলে খইলে খৈলে > খ'লে, ক + ইলে= কইলে > কৈলে > 'ক'লে'। বহ্ + ইব=বহিব > বইব > বৈব > ব'ব (বহ ধাতু নতুন অসমীয়াত ব' হ'ল)। কহ্ + ইব= কহিব > কৈব > ক'ব ('কহ' আধুনিক ভাষাত ক' হ'ল)। 'আ'স্বৰান্ত ধাতুৰ পাছত ঊৰ্ধ কমাৰ প্ৰয়োজন নহয় অৰ্থাৎ উচ্চাৰণ কোমল নহয়। যেনে —যা+ইব=যাইব > যাব; খা+ইব=খাইব > খাব।

ঘ) যোৱা ভাব প্ৰকাশ কৰিবৰ কাৰণে সংস্কৃত ভাষাত যা আৰু গম্ দুটা ধাতুৰ ব্যৱহাৰ হৈছিল। অসমীয়া ভাষাৰ বৰ্তমান কালত এই দুয়োটা ধাতুৰ প্ৰয়োগ হয়; কিন্তু অতীত কালত কেৱল গম্ আৰু ভৱিষ্যৎ কালত কেৱল যা ধাতুহে প্ৰয়োগ হয়। যেনে —আমি যাওঁ। আমি গৈছোঁ। তেওঁ যায়। সি যাব। সিহঁত গ'ল। তুমি গ'লা।

১) **সকৰ্মক ধাতুৰ ক্ৰিয়াত** লে বা ইলে চিন যোগ হয়। যেনে —ভাত খালে। গান গালে। কামটো কৰিলে। ল'ৰাটোক মাতিলে। এই বাক্যবোৰৰ কৰ্তা লুকাই আছে। কৰ্ম ভাত, গান, কাম আৰু ল'ৰাটোৰ লগত সম্পৰ্ক ৰাখি ক্ৰিয়াত বিভক্তি চিন বহিছে।

২) **অকৰ্মক একাক্ষৰী ধাতুৰ ভূতকালৰ ক্ৰিয়াত** ল চিন বহে। যেনে — হ>হ'ল। ৰ>ৰ'ল। যা ধাতুৰ প্ৰয়োগ অতীত কালত নহয়। অতীত কালত যা ধাতু গম্ ধাতুলৈ ৰূপান্তৰ হয়। গতিকে এইক্ষেত্ৰত গ'ল ক্ৰিয়াৰ মূল গম্ ধাতু বুলিহে ধৰিব লাগে। এই গম্ ধাতুৰ প্ৰয়োগ সংস্কৃত ভাষাতহে হয়। অসমীয়া ভাষাত গম্ >গ হয়। সেই বাবে একাক্ষৰী অকৰ্মক ধাতু 'গ'ৰ লগত 'ল' বিভক্তি যোগ হৈছে। মন কৰিব লগীয়া যে —নিত্যবৰ্তমান কালত 'যা' ধাতু আৰু সামান্য বৰ্তমান কালত 'গম্' ধাতুৰ প্ৰয়োগ হয়। যেনে —আপুনি গৈছিল। মই গ'লোঁ। নামনি অসমত 'গৈছোঁ'ৰ ঠাইত 'যাইছো' প্ৰয়োগ দেখা যায়; কিন্তু সাহিত্যিক ভাষাত এনে প্ৰয়োগে মান্যতা পোৱা নাই। একাক্ষৰী অকৰ্মক ধাতু 'অ স্বৰান্ত' হ'লে সেই 'অ'টোৰ উচ্চাৰণ কোমল হয়'। ওপৰৰ উদাহৰণত থকা হ'ল, ৰ'ল, গ'ল কেউটা ক্ৰিয়াৰ প্ৰথম বৰ্ণটোৰ অ ধ্বনি কোমল হৈছে।

৩) ধাতুৰ প্ৰথম বৰ্ণটোত থকা স্বৰটো যদি 'অ'ভিন্ন অন্য স্বৰ' হয়, তেনেহ'লে ইলে বা লে চিন বহে। যেনে —শো>শুলে। দে>দিলে। নে>নিলে। জী >জীলে। এই ক্ষেত্ৰত অকৰ্মক আৰু সকৰ্মক উভয় শ্ৰেণীৰ মাজত পাৰ্থক্য নাই। ব্যঞ্জনান্ত ধাতু অকমক হ'লেও বিভক্তি চিন ইলে হয়। যেনে —মৰ্>মৰিলে। কান্দ>কান্দিলে। পৰ্>পৰিলে। সৰ্>সৰিলে ইত্যাদি অকৰ্মক ধাতুৰ ক্ৰিয়া আৰু ধৰিলে, কৰিলে, মাতিলে, শুনিলে প্ৰভৃতি সকৰ্মক ধাতুৰ ক্ৰিয়া।

৪) **যিবোৰ ক্ৰিয়াত ইলে** বিভক্তি চিন বহে, সেইবোৰ ক্ৰিয়াৰ ধাতুৰ প্ৰথম বৰ্ণটো অস্বৰান্ত হ'লে, সেই 'অ'ধ্বনিটো কোমল হয়। পৰিলে, ধৰিলে, কৰিলে, মৰিলে প্ৰভৃতি ক্ৰিয়াত এই লক্ষণ স্পষ্ট ভাবে দেখা গৈছে।

৫। কোমল **অ ধ্বনিযুক্ত বৰ্ণটো** ক্ৰিয়াৰ প্ৰথম বৰ্ণ হ'লে আৰু ধাতুটো একাক্ষৰী নহ'লে বিভক্তি চিন ইল, ইলে দুয়োটা হ'ব পাৰে। যেনে —তেওঁ পৰিল/পৰিলে। বহিল/বহিলে। সৰিল/সৰিলে ইত্যাদি। ধাতুৰ প্ৰথম বৰ্ণ 'অ'ভিন্ন স্বৰ হ'লেও এই নিয়ম খাটে। যেনে —আহ্>আহিল, আহিলে। মন কৰিব লগীয়া যে —এইবোৰ অকৰ্মক ধাতুৰ ক্ৰিয়া।

৬) **ভূতকালৰ বিভক্তি চিন 'ইলে'ৰ ঠাইত 'ইল' বা 'ল'ও কিছুমান ক্ষেত্ৰত হয়; অতীত কালত ক্ৰিয়া-বিভক্তিৰ চিন 'এ' অকৰ্মক হ্ৰস্ব স্বৰান্ত এক বৰ্ণৰ**

ধাতুত যোগ নহয়। দীৰ্ঘ স্বৰান্ত একবৰ্ণৰ ধাতুত হয়। সকৰ্মক সকলো শ্ৰেণীৰ ধাতুৰ লগতে যোগ হয়। যেনে — ৰ > ৰ'ল, হ > হ'ল। গ (সংস্কৃত গম্ ধাতু) > গ'ল। ইয়াত ৰ, হ আৰু গ, একবৰ্ণ হ্ৰস্ব স্বৰান্ত ধাতু। দীৰ্ঘ স্বৰান্ত শো > শুলে। ইয়াত শো অকৰ্মক যদিও দীৰ্ঘ স্বৰান্ত বাবে 'এ'যোগ হৈছে।

চ) পূৰ্ণ ভূত কালৰ বিভক্তি-চিন ইছিলোঁ, ইছিলা, ইছিলি, আৰু ইছিলে অ স্বৰান্ত ধাতু শব্দৰ পাছত যোগ হ'লে অ + ই = 'ঐ' ধ্বনিত পৰিণত হয়। যেনে :-ক + ইছিল = কৈছিল ; ল + ইছিলা = 'লৈছিলা' , খ + ইছিলোঁ = 'খৈছিলোঁ' ইত্যাদি। অন্য স্বৰান্ত ধাতুৰ পাছত ই > ঐ নহয়।

ছ) ভবিষ্যৎ কালৰ প্ৰথম পুৰুষৰ বিভক্তি-চিন 'ইম'টো স্বৰান্ত ধাতুৰ পাছত 'ম' হয় ; 'ই' লোপ পায়, কিন্তু ব্যঞ্জনান্ত ধাতুৰ পাছত 'ই' লোপ নহয়। যেনে —মই কিতাপ এখন ল'ম আৰু ঘৰতে খ'ম। তোমাক পঢ়িবলৈ 'দিম' আৰু যাওঁতে লগত লৈ যাম। তাতো সদাই পঢ়িম (পঢ় + ইম) আৰু পঢ়ি চিঠি লিখিম (লিখ্ + ইম)।

জ) অনুজ্ঞা, আশীৰ্বাদ আদি 'ব্যৱস্থাসূচক ক্ৰিয়াৰ' ধাতুত যোগ দিয়া ক্ৰিয়া-বিভক্তিৰ চিনবোৰ নিত্যবৰ্তমান কালৰ বিভক্তি-চিনৰ লগত বহুত মিলে। তলত এই তিনিওটা ভাবৰ ক্ৰিয়া-বিভক্তিৰ চিন্ আৰু ধাতু শব্দত সেইবোৰ প্ৰয়োগৰ উদাহৰণ হ আৰু কৰ্ ধাতুত দিয়া হ'ল।

| পুৰুষ | নিত্যবৰ্তমান | অনুজ্ঞা | আশীৰ্বাদ |
|---|---|---|---|
| ১ম | 'ওঁ'—হওঁ, কৰোঁ | 'ওঁ'—হওঁ, কৰোঁ | 'ওঁ হওঁ, কৰোঁ; |
| ২য় | 'আ'—হোৱা, কৰা | 'আঁ—হোৱাঁ, কৰাঁ | 'আঁ'—হোৱাঁ, কৰাঁ |
| ২য় • | 'অ'—হৱ, কৰ | — হ, কৰ্ | — হ, কৰ্ |
| ৩য় | এ'—হয়, কৰে | 'ওক—হওক, কৰক | 'ওক'—হওক, কৰক |

মন কৰিব লগীয়া যে —প্ৰথম পুৰুষৰ বিভক্তি-চিন নিত্যবৰ্তমান আৰু ব্যৱস্থাসূচক উভয়তে একে। প্ৰথম পুৰুষত অনুমতি বিচৰা আৰু আশীৰ্বাদ বিচৰা ক্ৰিয়াৰ ৰূপ দেখাত একে হ'লেও ভাব আৰু কোৱাৰ সুৰ পৃথক্। অনুমতি বিচাৰোঁতে (অনুজ্ঞাত) সোধা বা প্ৰশ্ন কৰাৰ ভাব আৰু সুৰ থাকে। আশীৰ্বাদ বিচৰাত প্ৰাৰ্থনাৰ ভাব থাকে। নিত্যবৰ্তমান কালৰ সুৰ আৰু ভাব এই দুয়োটাতকৈ সুকীয়া। দ্বিতীয় পুৰুষৰ বিভক্তি-চিন নিত্যবৰ্তমান আৰু ব্যৱস্থাসূচকৰ বিভক্তিতকৈ কিছু সুকীয়া। নিত্যবৰ্তমানত অননাসিক ধ্বনি নহয়। ব্যৱস্থাসূচক আদেশ আৰু আশীৰ্বাদ উভয়তে ভাব অন-সৰি সুৰ পৃথক্ হ'লেও তুমি কৰ্তাৰ ক্ৰিয়াত অনুনাসিক ধ্বনি হয়। আজিকালি কোৱা আৰু লিখা উভয়তে এই অনুনাসিক প্ৰয়োগ কমি আহিছে। নিত্যবৰ্তমান আৰু ব্যৱস্থাসূচকৰ পাৰ্থক্য ৰাখিবলৈ অনুনাসিক ধ্বনিৰ প্ৰয়োজন আছে। তই কৰ্তাৰ ক্ৰিয়াপদ নিত্যবৰ্তমান কালত 'অ' স্বৰান্ত হয় আৰু ব্যৱস্থাসূচকত ব্যঞ্জনান্ত হয়। কিন্তু ধাতুটো একাক্ষৰী হ'লে অ স্বৰান্ত হৈয়ে থাকে। নিত্যবৰ্তমান কালৰ তৃতীয় পুৰুষৰ "এ/য়"ৰ পৰিবৰ্তে ব্যৱস্থাসূচক কালত "ওক/অক" হয়। "অক"-টো "ওক"ৰ কোমল ৰূপ মাত্ৰ। পুৰণি অসমীয়াত "অ" স্বৰান্ত ধাতুৰ পাছত 'ওক' যোগ হৈ 'ঔক' আৰু ব্যঞ্জনান্ত ধাতুৰ পাছত 'ওক' ধ্বনি পোৱা

যায়। যেনে :— হ + ওক = হওক, কৰ্ + ওক = কৰোক হৈছিল। দ্বিতীয় পুৰুষতো প্ৰাৰ্থনা অৰ্থত সন্মানসূচক কৰ্তাৰ ক্ৰিয়াত হওক, দিয়োক প্ৰভৃতি প্ৰয়োগ কৰা হৈছিল। আধুনিক ভাষাৰ কথিত ৰূপত সেইবিলাকৰ ৰূপান্তৰ ঘটি হক, কৰক, দিয়ক প্ৰভৃতি ৰূপ প্ৰচলিত হৈছে। সন্মানাৰ্থক দ্বিতীয় পুৰুষৰ ৰূপ তৃতীয় পুৰুষৰ দৰে হয়। সেই বাবে সুকীয়াকৈ ইয়াত দিয়া হোৱা নাই।

১৫। **ধাতু শব্দত বিভক্তি যোগৰ নিয়ম** —ধাতু শব্দটোৰ অন্তিম বৰ্ণ অনুসৰি বিভক্তি যোগ হওঁতে কিছুমান লক্ষণ পৃথক্ হ'ব পাৰে। ব্যৱহাৰৰ ক্ষেত্ৰত স্বাভাৱিকতেই সেই লক্ষণবোৰ ধৰিব পৰা হয়। সুকীয়া সুকীয়া শ্ৰেণীৰ ধাতু শব্দৰ ৰূপান্তৰ সম্বন্ধীয় কিছুমান উদাহৰণ তলত দিয়া হৈছে। সেইবিলাকৰ সহায়েৰে একে জাতীয় অন্যান্য শব্দবো ৰূপ বিচাৰি উলিয়াব পৰা হ'ব। প্ৰথমতে 'মৌলিক ধাতু শব্দ'ৰ ৰূপ দিয়া হৈছে।

(ক) **গম্ আৰু যা ধাতু** (অকৰ্মক)

আগতে এই ধাতু দুটাৰ সম্বন্ধে কোৱা হৈছে। তলত বিভক্তিযুক্ত ক্ৰিয়াবোৰ দিয়া হৈছে। মন কৰিব লগীয়া যে— বিভক্তি যুক্ত হওঁতে গম্ > গ হয়।

| কৰ্তাৰ পুৰুষ | পূৰ্ণভূত কাল | | সামান্যভূত কাল | |
|---|---|---|---|---|
| দুয়োটা বচনতে | (একবচন) | (বহুবচন) | (একবচন) | (বহুবচন) |
| ১ম পুৰুষ | গৈছিলোঁ | গৈছিলোঁহঁক | গ'লো | গ'লোহঁক |
| ২য় পুৰুষ | গৈছিলা | গৈছিলাহঁক | গ'লা | গ'লাহঁক |
| | গৈছিলি | গৈছিলিহঁক | গ'লি | গলিহঁক |
| ২য় পুঃ | গৈছিল/ | গৈছিল/গৈছিলে | গ'ল | গ'ল (হঁক নাথাকে) |
| (আপুনি) | গৈছিলে | (হঁক নাথাকে) | | |
| ৩য় পুৰুষ | গৈছিল/ গৈছিলে | গৈছিল/গৈছিলে | গ'ল | গ'ল |
| | নিত্য বৰ্তমান | | সামান্য বৰ্তমান | |
| ১ম পুঃ | যাওঁ | যাওঁহঁক | গৈছোঁ | গৈছোঁহঁক |
| ২য় ,, | যোৱা | যোৱাহঁক | গৈছা | গৈছাহঁক |
| | যাৱ | যাৱহঁক | গৈছ | গৈছহঁক |
| (আপুনি) | যায় | যায় | গৈছে | গৈছে |
| ৩য় ,, | যায় | যায় | গৈছে | গৈছে |
| | ভৱিষ্যৎ | | ব্যৱস্থাসূচক | |
| ১মঃ পুঃ | যাম | যামহঁক | যাওঁ | যাওঁ |
| ২য় পুঃ | যাবা | যাবাহঁক | যোৱা | যোৱাহঁক |
| | যাবি | যাবিহঁক | যা | যাহঁক |
| (আপুনি) | যাব | যাব | যাওক | যাওক |
| ৩য় পুৰুষ | যাব | যাব | যাওক | যাওক |

## (খ) ব্যঞ্জনান্ত পঢ়্ ধাতু (সকৰ্মক)

| পুৰুষ | পূৰ্ণভূতকাল | | সামান্যভূত কাল | |
|---|---|---|---|---|
| ১ম | পঢ়িছিলোঁ | পঢ়িছিলোঁ/হঁক | পঢ়িলোঁ | পঢ়িলোঁ/হঁক |
| ২য় | পঢ়িছিলা | পঢ়িছিলা/হঁক | পঢ়িলা | পঢ়িলা/হঁক |
| | পঢ়িছিলি | পঢ়িছিলি/হঁক | পঢ়িলি | পঢ়িলি/হঁক |
| ৩য় | পঢ়িছিলে/ল | পঢ়িছিলে/ল | পঢ়িলে | পঢ়িলে |

| পুৰুষ | নিত্য বৰ্তমান | | সামান্য বৰ্তমান | | ব্যৱস্থাসূচক | |
|---|---|---|---|---|---|---|
| ১ম | পঢ়োঁ | পঢ়োঁ/হঁক | পঢ়িছোঁ | পঢ়িছোঁ/হঁক | পঢ়োঁ | পঢ়োঁ |
| ২য় | পঢ়া | পঢ়া | পঢ়িছা | পঢ়িছাহঁক | পঢ়া | পঢ়া |
| | পঢ় | পঢ় | পঢ়িছ | পঢ়িছ | পঢ় | পঢ় |
| ৩য় | পঢ়ে | পঢ়ে | পঢ়িছে | পঢ়িছে | পঢ়ক | পঢ়ক |

| পুৰুষ | ভবিষ্যৎ | | অনিয়মিত ভবিষ্যৎ | |
|---|---|---|---|---|
| ১ম | পঢ়িম | পঢ়িম | পঢ়োঁ | পঢ়োঁ |
| ২য় | পঢ়িবা | পঢ়িবাহঁক | পঢ়া | পঢ়া |
| | পঢ়িবি | পঢ়িবি | পঢ় | পঢ় |
| ৩য় | পঢ়িব | পঢ়িব | পঢ়ে | পঢ়ে |

ওপৰত দিয়া ক্ৰিয়াবোৰ একেটা পুৰুষৰে দুয়োটা বচনত দিয়া ৰূপ ইয়াৰ পাছৰ ধাতু শব্দবোৰৰ ক্ৰিয়া-ৰূপ দুয়োটা বচনৰ বাবে দুভাগকৈ নিদি একেভাগতে দিয়া হৈছে। বহুবচনৰ হঁক অংশটোৰ বাহিৰে একবচন-বহুবচনৰ পাৰ্থক্য নাই বাবে এনে ব্যৱস্থা লোৱা হৈছে।

## (গ) অ স্বৰান্ত ল ধাতু (সকৰ্মক)

| পুৰুষ | পূৰ্ণভূত | সামান্যভূত | নিত্যবৰ্তমান | সামান্য বৰ্তমান | ভবিষ্যৎ |
|---|---|---|---|---|---|
| ১ম | লৈছিলোঁ | ল'লোঁ | লওঁ | লৈছোঁ | ল'ম |
| ২য় | লৈছিলা | ল'লা | লোৱা | লৈছা | ল'বা |
| ,, | লৈছিলি | ল'লি | লৱ | লৈছ | ল'বি |
| ৩য় | লৈছিল/লৈছিলে | ল'লে | লয় | লৈছে | ল'ব |

## (ঘ) আ স্বৰান্ত চা ধাতু (সকৰ্মক)

| পুৰুষ | পূৰ্ণভূত | সামান্যভূত | নিত্যবৰ্তমান | সামান্য বৰ্তমান | ভবিষ্যৎ |
|---|---|---|---|---|---|
| ১ম | চাইছিলোঁ | চালোঁ | চাওঁ | চাইছোঁ | চাম |
| ২য় | চাইছিলা | চালা | চোৱা | চাইছা | চাবা |
| | চাইছিলি | চালি | চাৱ | চাইছ | চাবি |
| ৩য় | চাইছিলে | চালে | চায় | চাইছে | চাব |

'অ' স্বৰান্ত 'ল' ধাতু আৰু 'আ' স্বৰান্ত 'চা' ধাতু উভয়তে বিভক্তি-চিনৰ সামান্য পৰিবৰ্তন হোৱা দেখা গৈছে। অ > ৱা আৰু এ > য় হৈছে। ল + অ = লৰ, চা + অ = চাৰ ; চা + আ = চোৱা, ল + আ = লোৱা হৈছে। 'চোৱা' আৰু 'লোৱা' ৰোলবোৰত মূলধাতুৰ 'চা' আৰু 'ল' ধ্বনিও ক্ৰমে 'চো' আৰু 'লো' ধ্বনিলৈ ৰূপান্তৰিত হৈছে। 'অ' আৰু 'আ' স্বৰান্ত অন্যান্য ধাতুৰ ক্ষেত্ৰতো এনে পৰিবৰ্তন হয়। যেনে—যা > যোৱা, যাৰ, খ > খোৱা, খৰ, গা > গোৱা, গাৰ। 'শো' 'ৰো', 'ধো' প্ৰভৃতি 'ও' স্বৰান্ত ধাতুৰ ক্ষেত্ৰতো এই নিয়ম খাটিব। যেনে—শো > শোৱা, শোৰ, ৰো (ৰোপণ অৰ্থত) > ৰোৱা, ৰোৰ, ধো > ধোৱা, ধোৰ ইত্যাদি। ই স্বৰান্ত শব্দৰ পাছত অ > য় হয় 'ঈ' স্বৰান্ত শব্দৰ পাছতো 'য়' হয়। যেনে—গি > গিয়া, গিয়; জী > জীয়া, জীয়, জীয়ে ইত্যাদি। 'ও' স্বৰান্ত ধাতুৰ পাছত তৃতীয় পুৰুষৰ এ > ৰে হয়। যেনে—শোৰে, ৰোৰে, ধোৰে ইত্যাদি।

ঙ) 'শো' ধাতুৰ পাছত যোগ হোৱা বিভক্তিচিন 'অ', 'আ' আৰু 'এ' যথাক্ৰমে ৰ, ৱা আৰু ৰে হোৱাৰ উপৰিও মূল ধাতুটো কিছুমান ক্ষেত্ৰত 'ও' স্বৰান্তৰ পৰা 'উ' স্বৰান্ত হয়। উদাহৰণ স্বৰূপে তলত বিভক্তিৰ আধাৰত শ্ৰেণীবদ্ধ কাল আৰু ভাৱৰ আধাৰত শ্ৰেণীবদ্ধ কাল উভয়তে শো ধাতুৰ ৰূপ দিয়া হৈছে

**শো ধাতুৰ ৰূপান্তৰ ঃ**

| পুৰুষ | পূৰ্ণ ভূত | সামান্যভূত | অবিৰতভূত | অনিয়মিতভূত | সম্ভাব্যভূত | অপূৰ্ণ ভূত |
|---|---|---|---|---|---|---|
| প্ৰথম | শুইছিলোঁ | শুলোঁ | শুই আছিলোঁ | শুইছোঁ | শুলোঁহেঁতেন | শুইছিলোঁ |
| দ্বিতীয় | শুইছিলা | শুলা | শুই আছিলা | শুইছা | শুলাহেঁতেন | শুইছিলা |
| | শুইছিলি | শুলি | শুই আছিলি | শুইছ | শুলিহেঁতেন | শুইছিলি |
| তৃতীয় | শুইছিলে | শুলে | শুই আছিল | শুইছে | শুলেহেঁতেন | শুইছিলে |

| | নিত্যবৰ্তমান | সামান্যবৰ্তমান | অবিৰত বৰ্তমান | অনুজ্ঞা |
|---|---|---|---|---|
| প্ৰথম | শোওঁ | শুইছোঁ | শুই আছোঁ | শোওঁ |
| দ্বিতীয় | শোৱা | শুইছা | শুই আছা | শোৱা |
| | শোৰ | শুইছ | শুই আছ | শো |
| তৃতীয় | শোৰে | শুইছে | শুই আছে | শোৱক |

| | সামান্য ভবিষ্যৎ | অবিৰত ভবিষ্যৎ | অনিয়মিত ভবিষ্যৎ |
|---|---|---|---|
| প্ৰথম | শুম | শুই থাকিম | শোওঁ, শুলোঁ |
| দ্বিতীয় | শুবা | শুই থাকিবা | শোৱা, শুলা |
| | শুবি | শুই থাকিবি | শোৰ শুলি |
| তৃতীয় | শুব | শুই থাকিব | শোৰে, শুলে |

পৰিস্থিতিয়ে বাধ্য কৰা বাবে ভৱিষ্যতলৈ যিটো হোৱাৰ সম্ভাৱনা, সেইটো বুজা-নৰ কাৰণে বৰ্তমান আৰু অতীতৰ বিভক্তিচিন ব্যৱহাৰ কৰা ভৱিষ্যৎ কালক ভাবৰ দৃষ্টিৰে অনিয়মিতভৱিষ্যৎ বোলা হৈছে। দ্বিতীয় পুৰুষত নিত্যবৰ্তমান কালৰ 'শোৱা' আৰু অনুজ্ঞাৰ 'শোৱঁা'ৰ বাহিৰে বাকীবোৰ পুৰুষত পাৰ্থক্য নাই; কিন্তু ভাবৰ পাৰ্থক্য আছে। অনিয়মিতভূত আৰু সামান্য বৰ্তমানৰ বিভক্তিচিন একেই; কিন্তু অনিয়মিতভূতৰ ক্ৰিয়াটো অন্য এটা ক্ৰিয়াৰ ওপৰত নিৰ্ভৰশীল। যেনে—মই আহোঁতে তুমি শুইছা আৰু তেওঁ আহোঁতে মই শুইছোঁ। এই বাক্য দুটাৰ প্ৰতিটোৰে ক্ৰিয়াপদ 'শুইছা' আৰু 'শুইছো' আহোঁতে ক্ৰিয়াৰ ওপৰত নিৰ্ভৰশীল বাবে বৰ্তমানসূচক নহয়; 'আহোঁতে' যিটো সময় আছিল সেইটো 'অতীতৰহে' সূচক। সম্ভাব্যভূত আৰু অপূৰ্ণভূতৰ ক্ৰিয়াপদো এইদৰেই অন্য উপবাক্যৰ ক্ৰিয়াৰ ওপৰত নিৰ্ভৰশীল। এই সম্বন্ধে আগতেই (১১খ দ্ৰ:) আলোচনা কৰা হৈছে।

## (চ) ব্যঞ্জনান্ত আছ্, আৰু থাক্ ধাতু ( অকৰ্মক )

গম্ আৰু যা ধাতুৰ দৰে অসমীয়া ভাষাত আছ্ আৰু থাক্ ধাতু এটা আন-টোৰ পৰিপূৰক ৰূপে ব্যৱহাৰ কৰা হয়। গম্ আৰু যা মূলতে সংস্কৃত ধাতু, কিন্তু আছ্ আৰু থাক্ তদ্ভৱ ধাতু। ইহঁতৰ বিভক্তিযুক্ত ৰূপ তলত দিয়া হৈছে।

| পুৰুষ | পূৰ্ণভূত | সামান্যভূত | সম্ভাব্যভূত | নিত্য-বৰ্তমান | সামান্য-বৰ্তমান | ভৱিষ্যৎ |
|---|---|---|---|---|---|---|
| ১ম | আছিলোঁ | থাকিলোঁ | থাকিলোঁহেঁতেন | থাকোঁ | আছোঁ | থাকিম |
| ২য় | আছিলা | থাকিলা | থাকিলাহেঁতেন | থাকা | আছা | থাকিবা |
| | আছিলি | থাকিলি | থাকিলিহেঁতেন | থাক | আছ | থাকিবি |
| ৩য় | আছিল/লে | থাকিল | থাকিলেহেঁতেন | থাকে | আছে | থাকিব |

| | অনুজ্ঞাৰূপ | অনিয়মিত ভৱিষ্যৎ |
|---|---|---|
| ১ম | থাকোঁ | থাকিলোঁ/থাকেঁা |
| ২য় | থাকঁা | থাকা/থাকিলা |
| ,, | থাক্ | থাক/থাকিলি |
| ৩য় | থাকক/থাওক | থাকিল/থাওক |

অন্যধাতুৰ ক্ৰিয়া একেবাৰেহে হৈ থকা বুজাবলৈ (অবিৰত কাল) ভূত, বৰ্তমান আৰু ভৱিষ্যৎ কালৰ ক্ৰিয়াৰ লগত আছ্ বা থাক্ ধাতুৰ ৰূপ যোগ দিয়া হয়। প্ৰতিক আছ্ আৰু থাক ধাতুৰ থকা হোৱা ক্ৰিয়াৰ অবিৰত ৰূপ সুকীয়াকৈ নাই। অপূৰ্ণভূত কালত থাকিলোঁ/আছিলোঁ, থাকিলা/আছিলা আদি ৰূপ হ'ব পাৰে।

যেনে —সি যাওঁতে মই তাত 'আছিলোঁ' ( এতিয়া তাত থকা নাই অৰ্থাৎ তাত থকা কাৰ্যটো সম্পূৰ্ণ হ'ল, তেতিয়া সম্পূৰ্ণ হোৱা নাছিল বাবে অপূৰ্ণভূত )

ছ) অসমীয়া ভাষাত 'ই' স্বৰান্ত আৰু 'ঈ' স্বৰান্ত ধাতু বৰ কম। ই স্বৰান্ত 'সি' ( চিলাই কৰ অৰ্থত ) 'পি' আৰু ঈ স্বৰান্ত 'জী' ( জীয়াই থাক অৰ্থত) ধাতুৰ বিভক্তিযুক্ত ৰূপ একে ধৰণৰ। ক্ৰিয়া-ৰূপত (বিভক্তিযুক্ত ধাতুত) 'দি ' আৰু 'নি' প্ৰয়োগ হোৱা মূলধাতু যথা ক্ৰমে 'দে' আৰু 'নে' ৰ মূল সংস্কৃত ধাতু 'দা' আৰু নী, 'পি'ৰ সংস্কৃত মূল ধাতুটো পা। 'স্বৰান্ত সংস্কৃত ধাতুত অসমীয়া ভাষাৰ ধাতু-বিভক্তি যোগ দি ক্ৰিয়াপদ গঢ় দিয়া নহয়। ভজ্, লিখ্, বচ্ প্ৰভৃতি 'ব্যঞ্জনান্ত সংস্কৃত তৎসম' ধাতু শব্দতহে অসমীয়া বিভক্তি যোগ দি অসমীয়া ক্ৰিয়া-পদ গঢ় দিয়া হয়। তলত কেইটামান সুকীয়া সুকীয়া স্বৰান্ত তদ্ভৱ ধাতু আৰু ব্যঞ্জ-নান্ত তৎসম ধাতুৰ লগত অসমীয়া ক্ৰিয়া-বিভক্তি যোগ হোৱাৰ উদাহৰণ দিয়া হৈছে। মন কৰিব লগীয়া যে— 'অনুজ্ঞাৰ তুচ্ছাৰ্থত (তই কৰ্তাৰ ক্ৰিয়াত) 'ধাতু শব্দটো বিভক্তিযুক্ত নহয়, মূল ৰূপতে থাকে। বুজিবলৈ সুবিধা হ'বৰ কাৰণে দে,সি আৰু জী ধাতুৰ ৰূপ একে লগে দিয়া হৈছে।

| পুৰুষ | পূৰ্ণভূত | সামান্য ভূত | নিত্যবৰ্তমান | সামান্য বৰ্তমান | ভৱিষ্যৎ | অনুজ্ঞা |
|---|---|---|---|---|---|---|
| ১ম | দিছিলোঁ | দিলোঁ | দিওঁ | দিছোঁ | দিম | দিওঁ |
| ২য় | দিছিলা | দিলা | দিয়া | দিছা | দিবা | দিয়া |
| | দিছিলি | দিলি | দিয় | দিছ | দিবি | 'দে' |
| ৩য় | দিছিল/লে | দিলে | দিয়ে | দিছে | দিব | দিয়ক |
| ১ম | সিছিলোঁ | সিলোঁ | সিওঁ | সিছোঁ | সিম | সিওঁ |
| ২য় | সিছিলা | সিলা | সিয়া | সিছা | সিবা | সিয়া |
| | সিছিলি | সিলি | সিয় | সিছ | সিবি | 'সি' |
| ৩য় | সিছিল/লে | সিলে | সিয়ে | সিছে | সিব | সিয়ক |
| ১ম | জীছিলোঁ | জীলোঁ | জীওঁ | জীছোঁ | জীম | জীওঁ |
| ২য় | জীছিলা | জীলা | জীয়া | জীছা | জীবা | জীয়া |
| | জীছিলি | জীলি | জীয় | জীছ | জীবি | 'জী' |
| ৩য় | জীছিল/লে | জীলে | জীয়ে | জীছে | জীব | জীয়ক |

নিত্যবৰ্তমান কালৰ দ্বিতীয় পুৰুষৰ (তুমি কৰ্তাৰ) ক্ৰিয়াত চন্দ্ৰবিন্দু নাথাকে; কিন্তু অনুজ্ঞাত থাকে। প্ৰথম পুৰুষত নিত্যবৰ্তমান কাল আৰু অনুজ্ঞাৰ ৰূপ একে হয়। কোৱাৰ ধৰণহে পৃথক্ হয়। দিওঁ, নিওঁৰ পৰিবৰ্তে দেওঁ, নেওঁ প্ৰভৃতি

প্ৰয়োগ পুৰণি অসমীয়া আৰু নামনি অসমৰ লোক-ভাষাত পোৱা যায়।

ভ) ব্যঞ্জনান্ত সংস্কৃত-তৎসম ধাতুৰ ৰূপবোৰ ব্যঞ্জনান্ত তদ্ভৱ ধাতুৰ দৰেই হয়। পাঢ় (সং পঠ্‌), কৰ্ (সং কৃ) প্ৰভৃতি তদ্ভৱ ধাতুৰ দৰেই ৰচ্, ভজ্, লিখ্ প্ৰভৃতি তৎসম ধাতুৰো ৰূপ হয়। গতিকে সেইবোৰ ধাতুৰ বিভক্তিযুক্ত ৰূপ সুকীয়াকৈ দিয়াৰ প্ৰয়োজন নাই। খচক-খেকেচ, সোলক প্ৰভৃতি স্থানীয় ধাতুৰ ক্ষেত্ৰতো একে নিয়মেই খাটে।

অনুশীলনী—১৭

১। যোৱা আৰু থকা বুজোৱা ধাতুৰ ক্ৰিয়া-ৰূপ আৰু অন্যান্য ধাতুৰ ক্ৰিয়া-ৰূপৰ মাজত থকা পাৰ্থক্য বিচাৰি উলিওৱাঁ।

২। ধাতুত বিভক্তি যোগ নোহোৱা ক্ৰিয়া পদটো কি? কাল, পুৰুষ আৰু বচন উল্লেখ কৰি উদাহৰণ দিয়াঁ।

৩। বিভক্তিৰ দৃষ্টিত একে হ'লেও, ভাবৰ দৃষ্টিত পৃথক্ কেইটামান ক্ৰিয়াপদৰ উদাহৰণ দাঙিধৰাঁ।

৪। ধাতুশব্দৰ লগত যোগ হওঁতে বিভক্তিসমূহৰ ধ্বনি-পৰিবৰ্তন হ'ব পাৰেনে নোৱাৰে? উদাহৰণসহ আলোচনা কৰাঁ।

০০০০

১৬। **কৰ্মপদ** — যি শ্ৰেণীৰ মৌলিক ধাতুৰ ক্ৰিয়াই কেৱল কৰ্তাৰ লগতেই সম্বন্ধ ৰাখে, সেই মৌলিক ধাতুক 'অকৰ্মক মৌলিক ধাতু' বোলা হয়, অকৰ্মক ধাতুৰ ক্ৰিয়াও অকৰ্মক হয়। যেনে—ল'ৰাটো শুলে। ইয়াত শো ধাতুৰ ক্ৰিয়াটো অকৰ্মক। কিয়নো—এই শোৱা কাৰ্যটোৰ বা শুলে ক্ৰিয়াটোৰ সম্পৰ্ক কেৱল কৰ্তা-পদ 'ল'ৰাটো'ৰ লগতহে আছে; কিন্তু ল'ৰাটোৱে খালে। এই বাক্যটোত কি খালে, সেই কথাটো কোৱা নাই যদিও কিবা এটা বস্তুৰ ওপৰত খোৱা কাৰ্যটোৱে নিৰ্ভৰ কৰিছে বুলি বুজিব পাৰি। এইদৰে ক্ৰিয়াই যেতিয়া কৰ্তাৰ বাহিৰেও অন্য এটা বস্তুৰ লগত সংগতি ৰাখিহে কাৰ্য-সম্পাদন কৰিব পাৰে, তেতিয়া সেই ক্ৰিয়াক সকৰ্মক ক্ৰিয়া বোলে আৰু কৰ্তাৰ বাহিৰে যাৰ ওপৰত ক্ৰিয়াই নিৰ্ভৰ কৰে, তাক 'কৰ্মপদ' বোলে। যেনে—ল'ৰাটোৱে ভাত খালে। এই বাক্যটোত 'ভাত' কৰ্মপদ আৰু 'খালে' সকৰ্মক ক্ৰিয়া। কেতিয়াবা এটা ক্ৰিয়াপদৰ দুটা কৰ্মপদ থাকে। এই শ্ৰেণীৰ ক্ৰিয়াপদক 'দ্বিকৰ্মক ক্ৰিয়াপদ' বোলা হয়। যেনে—দেউতাকে ল'ৰাটোক ভাবি দিছে। এই বাক্যটোত কি দিছে আৰু কাক দিছে এই

দুটা কথাৰ লগত দেউতাকে কৰ্তাপদ আৰু দিছে ক্ৰিয়াপদৰ সম্বন্ধ আছে। গতিকে এই বাক্যটোত থকা 'দিছে' ক্ৰিয়াপদৰ কৰ্ম দুটা। এনেকৈ দুটা কৰ্মপদ থকা বাক্যৰ এটা কৰ্মক 'মুখ্য' বা প্ৰধান কৰ্ম আৰু আনটো কৰ্মক 'গৌণ' বা অপ্ৰধান কৰ্ম বোলা হয়। সাধাৰণতে অপ্ৰাণীবাচক বস্তুটো মুখ্য কৰ্ম আৰু প্ৰাণীবাচক কৰ্মটোক গৌণ কৰ্ম বোলা হয়। ওপৰৰ বাক্যত থকা ডাবি মুখ্য কৰ্ম আৰু ল'ৰাটো গৌণ কৰ্ম। কৰ্মকাৰকৰ বিভক্তি-চিন 'ক' গৌণ কৰ্মতহে যোগ হয়, মুখ্য কৰ্মত যোগ নহয়। কৰ্তাৰ লগত থকা সম্পৰ্ক অনুসৰিহে ক্ৰিয়াপদ গঢ় লয় বা ধাতু শব্দত বিভক্তি যোগ হয়। এই ক্ষেত্ৰত কৰ্মপদে ক্ৰিয়াপদৰ ওপৰত প্ৰভাব বিস্তাৰ কৰিব নোৱাৰে। সেইবাবে অকৰ্মক, সকৰ্মক আৰু দ্বিকৰ্মক সকলো শ্ৰেণীৰে মৌলিক ধাতুৰ লগত বিভক্তি-চিন যোগ দিয়াৰ নিয়ম একেই।

১৭। **নামধাতুৰ ক্ৰিয়াপদ** — ধাতু শব্দৰ পাছত বিভক্তি যোগ দি ক্ৰিয়াপদ গঢ় দিয়াৰ দৰে যদি নাম শব্দৰ পাছতো বিভক্তি যোগ দি ক্ৰিয়াপদ গঢ় দিয়া যায়, তেনে হ'লে, সেই ক্ষেত্ৰত সেই নাম শব্দটোকে নামধাতু বোলা হয়। অৰ্থাৎ 'ধাতু' শব্দৰ দৰে ব্যৱহাৰ কৰা 'নাম' শব্দকে 'নামধাতু' বুলি কয়। মন কৰিবলগীয়া যে —নাম শব্দ বুলিলেও এই ক্ষেত্ৰত কেৱল সংজ্ঞা বা বিশেষ্য আৰু বিশেষণ শব্দকহে ধৰা হয়; সৰ্বনাম শব্দত ধাতু বিভক্তি যোগ কৰি ক্ৰিয়াপদ গঢ় দিয়া নহয়। তলত নামধাতুৰ পৰা হোৱা ক্ৰিয়াপদৰ উদাহৰণ দিয়া হৈছে। বুজিবলৈ সুবিধা হ'বৰ কাৰণে অন্যধাতুৰ লগত তুলনা কৰা হৈছে।

| ক) ধাতু আৰু ক্ৰিয়া | | বিভক্তি-চিন | 'নামধাতু বা সংজ্ঞাপদ | নামধাতুৰ ক্ৰিয়া |
|---|---|---|---|---|
| ভূতকাল | কৰ্ >কৰিলোঁ | 'ইলোঁ' | মাত (শব্দ) | মাতিলোঁ |
| | কৰ্ >কৰিছিলোঁ | 'ইছিলোঁ | | মাতিছিলোঁ |
| | কৰ্ >কৰিলোঁ | ইলোঁ | চৰ | চৰালোঁ |
| বৰ্তমান কাল | কৰ্ >কৰোঁ | ওঁ | চৰ্ | চৰাওঁ, চৰিয়াওঁ |
| | কৰ্ >কৰা | আ | চৰ্ | চৰোৱা, চৰিউৱা |
| | কৰ্ >কৰ | — | চৰ্ | চৰাৱ, চৰিয়াৱ |
| | কৰ্ >কৰে | এ | চৰ্ | চৰায়, চৰিয়ায |
| ভৱিষ্যৎ কাল | কৰ্ > কৰিম | ইম | চৰ্ | চৰিবাম |
| | কৰ্ >কৰিবা | ইবা | চৰ | চৰিয়াবা |
| | কৰ্ >কৰিবি | ইবি | চৰ্ | চৰিয়াবি |
| | কৰ্ >কৰিব | ইব | চৰ্ | চৰিয়াব |
| অনুজ্ঞা | কৰ্ >কৰোঁ | ওঁ | চৰ্ | চৰিয়াওঁ |
| | কৰ্ >কৰাঁ | আঁ | চৰ্ | চৰিউৱাঁ |
| | কৰ্ >কৰ্ | — | চৰ্ | চৰিয়া |
| | কৰ্ >কৰক | অক, ওক | চৰ্ | চৰিয়াওক |

অসমীয়া ভাষাত অ স্বৰান্ত নামশব্দ বৰ কম। অ স্বৰান্ত শব্দৰ উচ্চাৰণ ব্যঞ্জনান্ত কৰা হয়; কিন্তু উচ্চাৰণ মতে এই শ্ৰেণীৰ শব্দত ব্যঞ্জন চিন্ দিয়া নহয়। আনহাতে সকলো নাম শব্দকে নামধাতুৰ দৰে ব্যৱহাৰ কৰা নহয়। তলত সুকীয়া স্বৰ শেষত থকা নাম শব্দৰ নাম-ধাতুৰ ৰূপৰ উদাহৰণ দাঙিধৰা হৈছে। ব্যঞ্জনান্ত নামধাতুৰ উদাহৰণ ওপৰত দিয়া হ'ল। স্বৰান্ত নাম শব্দৰ ধাতুৰূপো সেই বিলাকতকৈ বেছি পৃথক্ নহয়। সেই বাবে সকলো কাল আৰু পুৰুষত স্বৰান্ত নাম শব্দৰ ৰূপ দাঙি নধৰিলেও হ'ব। এনে স্থলত সুকীয়া স্বৰান্ত শব্দ সুকীয়া সুকীয়া কাল আৰু পুৰুষত আংশিক ৰূপে দিয়া হৈছে। তুলনাৰ বাবে একে স্বৰান্ত অন্য ধাতুৰ ৰূপ লগত ৰখা হৈছে।

আ স্বৰান্ত ঘা শব্দৰ নামধাতু-ৰূপ (ঘা লগোৱা বা ঘাপ মৰা অৰ্থত)

খ) সৰল ধাতু পা. নাম ধাতু ঘা

| কাল | ধাতু> | ক্ৰিয়া | বিভক্তি | নামধাতু> | ক্ৰিয়া |
|---|---|---|---|---|---|
| অতীত — | পা | পালোঁ। | ইলোঁ। | ঘা | ঘৈয়ালোঁ। |
| | ,, | পাইছিলোঁ। | ইছিলো | ,, | ঘৈয়াইছিলোঁ। |
| বৰ্তমান — | ,, | পাইছোঁ। | ইছোঁ। | ,, | ঘৈয়াইছোঁ। |
| | ,, | পাওঁ | ওঁ | ,, | ঘৈয়াওঁ |
| | ,, | পোৱা | আ | ,, | ঘৈয়োৱা |
| | ,, | পাব | অ | ,, | ঘৈয়াব |
| ভৱিষ্যৎ — | ,, | পাম | ইম | ,, | ঘৈয়াম |
| | ,, | পাবা | ইবা | ,, | ঘৈয়াবা |
| | ,, | পাবি | ইবি | ,, | ঘৈয়াবি |
| | ,, | পাব | ইব | ,, | ঘৈয়াব |
| অনুজ্ঞা | ,, | পাওঁ | ওঁ | ,, | ঘৈয়াওঁ |
| | ,, | পোৱাঁ। | আঁ। | ,, | ঘৈয়োৱাঁ। |
| | ,, | পা | | ,, | ঘৈয়া |
| | ,, | পাওক | ওক | ,, | ঘৈয়াওক |

গ) 'ই' স্বৰান্ত আৰু 'ঈ' স্বৰান্ত বৰ্ণৰ উচ্চাৰণ অসমীয়া ভাষাত একে ধৰণৰ। সেইবাবে এই দুয়ো শ্ৰেণীৰ উদাহৰণ ৰূপে 'লাঠী' নাম শব্দৰ ধাতুৰূপ দিয়া হৈছে।

| কাল | সৰল ধাতু> | ক্ৰিয়া | বিভক্তি | নামধাতু> | নামধাতুৰ ক্ৰিয়া |
|---|---|---|---|---|---|
| অতীত — | পি | পিলোঁ | ইলোঁ> 'আলোঁ' | 'লাঠী' | লঠিয়ালোঁ |
| | | পিছিলোঁ। | ইছিলোঁ> আইছিলো | | লঠিয়াইছিলোঁ |

| | | | | | |
|---|---|---|---|---|---|
| বৰ্তমান | পি | পিওঁ | ওঁ > আওঁ | লাঠী | লঠিয়াওঁ |
| | | পিছোঁ | ইছোঁ > আইছোঁ | | লঠিয়াইছোঁ |
| | | পিছা | ইছা > আইছা | | লঠিয়াইছা |
| | | পিছ | ইছ > আইছ | | লঠিয়াইছ |
| | | পিছে | ইছে > আইছে | | লঠিয়াইছে |
| অনুজ্ঞা | ,, | পিওঁ | ওঁ > আওঁ | | লঠিয়াওঁ |
| | | পিয়াঁ | আঁ > 'উৱাঁ' | | লঠিউৱা |
| | | পি | আ | | লঠিয়া |
| | | পিয়ক | অক > 'আওক' | | লঠিয়ক, |

ঘ) 'উ'কাৰান্ত ভুকু শব্দৰ প্ৰথম আৰু দ্বিতীয় পুৰুষৰ কৰ্তাৰ ক্ৰিয়াৰূপ তলত দিয়া হৈছে। 'উ'স্বৰান্ত শব্দ হ'লেও তাৰ ৰূপ এনে ধৰণেই হ'ব।
'উ' স্বৰান্ত সাধাৰণ ধাতু পোৱা নাযায়।

| কাল | বিভক্তি | নাম ধাতু | নামধাতুৰ ক্ৰিয়া |
|---|---|---|---|
| অতীত | আলোঁ | 'ভুকু' | ভুকুৱালোঁ |
| | আইছিলোঁ | | ভুকুৱাইছিলোঁ |
| | ৱালা | | ভুকুৱালা |
| | ৱাইছিলা | | ভুকুৱাইছিলা |
| বৰ্তমান | ৱাওঁ | | ভুকুৱাওঁ |
| | উৱা | | ভুকুউৱা |
| | আৱ | | ভুকুৱাৱ |
| অনুজ্ঞা | আওঁ | | ভুকুৱাওঁ |
| | উৱাঁ | | ভুকুউৱাঁ |
| | আ | | ভুকুৱা |
| | আওক | | ভুকুৱাওক |

তৃতীয় পুৰুষৰ কৰ্তাত যথাক্ৰমে অতীত কালত—ভুকুৱাইছিল, ভুকুৱালে ; বৰ্তমান কালত —ভুকুৱাইছে, ভুকুৱায় আৰু ভবিষ্যৎ কালত —ভুকুৱাব ৰূপ হ'ব।

ঙ) 'এ'স্বৰান্ত নাম শব্দ অসমীয়া ভাষাত নাই বুলিয়েই ক'ব পাৰি। এই বিষয়ে নাম শব্দৰ ৰূপান্তৰৰ প্ৰসংগত কোৱা হৈছে। 'ঋ'ৰ উচ্চাৰণ 'ৰি' অৰ্থাৎ 'ৰ+ই'ৰ দৰে, 'ঐ'ৰ উচ্চাৰণ 'অ+ই' ৰ দৰে আৰু 'ঔ'ৰ উচ্চাৰণ 'অ+উ'ৰ দৰে হয়। গতিকে 'ঋ', 'ঐ' আৰু 'ঔ' স্বৰ শেষত থকা নামধাতুৰ ক্ৰিয়াৰূপ যথাক্ৰমে 'ই', 'ঈ' আৰু 'উ' স্বৰান্ত শব্দৰ নিচিনা হয়। 'ও' স্বৰত 'উ' স্বৰ লুকাই থাকে (অ+

উ=ও)। সেইবাবে 'ও' স্বৰান্ত নাম ধাতুৰো ক্ৰিয়াৰূপ 'উ' স্বৰান্ত শব্দৰ দৰেই হয়। 'অনুস্বাৰ' আৰু 'ব্যঞ্জনান্ত ঙ'ৰ ধ্বনি অসমীয়া ভাষাত একে ধৰণৰ। এনে স্থলত ব্যঞ্জনান্ত ধাতু শব্দৰ ৰূপৰ দৰেই 'অনুস্বাৰান্ত' শব্দৰো ৰূপ হয়। অনুস্বাৰান্ত শব্দৰ পাছত ধাতু-বিভক্তি যোগ দিওঁতে বিভক্তিৰ স্বৰৰ লগত মিলি যোৱা অনুস্বাৰটো ঙ্ ৰূপে ব্যৱহাৰ কৰা হয়। উদাহৰণ তলত দিয়া হৈছে।

| কাল | পুৰুষ | ধাতু | বিভক্তি | ক্ৰিয়াৰূপ |
|---|---|---|---|---|
| ভূত | ১ম | জেং | ইলোঁ > আলোঁ | জেঙালোঁ |
| | | | ইছিলোঁ > আইছিলোঁ | জেঙাইছিলোঁ |
| | ২য় | | ইলা > আলা | জেঙালা |
| | | | ইলি > আলি | জেঙালি |
| | | | ইলে > আলে | জেঙালে |
| | | | ইছিলা > আইছিলা | জেঙাইছিলা |
| | | | ইছিলি > আইছিলি | জেঙাইছিলি |
| | ৩য় | | ইছিলে > আইছিলে | জেঙাইছিলে |
| বৰ্তমান | ১ম | | ওঁ > আওঁ | জেঙাওঁ |
| | | | ইছোঁ আইছোঁ | জেঙাইছোঁ |
| | ২য় | | ইছা আইছা | জেঙাইছা |
| | | | ইছ > আইছ | জেঙাইছ |
| | | | আ > ওৱা | জেঙোৱা |
| | | | অ > আৱ | জেঙাৱ |
| | ৩য় | | এ > আয় | জেঙায় |
| | | | ইছে > আইছে | জেঙাইছে |
| ভৱিষ্যৎ | ১ম | | ইম > আম | জেঙাম |
| | ২য় | | ইবা > আবা | জেঙাবা |
| | | | ইবি > আবি | জেঙাবি |
| | | | ইব > আব | জেঙাব |

(চ) উদাহৰণ স্বৰূপে ওপৰত দিয়া নামধাতুৰ ক্ৰিয়াবোৰত বিভক্তি-চিন প্ৰয়োগ নবকেৰ দুটামান কথা মন কৰিবলগীয়া আছে। (ক) ভাগত থকা 'মাত' শব্দটো জীৱ-জন্তু বা মানুহৰ মাত অৰ্থত 'সংজ্ঞাপদ'; কিন্তু কৰ্, খা, ন প্ৰভৃতি সাধাৰণ ধাতুৰ দৰে 'মাত' শব্দটোক এটা 'ধাতু শব্দ' বুলিও ধৰিব পাৰি। তুমৰ্থৰ অনুজ্ঞাত কৰ্, খা,

খা আদি ধাতু মূল ৰূপত থকাৰ দৰে মাত ধাতুটোও থাকে। গতিকে ইয়াক বিভক্তি-চিন প্ৰয়োগৰ দৃষ্টিত নাম শব্দ বুলি নধৰি ধাতু শব্দ বুলি ধৰাহে উচিত। শব্দটোত সাধাৰণ ধাতু শব্দৰ দৰেই বিভক্তিৰ চিন যোগ হৈছে। নামধাতুৰ বিভক্তি-চিনৰ আগত অন্য 'স্বৰৰ আগম' হয়। পাছত দিয়া চৰ, ঘা, লাঠী, ভুক্ আৰু জেং নাম শব্দত বিভক্তি যোগ দিওঁতে হোৱা স্বৰাগমবোৰ তলত দিয়া ধৰণৰ। ব্যঞ্জনান্ত ধাতুৰ পাছত 'আ/ইয়া' (চৰ্ + আলোঁ=চৰালোঁ, চৰ্ + ইয়ালোঁ=চৰিয়ালো) হয়। 'আ' বা 'ইয়া'ৰ পাছত মূল বিভক্তি-চিনৰ শেষৰ ভাগ যোগ হয়। অৰ্থাৎ ইলোঁ, ইছিলোঁ, ইম প্ৰভৃতি চিনৰ কেৱল 'লোঁ,' ছিলোঁ,' 'ম' অংশ যোগ হৈ চৰিয়ালোঁ, মৰিয়ালোঁ আদি হয়। চৰিয়াম (চৰ্ + ইয়া + ম), মৰিয়াম (মাৰি + ইয়া + ম) প্ৰভৃতি এনে ধৰণে হৈছে ; কিন্তু কিছুমান ক্ষেত্ৰত বিভক্তি-চিনটো সম্পূৰ্ণ থাকে। যেনে— চৰ্ + ইয়া + ইছোঁ = ; চৰিয়াইছোঁ : ই স্বৰান্ত 'মাৰি' নামধাতুৰ লগত বিভক্তি যোগ দিওঁতে 'মাৰি > মৰি+ইয়া + ইছোঁ = মৰিয়াইছোঁ হৈছে। (খ) ভাগত 'আ'স্বৰান্ত 'ঘা' নামধাতুৰ লগত বিভক্তি যোগ হওঁতে ধাতুৰ পাছৰ অংশৰ আ > ঐ হৈছে (ঘা + ই = ঘৈ) আৰু ঘৈ শব্দৰ পাছত আইছোঁ, আলোঁ, আওঁ, ওৱা, আম, আবা, আবি প্ৰভৃতি বিভক্তি যোগ হৈছে (ঘৈয়াইছোঁ=ঘৈ+আইছোঁ, ইয়াত 'আইছোঁ' > য়াইছোঁলৈ ৰূপান্তৰিত হৈছে)। ঘৈয়ালোঁ, ঘৈয়াওঁ, ঘৈয়োৱা, ঘৈয়াম, ঘৈয়াবি ৰূপ এইদৰে হয়। ঘৈ বোলোঁতে ঐৰ ধ্বনি ই স্বৰান্ত (অই) যেন হয়। সেইবাবে ই স্বৰৰ পাছৰ 'আ' > 'য়া' হয় ( ই + আ = য়া )। ঘৈয়াওঁ, ঘৈয়াবা প্ৰভৃতিৰ ঘৈ অংশটোৰ ঠাইত কোমল 'অ' ৰ উচ্চাৰণ কৰাও দেখা যায়। তেতিয়া ঘ'য়াওঁ, ঘ'য়ালোঁ, প্ৰভৃতি ৰূপ হ'ব। এই দৰে বিভক্তিৰ ই লোপ পাই কোমল অ হোৱাৰ উদাহৰণ আগতে দিয়া হৈছে। গ) ভাগত, 'ই' বা 'ঈ' স্বৰান্ত শব্দৰ পাছত বিভক্তিচিন যোগ হওঁতে অ স্বৰ 'আগম' হোৱা প্ৰভৃতি কিছুমান পৰিবৰ্তন লক্ষ্য কৰিব লগীয়া। (ঘ) ভাগত 'উ' স্বৰান্ত শব্দৰ পাছত 'আ > ৱা' হৈছে (উ + আ = ৱা')। '(ঙ)' ভাগৰ অনুস্বৰান্ত জেং শব্দৰ বিভক্তিৰ আগত 'আ' স্বৰ আগম হৈছে ; কিন্তু 'ইয়া' আগম হোৱা নাই।

১৮। **অনুকাৰ নামশব্দ** —অনুকৰণাত্মক সংজ্ঞাশব্দকো নামধাতুৰ দৰে ব্যৱহাৰ কৰা হয়। এইশ্ৰেণীৰ নামধাতুক 'অনুকাৰ নামধাতু' বুলিব পাৰি। কোঁচ্-কোঁচ্, দপ্‌দপ্, ভোঁভোঁ প্ৰভৃতি প্ৰকৃতিৰ অনুকৰণত গঢ়লোৱা শব্দবোৰত 'অনি' প্ৰত্যয় যোগ দি নাম শব্দ গঢ় দিয়া হয়। নামধাতুত এই 'প্ৰত্যয় অংশত বাদে' কেৱল অনুকৰণবাচক ভোঁভোঁ, দপদপ্ প্ৰভৃতি মূল অংশটোহে থাকে আৰু সেই মূল অংশটোৰ লগত ক্ৰিয়াৰিভক্তি যোগ দিয়া হয়। যেনে —সি খঙত 'কোঁচ্-কোঁচাইছে'। সেইদৰে 'দপ্‌দপায়', 'কিংকিঙালে', 'কট্ কটাব প্ৰভৃতি বেলেগ বেলেগ পুৰুষ আৰু কালৰ নামধাতুৰ ক্ৰিয়াত ক্ৰিয়াবিভক্তিৰ 'মলচিনবোৰৰ আগত আ'

যোগদি লোৱা হয়। 'আ' যোগ দিয়া চিনবোৰত থকা বিভক্তিৰ প্ৰথম বৰ্ণ 'ই' লোপ পায়। যেনে—ঘট্‌মট্‌ + ইব = ঘটমটা'ব' (ঘট্‌মটিব > ঘটমটাব হ'ল)। অন্য নামধাতুবোৰতো এই নিয়মেই খাটে।

১৭। **জটিল ধাতুৰ ৰূপান্তৰ** — যিবোৰ ধাতুৰ লগত কেৱল কাল আৰু পুৰুষৰ লগত সংগতি ৰাখি বিভক্তি-চিন যোগ দিলেই সকৰ্মক বা অকৰ্মক ক্ৰিয়া গঢ় লয়, সেইবোৰ ধাতুকে সৰল ধাতু বা মৌলিক ধাতু বোলা হৈছে। নাম-ধাতুবোৰ মূল ধাতু নহয় যদিও, বিভক্তি-চিনৰ ব্যৱহাৰত বেছি জটিলতা নাই। এটা ক্ৰিয়াৰ একাধিক কৰ্তাপদ হ'লে নাইবা একেটা কৰ্তাপদৰ ক্ৰিয়াতে একাধিক ধাতুৰ প্ৰয়োগ হ'লে ধাতু শব্দৰ বিভক্তি-প্ৰয়োগত জটিলতা সৃষ্টি হয়। বিভক্তিৰ প্ৰয়োগৰ জটিলতাৰ লগতে ক্ৰিয়াপদ আৰু তাৰ মূল শব্দ ধাতুটোৰ ভাৱ প্ৰকাশক অংশটোও জটিল হৈ পৰে। এনে জটিল ক্ৰিয়াৰ ধাতুকে জটিল ধাতু বুলি কোৱা হৈছে। জটিল ধাতুৰ শ্ৰেণী-বিভাগ আগতেই কৰা হৈছে। তলত প্ৰত্যেক শ্ৰেণীৰে লক্ষণ উদাহৰণ সহ দাঙিধৰা হৈছে।

ক) **পাচনি ধাতুৰ ক্ৰিয়া** —দুটা কৰ্তাপদে এটা ক্ৰিয়াপদৰ লগত সুকীয়া সুকীয়া ধৰণৰ সম্পৰ্ক ৰক্ষা কৰিবলৈ যাওঁতে সিহঁতৰ 'এটা কৰ্তা' যদি 'আনটো কৰ্তাৰ প্ৰেৰক' হয়, তেতিয়া ক্ৰিয়া পদটো 'পাঁচনি ক্ৰিয়া' হয়। নিজে নকৰি আনক পাঁচি যি কাম কৰা হয়, সেই কাম বুজোৱা ক্ৰিয়াটোক পাচনি ক্ৰিয়া বোলা হয় আৰু যাক পাঁচি কাম কৰা হয়, তাক পাঁচনি কৰ্তা বোলা হয়। যি জনে পাঁচে তেওঁক পাঁচক বোলে। 'পাঁচক আৰু পাঁচনিক' যথাক্ৰমে 'প্ৰেৰক' আৰু প্ৰেৰিত বুলিও ক'ব পাৰি। পাঁচনি ক্ৰিয়াৰ ধাতুকে 'পাঁচনি ধাতু বোলা হৈছে। প্ৰকৃততে পাঁচনি ধাতু বুলি সুকীয়া মূলধাতু নাই। সৰল ধাতু বা মৌলিক ধাতুতে প্ৰত্যয় যোগদি পাঁচনি ধাতু গঢ় দিয়া হয়। অকৰ্মক আৰু সকৰ্মক দুয়ো শ্ৰেণীৰ সৰল ধাতুৰেই পাঁচনি ধাতুলৈ ৰূপান্তৰিত হ'ব পাৰে; কিন্তু পাঁচনি ৰূপ পোৱাৰ লগে লগে 'অকৰ্মক' 'সৰল ধাতুটোও সকৰ্মক জটিল ধাতুত' পৰিণত হয়। সেই সময়ত প্ৰেৰিত কৰ্তা বা 'পাঁচনি কৰ্তাটোৱেই কৰ্মত পৰিণত হয়। যেনে — 'ৰাম শুলে' —এই বাক্যৰ অকৰ্মক কৰ্তা ৰাম আৰু অকৰ্মক ক্ৰিয়া শুলে। ইয়াত শুলে ক্ৰিয়াৰ ধাতু 'শো' এটা সৰল ধাতু, কিন্তু ৰামক শুৱালে, এই বাক্যটোৰ মাই কৰ্তাটো লুকাই আছে। শুৱাওঁতা বা প্ৰেৰক কৰ্তাৰ পুৰুষ আৰু কাল অনুসৰিহে শুৱালে ক্ৰিয়াটো হৈছে। আনহাতে আগৰ 'শুলে' ক্ৰিয়াৰ কৰ্তাপদ ৰামটো এই বাক্যটোত কৰ্মপদ হৈ পৰিছে। অকৰ্মক 'শো' ধাতুটো এই বাক্যত সকৰ্মক 'শুৱা' ধাতু হৈছে। অৰ্থাৎ সৰল ধাতুত 'আ' যোগদি পাঁচনি ধাতু গঢ় দিয়া হৈছে। ধাতুত আ প্ৰত্যয়টো যোগ হোৱাৰ পাছত ধাতু-বিভক্তিৰ চিন নিয়মিত ভাবে যোগ দিয়া হয়। যেনে— শুৱাওঁ, শুৱাইছা,

শুৱাইছ, শুৱাইছে। শুৱালোঁ শুৱালা, শুৱালি, শুৱালে। শুৱাওঁ, শুৱাবা, শুৱাবি, শুৱাব। সকৰ্মক হলেও এই নিয়ম খাটে, কিন্তু তেতিয়া ক্ৰিয়াটো দ্বিকৰ্মক হয়। যেনে—'ল'ৰাটোৱে ভাত খালে' এই বাক্যৰ ক্ৰিয়া সকৰ্মক আৰু ল'ৰাটো কৰ্তা। এই 'খা' ধাতুটো যদি পাঁচনি ধাতু কৰা হয়, তেতিয়া 'খুৱা' ধাতু হ'ব আৰু কৰ্তাপদ 'ল'ৰাটো' কৰ্মপদ 'ল'ৰাটোক' হ'ব। আগৰ মুখ্য কৰ্ম ভাত আছেই বাবে খুৱালেটো দ্বিকৰ্মক ক্ৰিয়াত পৰিণত হ'ব। ইয়াত আচল কৰ্তা লুকাই আছে। মাকে ল'ৰাটোক ভাত খুৱালে বুলিলেহে বাক্যটো সম্পূৰ্ণ হয়। পাচঁনিধাতু আৰু সৰলধাতুৰ মাজত আৰু এটা পাৰ্থক্য আছে। সৰলধাতুৰ বিভক্তি-যুক্ত অৱস্থাটোৰ লগতেহে আ প্ৰত্যয় যোগদি পাচঁনিধাতু কৰা হয়। যেনে—শো>শুৱা (শুৱাও, শুৱায় প্ৰভৃতিৰ বিভক্তিৰহিত অংশ), খা>খুৱা (খুৱাও খুৱাইছে, খুৱালে প্ৰভৃতি ক্ৰিয়াৰ বিভক্তিৰহিত অংশ)। তলত কেইটামান সৰল ধাতুৰ পাচঁনি ৰূপ দিয়া হৈছে। লিখ্—লিখা, কৰ্—কৰা, দে—দিয়া, খা—খোৱা, শুন—শুনা, ৰাখ—ৰখা, সি—সিয়া ইত্যাদি এই শ্ৰেণীৰ উদাহৰণ।

তিনিটা কৰ্তাপদেৰে সম্বন্ধ থকা পাচঁনিধাতুৰ ক্ৰিয়াও আছে। সৰলধাতুৰ ক্ৰিয়াপদৰ লগত জড়িত কৰ্তাটো পাচঁনিধাতুৰ ক্ৰিয়াপদৰ কৰ্মলৈ ৰূপান্তৰিত হয়। এইশ্ৰেণীৰ পাচঁনি কটাক 'কৰণ পাচঁনি' বুলিব পাৰি। উদাহৰণ তলত দিয়া হৈছে। (১) 'ৰামে' ভাত 'খালে'। (২) গোপালে ৰামক ভাত 'খুৱালে'। (৩) যদুৱে 'গোপালৰ হতুৱাই' ৰামক ভাত 'খুৱালে'। (৪) লৰাটো 'শুলে'। (৫) মাকে লৰাটো 'শুৱালে'। (৬) মাকে 'ধায়েকৰ হতুৱাই' ল'ৰাটো 'শুৱালে'। এইদৰে দিলে; দিয়ালে, দিওৱালে; শুনে>শুনালে>শুনোৱালে; কৰিলে, কৰালে, কৰোৱালে; বুলিলে, বোলালে, বোলোৱালে ইত্যাদি ৰূপো হয়। ওপৰত দিয়া বাক্যবোৰৰ ভিতৰত তৃতীয়টো বাক্যৰ 'গোপালৰ হতুৱাই' কৰণ পাচঁনি সেই-দৰে 'ধায়েকৰ হতুৱাই' অংশটোও কৰণ পাচঁনি। মন কৰিব লগীয়া যে—সৰল ধাতুৰ ক্ৰিয়াত ধাতুৰ পাছত কেবল বিভক্তিচিন যোগ হয়; পাচঁনি ধাতুত 'আ', 'য়া' বা 'ৱা' প্ৰত্যয় যোগ দিয়াৰ পাছত বিভক্তি যোগ হয় আৰু কৰণ পাচঁনিৰ ধাতুত 'উৱা' বা 'ওৱা' প্ৰত্যয় যোগ হোৱাৰ পাছতহে বিভক্তিচিন যোগ হয়।

খ) মিশ্ৰধাতুৰ ক্ৰিয়া —দুটা ধাতুৰ মিশ্ৰণত এটা ক্ৰিয়াৰ ভাব প্ৰকাশ পালে সেই ধাতু দুটাৰ সমষ্টিটোক মিশ্ৰধাতু বোলা হয়। অবিৰত বৰ্তমান, অপূৰ্ণ-ভূতকাল আৰু অবিৰত ভৱিষ্যৎ কালত মূল বা সৰল ধাতুৰ দৰেই মিশ্ৰধাতু বা যুগ্মধাতুৰ প্ৰয়োগ হয়। যেনে—কুৰুক্ষেত্ৰত একেৰাহে ওঠৰ দিন যুদ্ধ চলি আছিল। মই অহা সময়ত তাই গান গাই আছিল। চিত্ৰকৰজনে সদাই চিত্ৰ আঁকি থাকে। জ্ঞানীসকলে সদাই আদৰ পাই থাকিব। এই বাক্যবোৰৰ

ক্ৰিয়াত দুটা দুটা ধাতু (চল্ + আছ্, গা + আছ্, আঁক্ + থাক্, পা + থাক্ ) আছে যদিও একোনাকৈহে ভাব প্ৰকাশ পাইছে। প্ৰথমটো ধাতু শব্দত 'ই' প্ৰত্যয় যোগ হৈছে যদিও, সেই 'ই' টো অসমাপিকাসূচক ক্ৰিয়াৰ 'ই' নহয়; অবিৰতসূচক 'ই' হে। গতিকে এই শ্ৰেণীৰ যুগ্মধাতু বা মিশ্ৰ ধাতুৰ ক্ৰিয়াক 'অবিৰতধাতুৰ ক্ৰিয়া' বুলিব পাৰি। (খাইপেলা, দিদে, মৰিযা, হৈপৰ, নাচি-উঠ, প্ৰভৃতি নিষ্পত্তিসূচক যুগ্মধাতুৰ পৰা হোৱা ক্ৰিয়া খাইপেলাইছোঁ, খাই-পেলাইছা, খাইপেলাইছে; দিদিওঁ, দিদিবা; মৰিযাব, মৰিগ'ল, মৰিযাওঁ প্ৰভৃতি 'নিষ্পত্তিসূচক ক্ৰিয়াপদ'। এই যুগ্ম বা মিশ্ৰধাতুবোৰৰ প্ৰথমটোহে খাই ধাতু। দ্বিতীয়টো নিষ্পত্তি বুজাবৰ কাৰণে সহায়ক বা লগৰীয়া ৰূপে থকা ধাতু। সেইবাবে ইহঁতক লগৰীয়া ধাতু, সহায়ক ধাতু, বা সহযোগীধাতু বুলি ক'ব পাৰি। এইদৰে সহযোগী ধাতুৰ ভাবত গুৰুত্ব দিয়া মিশ্ৰধাতুক 'সহযোগী প্ৰধান মিশ্ৰধাতু' বোলা হৈছে। এই শ্ৰেণীৰ মিশ্ৰধাতুৰ ক্ৰিয়াত কাল আৰু পুৰুষ নিৰ্দেশক 'বিভক্তি-চিন' লগৰীয়া বা সহায়ক ধাতুৰ লগতহে যোগ হয়। প্ৰধান আৰু প্ৰথম ধাতুটোত মাত্ৰ 'ই' প্ৰত্যয়হে যোগ হয়। যেনে:— খাই পেলালোঁ। 'খা' মূল ধাতুত 'ই' প্ৰত্যয় যোগ হৈছে। 'পেলা' নিষ্পত্তিসূচক সহায়ক ধাতুত হৈলোঁ 'লোঁ' বিভক্তি যোগ হৈ ক্ৰিয়াৰ ভাবটো স্পষ্ট ৰূপে প্ৰকাশ কৰিছে।

**নিমিত্ত প্ৰধান মিশ্ৰধাতুৰ ক্ৰিয়া** —দুটা ধাতুৰে এটা ক্ৰিয়াপদৰ ভাব প্ৰকাশ কৰোঁতে যদি ক্ৰিয়াটোৱে কাৰ্য্যৰ উদ্দেশ্য বা 'নিমিত্তৰ ওপৰত জোৰ দিয়ে, তেনে-হ'লে সেই ক্ৰিয়াৰ ধাতুক 'নিমিত্তপ্ৰধান মিশ্ৰধাতু' বুলি ক'ব পাৰি। যেনে— যাবলৈ কৈছে। পঢ়িবলৈ দিছে। আহিবলৈ বিচাৰিছে আদি। মাজনি অসমত 'লৈ' অংশটো বাদ দি কেৱল যাব কৈছে। পঢ়িব দিছে। আহিব বিচাৰিছে। এনে ধৰণৰ প্ৰয়োগ কৰা হয়। মন কৰিবলগীয়া যে— শেষৰ ধাতুটোত সকল ধাতুৰ দৰেই বিভক্তি-চিন বহে; কিন্তু প্ৰথমটো ধাতুত 'ভবিষ্যৎকালৰ' চিন 'ব' অথবা 'ইব' যোগ হয় আৰু উজনি অসমত তথা সাহিত্যিক ভাষাত ভবিষ্যৎসূচক বিভক্তি-চিনৰ পাছত নিমিত্তসূচক চতুৰ্থীবিভক্তিৰ 'লৈ' চিন বহে। পাবলৈ নাই, হ'বলৈ আছে আদি ভাব-প্ৰকাশত 'লৈ' অংশটো স্পষ্টৰূপে থাকিলে ভাল; কিন্তু সমৰ্থ বা অসমৰ্থসূচক 'পাৰ্' ধাতুৰ লগত 'লৈ' প্ৰত্যয়ৰ প্ৰয়োজন নাই। 'লৈ' থাকিলে বুজাত বাধাহে হয়। যেনে—মই কামটো কৰিব পাৰোঁ। তুমি পুথিখন পঢ়িব পাৰিবা। তেওঁ দিব পাৰিছিল। সিহঁতে গাব নোৱাৰিব। আমি যাব নোৱাৰিলোঁ। এইবোৰ বাক্যত কৰিবলৈ পাৰো, পঢ়িবলৈ পাৰিবা, দিবলৈ পাৰিছিল, গাবলৈ নোৱাৰিব, যাবলৈ নোৱাৰিলোঁ আদি প্ৰয়োগ নহয়।

**কৃদন্ত প্ৰধান মিশ্ৰ ধাতুৰ ক্ৰিয়া**—যিটো মিশ্ৰধাতুৰ ক্ৰিয়াত কৃদন্ত শব্দই ধাতুৰ দৰে নহি ভাব-প্ৰকাশত প্ৰাধান্য লাভ কৰে আৰু পুৰুষ তথা কাল বুজাবৰ কাৰণে লগনীয়া ধাতু পাছত ৰাখি বিভক্তি-চিন যোগ দিয়া হয়, সেইটো মিশ্ৰ ধাতুকে কৃদন্ত প্ৰধান মিশ্ৰ ধাতু বোলা হৈছে। যেনে— কামটো 'কৰা' হ'ল। বৃত্তি এটা 'দিয়া' হৈছে। সকলোটি তাতৈ 'যোৱা' হ'ব। এই বাক্যবোৰত যথাক্ৰমে হ'ল, হৈছে, হ'ব এই ক্ৰিয়া কেইটাই মাত্ৰ কালটোহে নিৰ্দিষ্ট কৰি দেখুৱাইছে। এই তিনিওটা 'হ' ধাতুৰ সুকীয়া সুকীয়া কালৰ ৰূপ। নিত্যবৰ্তমান কালৰ বাবে যা ধাতুৰ ব্যৱহাৰো হয়। সৰল ধাতুৰ দৰে যা আৰু গম্‌ ধাতুৰ ব্যৱহাৰো ভূত আৰু ভৱিষ্যৎ কালৰ ক্ষেত্ৰত হয়। যেনে— 'কৰা' যায়, 'দিয়া' গ'ল, 'দেখা' যাব। 'নিয়া' হয়। দিয়া হয়। এই বাক্যবোৰত ক্ৰিয়াৰ ভাবটোৱে মাইকৈ কৰা, দিয়া, দেখা, নিয়া এই 'কৃদন্ত' শব্দকেইটাৰ ওপৰতহে নিৰ্ভৰ কৰিছে। কাল বুজোৱা, যায়, গ'ল, যাব আৰু হয় 'ক্ৰিয়াটো' কৃদন্তৰ সহায়ক ৰূপেহে আছে। এই শ্ৰেণীৰ ক্ৰিয়াই কৰ্তাৰ পুৰুষৰ ওপৰত প্ৰায়ে নিৰ্ভৰ নকৰে। দেখা পাম, দেখা পাবা, দেখা পাবি, দেখা পাব প্ৰভৃতি পুৰুষ নিদেৰ্শক ৰূপ বৰ কমহে দেখা যায়।

২০। **ক্ৰিয়াৰ অৱস্থান্তৰ**—ধাতুৰ বিভক্তিযুক্ত ৰূপ বা ক্ৰিয়া-ৰূপটো বাক্যৰ তিনিটা অৱস্থাত থাকিব পাৰে। (ক) সমাপ্তিসূচক বা সাধ্যাৰূপ। ইয়াকে সমাপিকা ক্ৰিয়া বোলা হয়। সকলো বাক্যতে স্পষ্ট বা অস্পষ্ট কোনোবা এটা ৰূপত এই শ্ৰেণীৰ ক্ৰিয়া থাকেই। (খ) অসমাপ্তিসূচক অৱস্থা বা অসমাপিকা ক্ৰিয়া। এই ক্ৰিয়াকে সিদ্ধা ক্ৰিয়াও বোলে। (গ) বাক্যৰ মধ্যস্থিত বা প্ৰসংগসূচক 'গৌণ ক্ৰিয়া। এই ক্ৰিয়াই বাক্যটোৰ মাজত থাকি সম্পূৰ্ণ অৰ্থবোধক বাক্যটোক খণ্ডিত কৰি দেখুৱাই দিয়ে। সেইবাবে ইয়াক গৌণক্ৰিয়া বা খণ্ডক্ৰিয়া বলিব পাৰি। এই বিষয়ে কিছু মুকলি কৈ বিচাৰ কৰিব লগীয়া আছে।

ক) লৰাটো ভাত খাই শুলে। এই বাক্যটোত 'শুলে' ক্ৰিয়াই বাক্যৰ ভাবটো স্পষ্ট ভাবে সমাপ্ত কৰিছে। সেইবাবে এইটো সমাপিকা ক্ৰিয়া। এই সমাপিকা ক্ৰিয়াটোৰ কাল আৰু পুৰুষো স্পষ্ট। খ) খাই অসমাপ্তিসূচক বাবে 'অসমাপিকা' ক্ৰিয়া। ইয়াত খা ধাতুত যোগ হোৱা ই বিভক্তি-চিনটোৱে কোনো কাল আৰু পুৰুষকে স্পষ্ট কৰি দিয়া নাই। 'সকলো কাল' আৰু 'পুৰুষতে ধাতুৰ লগত 'ই' বিভক্তি যোগ হয়। দেখাত একে যেন লাগিলেও ক্ৰিয়া বিশেষণ আৰু অবিৰত ভাবসূচক ক্ৰিয়াৰ 'ই' প্ৰত্যয়তকৈ এইটো 'ই' প্ৰত্যয় সুকীয়া। (গ) যুদ্ধ এখন হোৱা হ'লে, বিপদেই আছিল। সি নাৰায় যদি নানাতিবা। কৰিব লাগিলে কৰিব। এই বাক্য তিনিটাত থকা—হোৱা হ'লে, নাযায়, কৰিব লাগিলে —এই অংশ কেইটাত যথাক্ৰমে হ ধাতুৰ দুটা, 'যা' ধাতুৰ এটা, 'কৰ্‌' ধাতুৰ এটা আৰু

লাগ্ ধাতুৰ এটা ক্ৰিয়া আছে; কিন্তু এই ক্ৰিয়াবোৰক সমাপিকা আৰু অসমাপিকা কোনো শ্ৰেণীতে ঠাই দিব নোৱাৰি। আনহাতে বিভক্তিযুক্ত এই ধাতু শব্দ কেইটাক ক্ৰিয়া নুবুলি আন বোলাৰো উপায় নাই। পদ কেইটাই বাক্যৰ মাজত থাকিও কাৰ্য হোৱা ভাবকে প্ৰকাশ কৰিছে যেতিয়া, এই বিভক্তিযুক্ত ধাতু শব্দ বা পদ এইখিনিত 'হোৱা হ'লে'ৰ পৰিবৰ্তে হোৱাহেঁতেন প্ৰয়োগ হ'ব পাৰে। 'হোৱা' কৃদন্ত শব্দ; 'হ'লে' বা হেঁতেন সম্ভাব্য ভূতকালৰ বিভক্তিচিন। গতিকে কৃদন্তপ্ৰধান মিশ্ৰধাতুৰ ক্ৰিয়াৰ দৰেই হোৱাহ'লে বা হোৱাহেঁতেন এটা ক্ৰিয়াপদ; কিন্তু এই ক্ৰিয়াপদে সম্পূৰ্ণ বাক্যৰ ভাব প্ৰকাশ কৰিব পৰা নাই, বাক্যটোৰ এটা খণ্ড বা প্ৰসংগবহে ভাব প্ৰকাশ কৰিছে। এই দৃষ্টিত এই ক্ৰিয়াক 'খণ্ডক্ৰিয়া' বা প্ৰাসংগিক ক্ৰিয়া বুলিব পাৰি। 'নাযায়' সমাপিকাক্ৰিয়াটোও ওপৰৰ বাক্যত এটা খণ্ড ভাৱপ্ৰকাশ কৰিবৰ উদ্দেশ্যে ব্যৱহাৰ কৰা হৈছে। তদুপৰি এই ক্ৰিয়াপদটোৱে যাই বাক্যটোৰ প্ৰসংগহে বুজাইছে। গতিকে ইও খণ্ডক্ৰিয়া বা প্ৰাসংগিক ক্ৰিয়াহে। কৰিব লাগিলে অংশটোও এনেধৰণৰ প্ৰসংগসূচক আৰু খণ্ডিত ভাবৰ ক্ৰিয়া। এইদৰে অসমাপিকা ক্ৰিয়া, ক্ৰিয়াবিশেষণ আৰু অবিৰত ভাবসূচক ক্ৰিয়াপদৰ অসমাপ্তিসূচক অংশৰ ( কৰি, খাই, শুনি আদি ) বাহিৰে যিবোৰ 'বিভক্তিযুক্ত ধাতু' শব্দ (ক্ৰিয়াপদৰ নিচিনা) বাক্যৰ মাজত থাকে, সেইবোৰকে 'খণ্ডক্ৰিয়া বা প্ৰাসংগিকক্ৰিয়া' বোলা হৈছে। মনকৰিবলগীয়া যে—এনেধৰণৰ খণ্ডক্ৰিয়া বা প্ৰাসংগিকক্ৰিয়াপদত ধাতুবিভক্তিৰ পাছত নামবিভক্তিৰ প্ৰয়োগো হ'ব পাৰে।

সকলো শ্ৰেণীৰ **সৰল ধাতু, নামধাতু** আৰু **জটিল ধাতুৰ** ক্ৰিয়াপদ প্ৰাসংগিক ক্ৰিয়াৰ অৱস্থাত থাকিব পাৰে। উদাহৰণ তলত দিয়া হৈছে— (১) তেওঁ 'নপঢ়িলে' মই পঢ়িম (তেওঁ নপঢ়ে যদি মই পঢ়িম অৰ্থত)। (২) তেওঁ 'আহিলে' মই যাম (তেওঁ অহাৰ পাছত মই যাম অৰ্থত)। এই দুয়োটা বাক্যৰ 'নপঢ়িলে' আৰু 'আহিলে' পদ দুটা 'সৰল ধাতুৰ' ক্ৰিয়াপদ, কিন্তু পাছত আন বাক্য বহি এই ক্ৰিয়াপদ দুটাৰ সমাপ্তিসূচক ভাৱটো প্ৰাসংগিক ভাবলৈ ৰূপান্তৰিত কৰিছে আৰু ক্ৰিয়া দুটাক সম্পূৰ্ণ বাক্যৰ ক্ৰিয়াৰ পৰিবৰ্তে বাক্য-খণ্ডৰ ক্ৰিয়াত পৰিণত কৰিছে। (৩) খোঁৱাই লঠিউৱাৰ পৰা/লঠিয়াবৰ পৰা ভবিটোত বিষ হ'ল। এই বাক্যত 'লঠিউৱা' বা লঠিয়াব' অংশটো 'নামধাতুৰ' ক্ৰিয়া। এই ক্ৰিয়াটোৰ পাছত পঞ্চমীবিভক্তিৰ চিন যোগ হৈছে আৰু 'অপাদানৰ' ভাব প্ৰকাশ পাইছে। (৪) আমি শুনি খোৱাটোকে ভাল বুলি ভাবিলোঁ। এই বাক্যৰ 'শুনি খোৱা' অংশটো 'সহযোগীপ্ৰধান এটা মিশ্ৰধাতু'। এই মিশ্ৰধাতুত ক্ৰিয়াবিভক্তিৰ

-চিন নাই যদিও, তাত ক্ৰিয়াৰ ভাবটোৱে (শুনি খ'লো) সেই কথা স্পষ্ট ৰূপে প্ৰকাশ পাইছে আৰু তাত দ্বিতীয়া বিভক্তিৰ-চিন ক>কে যোগ হৈছে। (৫) ঘঁহি থাকিলে শিলো খয় যায়। ইয়াত 'ঘঁহি থাক্' অবিৰতিসূচক মিশ্ৰ ধাতু। এই ধাতুটোত সামান্যভূত কালৰ বিভক্তিৰ চিন 'ইলে' যোগ দিয়া হৈছে যদিও, ভাবটো নিত্যবৰ্তমান কালৰহে হৈছে। মন কৰিব লগীয়া যে —বাক্যটোৰ সমাপিকা ক্ৰিয়াৰ কালটোৱে খণ্ড ক্ৰিয়াৰ কালক প্ৰভাৱিত কৰে। আনহাতে থাকিলে খণ্ড ক্ৰিয়াই থকাৰ দ্বাৰা বা থকাৰ ফল স্বৰূপে এই অৰ্থত 'কৰণকাৰকৰ ভাব 'প্ৰকাশ কৰিছে। (৬) সি ভাত খাবলৈ যাওঁতে ৰাতি হ'ল। 'খাবলৈ যা' নিমিত্ত প্ৰধান মিশ্ৰধাতু। ইয়াত ক্ৰিয়াটোৰ অৱস্থাসূচক কালাধিকৰণ কাৰকৰ বিভক্তিচিন 'ওঁতে' যোগ হৈছে। সেইবাবে ই প্ৰাসংগিক গৌণক্ৰিয়াত পৰিণত হৈছে। (৭) তেওঁ কিতাপখন দি পঠোৱাৰ কথা কৈছে। ইয়াত 'পঠোৱাটো' পাঁচনি ধাতু, কিন্তু এই ক্ষেত্ৰত পাঁচনি ধাতুৰ পৰা ক্ৰিয়াপদ গঢ় লোৱা নাই, পদটো কৃদন্ত বিশেষ্যৰ দৰে হৈছে আৰু লগত সম্বন্ধ পদৰ বিভক্তি-চিন 'ৰ' যোগ হৈছে। তথাপি গৌণ ক্ৰিয়া বা প্ৰাসংগিক ক্ৰিয়াৰ ভাব প্ৰকাশ পাইছে। (৮) তুমি কোৱালৈ চাই কথা-টোত বিশ্বাস জন্মিছে। (৯) ল'ৰাটো দেখাত ভাল, পঢ়াত ভাল নহয়। এইবাক্য দুটাত 'কোৱা', 'দেখা' আৰু 'পঢ়া' শব্দকেইটাৰ মূলত সৰলধাতু 'ক', 'দেখ্' আৰু 'পঢ়্' আছে। শব্দকেইটাৰ ব্যৱহাৰ ক্ৰিয়াৰ দৰে হোৱা নাই, কৃদন্ত সংজ্ঞা ৰূপেহে হৈছে। সংজ্ঞা শব্দত নাম-বিভক্তিৰ চিন যেনে দৰে ব্যৱহাৰ হয়, তেনেদৰেই কৃদন্ত সংজ্ঞা আৰু বিশেষণ শব্দতো হ'ব পাৰে। বাক্যৰ মাজত এনেধৰণৰ বিভক্তিযুক্ত ধাতু শব্দৰ ব্যৱহাৰ বহুল ভাবে হোৱা দেখা যায়। এই শ্ৰেণীৰ বিভক্তিযুক্ত কৃদন্ত শব্দক খণ্ডক্ৰিয়া, গৌণক্ৰিয়া বা প্ৰাসংগিক ক্ৰিয়া বুলিব নোৱাৰি ; কিন্তু দেখিবলৈ ; শুনাওঁতে, কৰোৱাৰ পৰা প্ৰভৃতি কৃদন্ত শব্দৰ বিভক্তি যুক্ত ৰূপ নহয়। সেইবোৰ এক প্ৰকাৰৰ ক্ৰিয়াপদৰহে নাম বিভক্তি যুক্ত ৰূপ। ক্ৰিয়াৰ অৱস্থান্তৰ সম্বন্ধে বিচাৰ কৰোঁতে এইটো মন কৰিব লগীয়া কথা।

**অনুশীলনী— ১৮**

১। অকৰ্মক, সকৰ্মক ( এটা কৰ্ম থকা ) আৰু দ্বিকৰ্মক ধাতুৰ পাৰ্থক্য উদাহৰণ-সহ বুজাই লিখাঁ।

২। অকৰ্মক ক্ৰিয়াটোৰ ধাতু কেতিয়াবা সকৰ্মক ক্ৰিয়াৰ ধাতুৰ দৰে বাক্যত ব্যৱহাৰ হ'ব পাৰেনে নোৱাৰে—বিচাৰ কৰাঁ। প্ৰয়োজন অনুসৰি উদাহৰণ দাঙিধৰিবা।

৩। পাঁচনিধাতু বুলিলে কি বুজা আৰু ই কেই শ্ৰেণীৰ উদাহৰণসহ সূত্ৰ লিখাঁ।

৪। ক্ৰিয়া-বিভক্তিৰ প্ৰয়োগৰ দৃষ্টিৰে বিচাৰ কৰি চালে সৰল ধাতু আৰু নামধাতুৰ ক্ৰিয়াপদৰ মাজত দেখিবলৈ পোৱা পাৰ্থক্যবোৰ বিচাৰি উলিওৱাঁ।

৫। চমুটোকা লিখাঁ। অনুকাৰ নাম শব্দ, জটিল ধাতু, কৰণ পাচনি, যুগ্ম বা মিশ্ৰ ধাতুৰ ক্ৰিয়া।

৬। ধাতু শব্দৰ পাছত ধাতু বিভক্তি যোগ হোৱাৰ উপৰিও নাম-বিভক্তি যোগ হ'ব পাৰেনে? যদি পাৰে, তেনে শব্দক কি পদ বোলা হয়? উদাহৰণসহ লিখাঁ।

৭। তলত ডাঙৰ আখৰেৰে লিখা পদবোৰৰ ধাতু শব্দ আৰু বিভক্তি-চিনবোৰ বাছি উলিওৱাঁ। লগতে সেইবিলাকৰ উপযুক্ত নাম ব্যৱহাৰ কৰা।

ক) ছোৱালীজনী ঘূৰি **আহিবলৈহে** গৈছে। খ) তেওঁ কিছুমান চিঠি ভাগেকন হতুৱাই **লিখালে** আৰু আন বহুতৰ হতুৱাই **লিখোৱালে**। গ) গৰুমেলীয়া বাঁহফাল **পোনাব** লাগিব। ঘ) খেকেৰা বাণ্ডতে তেওঁৰ দাঁত **টেঁৱাইছিল**। ঙ) **পঢ়িথকা** ল'ৰাটোক মাস্তিৰ নালাগে. যাৰনৈ মন **থাকিলে** সোনকালে ওলোৱাঁ। ছ) কথাবোৰ **শুনি থাকিলে** এবিবৰ মন নাগায়।

৮। তলত ডাঙৰকৈ লিখা শব্দ কেইটাৰ ধাতু, কাল আৰু পুৰুষ বাছি **উলিওৱা**।

ক) তুমি মতা **শুনি** মই আহিছোঁ। খ) তেওঁ কোৱা কথাবোৰ মই **শুনি** আছোঁ আৰু **শুনি** থাকিম। গ) ভাষা **শুনি** শিকা বস্তু। ঘ) নৈৰ সিপাৰৰ পৰা মাতিলেও ইয়াৰে **শুনি**।

০০০

২১। **ক্ৰিয়াৰ বিবিধ ভাৱাত্মক ৰূপ** —সাধাৰণতে কাল আৰু পুৰুষৰ ওপৰত নিৰ্ভৰ কৰিয়েই ক্ৰিয়াই পৃথক্ পৃথক্ ৰূপ গ্ৰহণ কৰে যদিও, ভাব অনুসৰি ক্ৰিয়াৰ ৰূপান্তৰ বহুত ক্ষেত্ৰত হোৱা দেখা যায়। কোৱাৰ সুৰ আৰু নয়ৰ ওপৰত নিৰ্ভৰ কৰিও ভাব সলনি হ'ব পাৰে, কিন্তু সুৰ আৰু নয়ৰ সম্বন্ধটো ব্যাকৰণৰ সীমাৰ ভিতৰত বিচাৰ কৰিব পৰা কথা নহয়। কাল আৰু পুৰুষ-নিৰপেক্ষ ধ্বনি-সংকেত বা প্ৰত্যয় ব্যৱহাৰৰ যোগেদি ক্ৰিয়া পদৰ সুকীয়া সুকীয়া ভাব প্ৰকাশ কৰাটোহে এই ক্ষেত্ৰত আমাৰ আলোচনাৰ বিষয়। বিভক্তি-চিন আৰু ভাব অনুসৰি ক্ৰিয়াৰ কাল-নিৰ্ণয় আগতে কৰা হৈছে। সেই প্ৰসংগত বিভক্তি-চিনবোৰে কাল

আৰু পুৰুষৰ ওপৰত নিৰ্ভৰ কৰে; কিন্তু কেৱল ভাৱ অনুসৰণ কৰা ক্ৰিয়াৰ ক্ষেত্ৰত যিবোৰ ধ্বনি-সংকেত যোগ দিয়া হয়, সেইবোৰে কাল আৰু পুৰুষৰ পাৰ্থক্য ৰক্ষা নকৰে। বিভক্ত কৰি (কাল আৰু পুৰুষ ভাগ ভাগ কৰি) দেখুৱাবলৈ অসমৰ্থ এই ধ্বনি-সংকেতবোৰক বিভক্তি নুবুলি কেৱল ভাৱসূচক প্ৰত্যয় বুলি ক'ব পাৰি। এইশ্ৰেণীৰ প্ৰত্যয়ৰ ব্যৱহাৰ সম্বন্ধীয় উদাহৰণ তলত দিয়া হৈছে।

১) **ঔচিত্যসূচক ৰূপ**— লাগ্ এটা ধাতু, আন এটা ধাতু জনিত পদৰ পাছত থাকি বিভক্তিযুক্ত হোৱা এই ধাতু শব্দৰ ক্ৰিয়াটো উচিতাৰ্থক বা ঔচিত্যসূচক হয়। ঔচিত্যসূচক ক্ৰিয়া পদৰ ধাতু শব্দবোৰত সৰল ধাতুত বিভক্তি যোগ হোৱাৰ দৰে ক্ৰিয়াবিভক্তিৰ চিন যোগ নহয়। ইয়াত বিভক্তি-প্ৰয়োগৰ নিয়ম কিছু পৃথক্। উদাহৰণ তলত দিয়া হৈছে। 'লাগ্' ধাতুৰ পৰা হোৱা 'ক্ৰিয়া পদৰ আগত থকা ধাতু শব্দত 'ইব' প্ৰত্যয় যোগ দিয়াৰ পাছতহে লাগ্ ধাতুত বিভক্তিৰ চিন যোগ হয়। যেনে—কৰিব লাগে, কৰিব লাগিছিল, কৰিব লাগিব, কৰিব লগা নাই, কৰিব লগা আছে ইত্যাদি। এই উদাহৰণবোৰত দুটা দুটা ধাতুৰে এটা ক্ৰিয়াৰ ভাব প্ৰকাশ কৰিছে। প্ৰথমটো ধাতুত 'ইব' (কৰ্+ইব) যোগ হৈছে আৰু লাগ্ ধাতুত সৰল ধাতুত বিভক্তি যোগ হোৱাৰ দৰে ইছিল, ইব আৰু এ বিভক্তি চিন যোগ হৈছে, কিন্তু পুৰুষ ভেদে বিভক্তি সুকীয়া নহয়। মই কৰিব লাগে। তুমি কৰিব লাগে। তেওঁ কৰিব লাগে। তিনিওটা পুৰুষতে বৰ্তমান কালৰ ৰূপ একেই। সেইদৰে ভূত আৰু ভৱিষ্যৎ কালতো পুৰুষভেদে বভক্তি সুকীয়া নহয়।

ঔচিত্যবাচক 'উচিত', 'ভাল' আৰু 'যুগুত' শব্দৰ আগত সদাই 'কৃদন্ত' শব্দহে থাকে। যেনে—কৰা (কৰ্+আ), দেখা (দেখ্+আ), চোৱা (চা+আ > চো+ৱা), শুনা (শুন্ + আ) ইত্যাদি। কৰা উচিত, দেখা ভাল, চোৱা উচিত, শুনা যুগুত (যুক্তি সংগত) প্ৰভৃতি প্ৰয়োগ এইদৰেই হয়। সাধাৰণতে সৰল ধাতুৰ লগত বিভক্তি চিন যোগ হোৱাৰ দৰে এই বাক্যবোৰত ক্ৰিয়াৰ বিভক্তিৰ চিন যোগ নহয়। বৰ্তমান কাল বুজাবৰ কাৰণে হৈছে, ভূত কাল বুজাবৰ কাৰণে আছিল আৰু ভৱিষ্যৎ কাল বুজাবৰ কাৰণে হ'ব ঔচিত্যবাচক শব্দৰ পাছত যোগ দিয়েই ক্ৰিয়াৰ ভাব প্ৰায়ে সম্পূৰ্ণ কৰা হয়। যেনে—কামটো কৰা উচিত আছিল। কামটো কৰা ভাল হ'ব। নিত্য বৰ্তমান কালত 'উচিত হয়', ভাল হয়' আৰু 'যুগুত হয়' প্ৰভৃতি প্ৰয়োগ হ'ব লাগে; কিন্তু প্ৰায়ে নহয়। সামান্য বৰ্তমানত 'হৈছে' প্ৰয়োগ হয়। নিত্য বৰ্তমানৰ 'হয়' প্ৰায়ে উহ্য থাকে।

২) **সন্দেহবোধক বা অনিশ্চয়বোধক ৰূপ**—সমাপিকা ক্ৰিয়াৰ পাছত হ'বলা, হ'বপাৰ, কিজানি, যেন লাগে, হেনো প্ৰভৃতি শব্দ হ'লে সমাপিকা ক্ৰিয়াটো

সন্দেহবোধক হৈ পৰে। সকলো কাল আৰু পুৰুষৰ ক্ৰিয়াত এই নিয়ম খাটে। মাত্ৰ অনুজ্ঞা আৰু আশীৰ্বাদ বুজোৱা ব্যৱস্থাসূচক ক্ৰিয়াত এই নিয়ম নাখাটে। উদাহৰণ তলত দিয়া হৈছে। ৰাম গৈছেহে'বলা। তেওঁ আহিছে হ'বপায়। মই যাম কিজানি। গৰুটো আহিলযেন লাগিছিল। তুমি যাবাহেনো। তাই আহিববোলে। ইত্যাদি।

৩) **নিশ্চয়সূচক বা জোৰ বুজোৱা ৰূপ**—মাত্ৰ, কেৱল, ই, হে, ও প্ৰভৃতি শব্দ আৰু প্ৰত্যয় যেইসেই এটা আগত বা পাছত থাকি ক্ৰিয়াক নিশ্চয়সূচক ৰূপ দিয়ে। ভাবটোক বেছি সবল বা জোৰী কৰিবৰ কাৰণে এনে ব্যৱস্থা গ্ৰহণ কৰা হয়। যেনে—কেৱল পঢ়িলেই নহয়. কৰিবও লাগে। মানুহক বুজাবহে পাৰি। তেনেকথা ক'ব পাৰো, নাপাৰো। সি যাবহে, মুখেৰে নামাতে। গ'লেই হয়নে? তেওঁ খোৱাটো পাছৰ কথা নগ'লেই। মাত্ৰ দুজন মানুহ আছিল। মযো যাম, তুমিও যাবা। সি যাবও, আহিবও। মন কৰিব লগীয়া যে—নিশ্চয়সূচক শব্দবোৰ বাক্যটোৰ আৰম্ভণি, মাজৰণি অথবা ক্ৰিয়াৰ আগত বা পাছতো বহিব পাৰে, কিন্তু প্ৰত্যয়বোৰ ক্ৰিয়াপদৰ পাছতেই নহয় অন্যপদৰ পাছতো বহিব পাৰে। যেনে—গৰুৰেও হাল বাব পাৰি, ম'হেৰেও পাৰি। সি ভাতো খাব, ৰুটিও খাব।

৪) **প্ৰশ্নসূচক ৰূপ**—সকলো কাল আৰু পুৰুষতে প্ৰশ্নৰ ভাব প্ৰকাশ কৰিবৰ কাৰণে'কি' 'নে' আৰু 'নেকি' এই তিনিটাৰ ভিতৰত এটা ব্যৱহাৰ কৰা হয়। সামান্য ব্যতিক্ৰম হ'ব পাৰে যদিও, সাধাৰণতে 'কি' ক্ৰিয়াপদৰ আগত আৰু 'নে' অথবা 'নেকি' ক্ৰিয়াপদৰ পাছত বহে। প্ৰকৃততে 'কি' এটা সুকীয়া সৰ্বনাম শব্দ (সংস্কৃতৰ কিম্ শব্দৰ তদ্ভৱ ৰূপ)। 'নে' আৰু 'নেকি' প্ৰত্যয়। উদাহৰণ তলত দিয়া হৈছে—মই যামনেকি? তুমি যাবানে? তেওঁৰ কি হৈছে? এনে বাক্যৰ আন কোনোবা এটা পদ প্ৰশ্নাৰ্থক হ'লে ক্ৰিয়াটো সৰল ধাতুৰ সাধাৰণ ক্ৰিয়া হ'লেও প্ৰশ্নসূচক হৈ পৰে। যেনে—তাইৰ 'কোন' গাব? তেওঁ 'কেতিয়া' গীত গাব? সেই কথা 'কোনে' কৈছে? কিতাপখন 'কাক' লাগে? চিঠি 'কিহেৰে' লিখিবা? ইত্যাদি।

৫) **অনুমতিসূচক ৰূপ**—অনুমতি দিয়া বা সম্মতি প্ৰকাশ কৰা ভাব বুজাবৰ কাৰণে কেইটামান শব্দ আৰু কেইটামান প্ৰত্যয় ব্যৱহাৰ কৰা হয়। উদাহৰণ তলত দিয়া হৈছে।

ক) 'সমৰ্থনসূচক' শব্দ 'বাৰু'—মই যাম বাৰু। তুমি দেখিলা বাৰু। সি যাওক বাৰু। বাৰু যাবা ইত্যাদি।

(খ) 'অনুবোধসূচক' প্ৰত্যয়'দেই'—সাধাৰণতে সকলো কাল আৰু পুৰুষতে 'দেই' যোগ দিয়া হয়; কিন্তু পুৰুষ বা কৰ্তাভেদে 'দেইবা', 'দেইব' আৰু 'দেইবি' প্ৰয়োগো হ'ব পাৰে। যেনে—তুমি আহিবা দেই। আপুনি আহিব দেই। মই যাম দেই। সি পঢ়িবদেই। তুমি যাবাদেইবা। আপুনি আহিব দেইব। তই কৰিবি

দেইৰি। কেতিয়াবা দেই প্ৰত্যয় সাৱধানসূচক প্ৰত্যয় ৰূপেও ব্যৱহাৰ হয়। যেনে – আজি গাড়ী অহা দেৰী হ'ব পাৰে 'দেই'। তেওঁৰ অৱস্থাটো ভাল নহয় 'দেই'। এই প্ৰত্যয়টোৰ ভূতকালসূচক ব্যৱহাৰ বৰ কম।

গ) ভাব অনুসৰি ক্ৰিয়াৰ কাল সম্বন্ধে বিচাৰ কৰোঁতে অনুজ্ঞা আৰু আশীৰ্বাদ সম্বন্ধেও আলোচনা কৰা হৈছে। গতিকে সন্মতিসূচক বা অনুমতিসূচক ক্ৰিয়াবিভক্তি সম্বন্ধে এই প্ৰসংগত আলোচনা কৰাৰ প্ৰয়োজন নাই। কেৱল সন্মতিসূচক শব্দৰ বিষয়েহে আলোচনা কৰিবলগীয়া আছে। ওঁ অনুমতিসূচক এটা শব্দহে। সেইদৰে অঁ শব্দও অনুমতি বা সমৰ্থনৰ ভাৱত প্ৰয়োগ কৰা হয়। কোনো শব্দৰ লগত যোগ হৈ শব্দটোৰ ৰূপ বা ভাব সলনি নকৰে কাৰণে ওঁ আৰু অঁ দুয়োটাই স্বতন্ত্ৰ শব্দহে, প্ৰত্যয় নহয়। ভাল বিশেষণ শব্দটোও বাৰু শব্দৰ লগত ব্যৱহাৰ কৰা দেখা যায়। কিন্তু এই ক্ষেত্ৰত ভাল, বাৰু, ওঁ, অঁ প্ৰভৃতি সকলো শব্দকে অবিকাৰী শব্দ বুলিহে ধৰিব পাৰি। বিশেষণ বুলি ধৰিব নোৱাৰি।

৬) **অনিয়মিত ক্ৰিয়া** —যিবোৰ ধাতু শব্দৰ প্ৰয়োগ সকলো কাল আৰু পুৰুষৰ ক্ৰিয়াত কৰিব পৰা নহয়, সেইবোৰ ধাতুৰ পৰা হোৱা ক্ৰিয়াকে অনিয়মিত ক্ৰিয়া বুলি কোৱা হয়। উদাহৰণ তলত দিয়া হৈছে।

ক) **নাই** —আছে ক্ৰিয়াৰ বিপৰীত 'নাই' (সংস্কৃত নাস্তিৰ তদ্ভৱ ৰূপ) শব্দটো ধাতু আৰু ক্ৰিয়া দুয়োটা ৰূপতে একে। অন্যান্য ক্ৰিয়াৰ নিষেধাত্মক প্ৰয়োগত ই কেৱল 'ন' হৈ ধাতুৰ আগত বহে ; কিন্তু ধাতুটোৰ প্ৰথম বৰ্ণৰ স্বৰৰ লগত সংগতি ৰাখি 'ন'টো 'না', 'নি', 'নে' প্ৰভৃতি পৃথক্ ৰূপত ব্যৱহাৰ কৰা হয়। যেনে —নকওঁ, নাথাও, নিলিখোঁ, নেদেখোঁ ইত্যাদি। ভূত আৰু ভৱিষ্যৎ কালতো এই নিয়ম খাটে। 'নাই' কেৱল বৰ্তমান কালতহে হয়।

খ) ব'ল —কেৱল অনুজ্ঞাত ব'ল ধাতুৰ পৰা 'ব'লা', 'ব'ল' আৰু 'ব'লক' যথা ক্ৰমে তুমি, তই আৰু আপুনি কৰ্তাৰ ক্ৰিয়া ৰূপে ব্যৱহাৰ হয়। যেনে — তুমি ব'লা! তই ব'ল।

গ) হোঁ —কেৱল দ্বিতীয় পুৰুষৰ অনুজ্ঞাত 'ল' ধাতুৰ পৰিবৰ্তে হোঁ ধাতুৰ ব্যৱহাৰ হয়। যেনে —তুমি হোৱাঁ। তই হোঁ। আপুনি হোঁৱক। 'ল' ধাতুত লোৱা, ল আৰু লওক প্ৰয়োগ হয়।

৭) **পৰিপূৰক ক্ৰিয়া** —এটা ধাতুৰ পৰা সকলো কাল আৰু পুৰুষৰ ক্ৰিয়াপদ গঢ় নল'লেও যদি অন্য এটা ধাতুৱে সেই একে ভাবৰ বাকী ক্ৰিয়াপদবোৰ গঢ় দিব পাৰে ; তেনেহ'লে সেই ধাতু দুটাৰ এটা আনটোৰ পৰিপূৰক হয়। এনে পৰিপূৰক ধাতুৰ ক্ৰিয়াকো পৰিপূৰক ক্ৰিয়া বুলিব পাৰি। থাক্ —আছ্ আৰু যা —গম্ এই শ্ৰেণীৰ পৰিপূৰক ধাতু। বিভক্তি প্ৰয়োগৰ প্ৰসংগত

এনে ক্রিয়াৰ উদাহৰণ দিয়া হৈছে। এই ধৰণৰ পৰিপূৰকক্রিয়া আৰু দুই এটা থাকিব পাৰে।

অনুশীলনী —১১

১। বিভক্তি-প্রয়োগৰ দৃষ্টিত ভাব অনুসৰি কাল-বিভাজন আৰু ভাব অনুসৰি ক্রিয়াৰ শ্রেণী-বিভাজনৰ মাজত থকা পার্থক্য সম্বন্ধে বিচাৰ কৰা।

২। বাক্যত ক্রিয়াপদৰ পাছত অন্য শব্দ ব্যৱহাৰ হ'ব পাৰেনেকি ? যদি পাৰে, কেনেকৈ পাৰে উদাহৰণসহ লিখা।

৩। পৰিপূৰকক্রিয়া বুলিলে কি বুজা ? উদাহৰণসহ বুজাই লিখা।

৪। সন্দেহবোধক আৰু অনুমতিসূচক ক্রিয়াৰ মাজত থকা মিল-অমিলবোৰ বাছি উলিওৱা।

৫। অনিয়মিতক্রিয়া বুলিলে কি বুজা ? উদাহৰণসহ লিখা।

0000

## কৃৎ আৰু তদ্ধিত প্রত্যয়

প্রত্যয়ৰ চমু পৰিচয় আৰু প্রয়োগ সম্বন্ধে আগতে অনেক প্রসংগত আলোচনা কৰা হৈছে। লিংগৰ সম্পর্কত স্ত্রী প্রত্যয়ৰ বিষয়েও আলোচনা কৰা হৈছে। এই প্রসংগত কৃৎ আৰু তদ্ধিত প্রত্যয়ৰ বিষয়ে কিছু বহলাই বিচাৰ কৰা হ'ব।

২২। ক —কৃৎপ্রত্যয়

ধাতু শব্দৰ লগত এইশ্রেণীৰ প্রত্যয় যোগ হ'ব পাৰে। যি শ্রেণীৰ প্রত্যয় যোগ হ'লে ধাতু শব্দৰ পৰা ক্রিয়াপদ গঢ় লয়, সেই শ্রেণীৰ প্রত্যয়ক ধাতু-বিভক্তি বা ক্রিয়া-বিভক্তি বোলে। অসমাপিকা আৰু সমাপিকা ক্রিয়াত ধাতুৰ লগত যোগ হৈ থকা বিভক্তি প্রত্যয়ৰ বিষয়ে আগতে আলোচনা কৰা হৈছে। ধাতু শব্দৰ লগত যি শ্রেণীৰ প্রত্যয় যোগ হৈ ক্রিয়াপদ গঢ় দিব নোৱাৰে ; সংজ্ঞা শব্দ বা বিশেষণ শব্দহে গঢ় দিব পাৰে (এনে সংজ্ঞা শব্দ বা বিশেষণ শব্দবোৰ কর্তা বা কর্ম পদ হ'ব পাৰে), সেই শ্রেণীৰ প্রত্যয়ক কৃৎপ্রত্যয় বোলা হয়। অসমীয়া ভাষাত সংস্কৃত, স্থানীয় বা দেশী আৰু বহিৰাগত এই তিনি শ্রেণীৰ কৃৎপ্রত্যয় আছে। তলত এইবিলাকৰ উদাহৰণ দিয়া হৈছে।

২৩। সংস্কৃত কৃৎপ্রত্যয় —সংস্কৃত ভাষাত কৃৎপ্রত্যয়ৰ ব্যৱহাৰ বৰ বেছি। অসমীয়া ভাষাত সংস্কৃত ভাষাৰ কৃৎপ্রত্যয়ান্ত শব্দবোৰকো মূল শব্দৰ দৰেই গণি লোৱা হয় ; কিন্তু কৃৎপ্রত্যয়ান্ত বা কৃদন্ত শব্দৰ প্রকৃত অর্থ বুজিবৰ বাবে সুবিধা হ'ব

কাৰণে বহুত সময়ত শব্দটোৰ মূল ধাতু আৰু প্ৰত্যয়টো সুকীয়াকৈ জনাৰ প্ৰয়োজন হয়। সংস্কৃত ভাষাত থকা এই সম্বন্ধীয় নিয়মবোৰ সহজ নহয়। এনে স্থলত সংস্কৃত ভাষাৰ শিক্ষাৰ্থীৰ কাৰণে এই নিয়মবোৰৰ প্ৰয়োজন যিমান বেছি, কেৱল অসমীয়া ভাষাৰ শিক্ষাৰ্থীৰ কাৰণে সিমান বেছি প্ৰয়োজন থাকিলেও, জনাটো সম্ভৱ নহয়। সেইবাবে অসমীয়া ভাষাত ব্যৱহাৰ হোৱা কৃৎপ্ৰত্যয়ান্ত শব্দ কিছুমান তলত দিয়া হৈছে যদিও, সেই বিলাকৰ বহল ব্যাখ্যা দিয়া হোৱা নাই। প্ৰত্যয় আৰু ধাতুৰ নামটোহে ফালি দেখুৱাবলৈ যত্ন কৰা হৈছে। মনত ৰাখিবলৈ সুবিধা হ'বৰ কাৰণে প্ৰথমতে প্ৰত্যয়ৰ নাম দিয়া হৈছে। তাৰ পাছত যথাক্ৰমে ধাতু শব্দটো আৰু প্ৰত্যয়ান্ত শব্দটো দিয়া হৈছে।

**তব্য** —কৃ>কৰ্ত্তব্য, গম্>গন্তব্য, দা>দাতব্য, দৃশ>দ্ৰষ্টব্য, শ্ৰু>শ্ৰোতব্য।

**অনীয়** —অধি>অধ্যয়নীয়, কৃ>কৰণীয়, গম্>গমনীয়, গৃহ্>গ্ৰহণীয়, দহ্>দহনীয়, দৃশ্>দৰ্শনীয়, শ্ৰু>শ্ৰৱণীয়।

**ণ্যৎ**—কৃ>কাৰ্য, ধৃ>ধাৰ্য, বচ্>বাচ্য, ত্যজ>ত্যাজ্য, বুধ>বোধ্য, ছিদ্>ছেদ্য, বিদ্>বেদ্য, ভিদ্>ভেদ্য, মন্>মান্য, ভক্ষ্>ভক্ষ্য, পূজ্>পূজ্য, হস্>হাস্য।

**ক্যপ্** —শাস>শিষ্য, স্পৃশ্>স্পৃশ্য, কৃ>কৃত্য, গুহ্>গুহ্য।

**যৎ** —দা>দেয়, গৈ>গেয়, পা>পেয়, নী>নেয়, শ্ৰু>শ্ৰব্য, ভূ>ভব্য, লভ্>লভ্য, গম্>গম্য, ৰম্>ৰম্য, সহ>সহ্য, হন>বধ্য।

মনকৰিব লগীয়া যে—এই শব্দবোৰ উচিত আৰু যোগ্য এনে ভাব প্ৰকাশক। যেনে—কৰ্ত্তব্য=কৰিবলগীয়া, ভক্ষ্য=খাবৰ যোগ্য ইত্যাদি।

**ল্যপ্**: —প্ৰ —আপ্>প্ৰাপ্য, বি —চাৰি>বিচাৰ্য, প্ৰ —নম্>প্ৰণম্য (প্ৰ আৰু বি এই উপসৰ্গ দুটা যথাক্ৰমে আপ্, নম্ আৰু চাৰি ধাতুৰ আগত যোগ দিয়া হৈছে)।

**ণমুল** —দিশ্>দেশম্, ভিদ্>ভেদম্, লভ্>লাভম্, বিদ্>বেদম্, বিশ্>বেশম্, হন্>ঘাতম্, হস্>হাসম্।

**শানচ্** —মৃ>ম্ৰিয়মাণ, বিদ্>বিদ্যমান, দৃশ্>দৃশ্যমান, বৃধ্>বৰ্ধমান, বৃৎ>বৰ্ত্তমান।

**শতৃ** —চল্>চলন্ত, জ্বল্>জ্বলন্ত, ঘূম্>ঘূমন্ত, (বৰ্ত্তমান চলি থকা আৰু অবিবাৰ অৰ্থ প্ৰকাশ কৰিবলৈ সংস্কৃত ভাষাত শানচ্ আৰু শতৃ প্ৰত্যয়ৰ ব্যৱহাৰ হয়। ধাতু শব্দৰ লগত যোগ হোৱা শতৃ প্ৰত্যয়টো শব্দৰ শ্ৰেণী আৰু বচন-

ভেদে সুকীয়া সুকীয়া ৰূপত দেখা যায়। 'অন্ত' প্ৰত্যয়টো সংস্কৃত ভাষাত ব্যৱহাৰ হোৱা শতৃৰ বহুবচনৰ এটা ৰূপ। অসমীয়া ভাষাত একবচন আৰু বহুবচন উভয়তে অন্ত প্ৰত্যয়টোকে ব্যৱহাৰ কৰা হয়। চলন্ত, ঘূৰন্ত প্ৰভৃতি শব্দ অসমীয়া ভাষাত একবচন বহুবচন উভয়তে প্ৰয়োগ কৰা দেখা যায়।)

**ক্ত**—ভূ > ভূত, গৈ > গীত, ত্ৰস্ > ত্ৰস্ত, দা > দত্ত, ধা > হিত, নম্ > নত, পচ্ > পক্ব, ব্ৰূ > উক্ত, বচ্ > উক্ত, মা > মিত, গ্ৰহ্ > গৃহীত, ছিদ্ > ছিন্ন, ত্যজ্ > ত্যক্ত, দহ্ > দগ্ধ, নশ্ > নষ্ট, ভ্ৰন্‌শ্ > ভ্ৰষ্ট, মন্ > মত, মুহ্ > মুগ্ধ, মূঢ়; ক্ষম্ > ক্ষান্ত, জ্ঞা > জ্ঞাত, তুষ্ > তুষ্ট, পা > পীত, ভ্ৰম্ > ভ্ৰান্ত, লভ্ > লব্ধ, শাস্ > শিষ্ট, শুষ্ > শুষ্ক, স্থা > স্থিত, স্বপ্ > সুপ্ত, ৰুধ্ > ৰুদ্ধ, সিচ্ > সিক্ত, শম্ > শান্ত, সৃজ্ > সৃষ্ট, স্নিহ্ > স্নিগ্ধ।

**ঘঞ্**—(ভাৱ বাচ্যৰ ধাতুৰ পাছত) পচ্ > পাক, লভ্ > লাভ, হন্ > ঘাত, তপ্ > তাপ, নশ্ > নাশ, ৰঞ্জ্ > ৰাগ, দহ্ > দাহ, ত্যজ্ > ত্যাগ, পঠ্ > পাঠ, ভূ > ভাৱ।

**অচ্**—চি > চয়, জি > জয়, ক্ষি > ক্ষয়, নী > নয়, ভী > ভয়।

**অপ**—কৃ > কৰ, বৃ > বৰ, স্তু > স্তৱ, দ্ৰু > দ্ৰৱ, গ্ৰহ্ > গ্ৰহ। এই দৰেই **ক্তিন** (কৃ—কৃতি, গম—গতি, নী—নীতি, শ্ৰু—শ্ৰুতি, দৃশ্—দৃষ্টি) **ল্যুট বা অনট্** (গম—গমন, শী—শয়ন, দৃশ্—দৰ্শন, ভূ—ভৱন, স্না—স্নান, চৰ্—চৰণ, নী—নয়ন, কৃ—কৰণ) প্ৰভৃতিও হয়।

• অসমীয়া ভাষাত ব্যৱহাৰ হোৱা সংস্কৃত কৃৎপ্ৰত্যয়ান্ত শব্দ আৰু বহুত আছে। সংস্কৃতৰ তৎসম ৰূপত প্ৰচলিত এই শব্দবোৰ অসমীয়া ভাষাৰ বাবে একোটা মূল শব্দৰ নিচিনা। এনে স্থলত এই সম্বন্ধে অধিক বিশ্লেষণ কৰিলে জটিলতা বৃদ্ধি হ'ব; কিন্তু তাৰ পৰা শুদ্ধ অসমীয়া ভাষা শিকাত বৰ বেছি সহায় হ'ব যেন ধাৰণা নহয়।

২৪। **অসমীয়া কৃৎপ্ৰত্যয়**

১) **ওঁতা**—ওঁতা কৃৎপ্ৰত্যয়ান্ত শব্দ স্ত্ৰীলিংগত 'ওঁতী' প্ৰত্যয়ান্ত হয়। স্বৰ সংগতিৰ কাৰণে ওঁতীটো 'অঁতী', 'ঌঁতী' আৰু 'ৰঁতী'ও হোৱা দেখা যায়। যেনে—কৰ্ + ওঁতা = কৰোঁতা, দে > দি + ওঁতা = দিওঁতা; সেইদৰে পাওঁতা, লিখোঁতা, লওঁতা, বাওঁতা, শুনোঁতা আদি পুংলিংগ কৃৎপ্ৰত্যয়ান্ত শব্দ। এইবিলাকৰ স্ত্ৰীলিংগ কৰঁতী, দিৰঁতী, পাওঁতী, পীঁতী, লিখঁতী, লঁতী, নৰঁতী, বাওঁতী, বাঁতী, শুনঁতী, খোৰঁতী প্ৰভৃতি হয়।

২) **অনি**—স্ত্ৰীলিংগত 'অনী' হয়। যেনে—পুংলিংগত বাঢ়নি, দাৱনি বা দাউনি, আৰু শুৱনি শব্দ স্ত্ৰীলিংগত বাঢ়নী, দাৱনী বা দাউনী আৰু শুৱনী হয়।

৩) কিছুমান বিশেষ্য শব্দৰ 'অনি' বিশেষণত 'অনী' হয়। ধ্বনি-সংগতিৰ নিয়ম-মতে ন > ণ হ'ব পাৰে। যেনে—বিশেষ্য শব্দ আৱন্তণি, সামৰণি, আদৰণি, সোঁৱৰণিৰ বিশেষণ ৰূপ আৱন্তণী, সামৰণী, আদৰণী, সোঁৱৰণী হ'ব পাৰে।

৪) কৃদন্ত শব্দটো ভাৱবাচক হ'লে 'অনি' আৰু স্থূল বস্তুবাচক হ'লে 'অনী' প্ৰত্যয় ব্যৱহাৰ কৰা দেখা যায়। যেনে—বক্ + অনি = বকনি, গছক্ + অনি = গছকনি, জিৰা + অনি = জিৰনি ; সেইদৰে নাচনি, ভাঙনি, জোটনি, বুজনি, তৰণি, ভৰণি, শোৱনি, বাছনি, সিয়নি, লেখনি, উমনি, ফুৰণি (মূৰ ফুৰণি), নামনি, উজনি, গাৱনি আদিত ক্ৰিয়াবাচক বিশেষ্যৰ 'অন্'ৰ লগত 'ই' যোগ হৈছে। এই শব্দবোৰ স্থূল বস্তুবাচক নহয় ; কিন্তু বিচনী, ঢাকনী, লাহনী, চালনী, জাননী, (জাননি দিয়া কাগজ, টিং বা কাঠৰ পাটচটা), বাঢ়নী, তিয়নী, লেখনী (কলম বা ৰং সনা তুলিকা) প্ৰভৃতি স্থূল বস্তুবাচক শব্দত ধাতুৰ পাছত অনী কৃৎ-প্ৰত্যয় যোগ হৈছে। পাৰ্থক্যটো স্পষ্ট হ'বৰ কাৰণে দুটামান উদাহৰণ দিয়া হৈছে। ক) তেওঁক এই বিষয়ে আগতেই জাননি দিয়া হৈছিল (জনোৱা হৈছিল) খ) যোৱা ৰাতি পুখুৰী-পাৰৰ জাননীখন চোৰে নিলে। গ) শংকৰদেৱৰ লেখ-নিয়ে নতুন যুগ সৃষ্টি কৰিলে। ঘ) ক'লা ৰঙৰ লেখনীডাল, হালধীয়া ৰঙৰ চুঙাত নভৰাবা ইত্যাদি।

৫) আ—আ কৃৎপ্ৰত্যয়ান্ত শব্দ বিশেষণ হয়। যেনে—তুমি 'গোৱা' গীতটো ভাল হৈছে। গা, ক, যা, খ, শো প্ৰভৃতি সকলো স্বৰান্ত ধাতুৰ পাছত আ যোগ হ'লে মূল ধাতুটোৰ আকৃতিও কিছু সলনি হয়। যেনে :—গা—গো + আ—ৱা = গোৱা, ক—কো + আ—ৱা = কোৱা, খ—খো + আ - ৱা = খোৱা, শো + আ—ৱা = শোৱা ; গা ধাতুটোৰ দৰেই যা, পা, দা, খা আদি ধাতুবো পৰিবৰ্তন হয়। দে, নে প্ৰভৃতি ধাতু দি, নি প্ৰভৃতি হয়। যেনে :—দে + আ > দি + আ = দিয়া, নে + আ > নি + আ = নিয়া। ব্যঞ্জনান্ত ধাতুত এনে পৰিবৰ্তন নহয়। যেনে—কৰ্ + আ = কৰা, ধৰ + আ = ধৰা, দেখ্ + আ = দেখা। (সি কৰা কামটো ভাল হৈছে, পুলিচে ধৰা গাড়ীখন কাৰ ? ইয়াৰ পৰা দেখা পৰ্বতটো ওখ ইত্যাদি)। কেতিয়াবা 'আ'টো 'ই' হয়। যেনে—মৰা কলং—মৰি কলং; মৰি দিখৌ, মৰি লুইত, বহি খোৱা, উঠি ৰখা আদিও এনে ধৰণৰ প্ৰয়োগ।

৬) অন—সংস্কৃত ভাষাৰ কৃৎপ্ৰত্যয় 'অনট্'ৰ পৰিবৰ্তে অসমীয়াত 'অন' হয়। সংস্কৃততো অনট্ৰ ট্ লোপ পায়। 'অন'হে থাকে। অসমীয়া ভাষাৰ ধাতু শব্দত কেৱল 'অন' যোগ দিয়া হয়। যেনে—সংস্কৃত শয়ন, দৰ্শন, পঠন অসমীয়াত যথাক্ৰমে শোৱন, দেখন আৰু পঢ়ন হয় (শো + অন, দেখ + অন, পঢ় + অন)। লিখন, বাৱন, খাৱন, চলন-ফিৰন প্ৰভৃতি এই শ্ৰেণীৰ শব্দবোৰ ক্ৰিয়াবাচক বিশেষ্য শব্দ হয়।

৭) **অনা** —ক্ৰিয়াৰ লগত জড়িত বস্তুৰ নাম বুজাবলগীয়া হ'লে অন প্ৰত্যয়ৰ ঠাইত অনা প্ৰত্যয় হয়। যেনে—খুন্দ্ +অনা=খুন্দনা, বিন্ধ্ +অনা=বিন্ধনা, বোক্ +অনা= বোকনা ; সেইদৰেই পিহনা, দেওনা, বাজনা প্ৰভৃতি শব্দও হয়। এইবোৰ শব্দ ধাতু শব্দৰ পৰা গঢ় ল'লেও নামবাচক বিশেষ্যহে হৈছে।

৮) **ই** —নোৱন (হিন্দী-নহান, সংস্কৃত-স্নান), কাটন, শোৱন, ধোৱন, প্ৰভৃতি 'অন' প্ৰত্যয়ান্ত শব্দত 'ই' প্ৰত্যয় যোগ হৈ নোৱনি, কাটনি, শোৱনি, ধোৱনি প্ৰভৃতি শব্দ গঢ় লৈছে। কাট, শো, ধো প্ৰভৃতি ধাতুত অনি প্ৰত্যয় যোগ দিলেও কাটনি, শোৱনি, ধোৱনি প্ৰভৃতি শব্দ হ'ব পাৰে ; কিন্তু নোৱনি শব্দৰ মূলত থকা ধাতু শব্দটো তেতিয়া নো হ'ব লাগিব। স্নান বুজোৱা 'নো' ধাতু অসমীয়া ভাষাত নাই। গতিকে নোৱনিৰ মূল নোৱন (হিং নহান) হোৱাহে সম্ভৱ। এইবোৰ সংজ্ঞা শব্দৰ পাছত অন্যান্য সংজ্ঞা শব্দ যোগ দিলে নোৱনি, কাটনি প্ৰভৃতি শব্দৰ ভাবটো বিশেষণৰ নিচিনা হয়। তথাপি দুয়োটা শব্দৰ প্ৰয়োগ বিশেষ্যৰ দৰেই কৰা হয়। সিহঁতৰ প্ৰথমটোক সম্বন্ধ পদ আৰু দ্বিতীয়টোক সম্বন্ধিত পদ ৰূপে ধৰি লোৱা হয়। তেতিয়া দুয়োটা শব্দৰ মাজত থকা 'ৰ' বিভক্তি লোপ হোৱা বুজাবৰ কাৰণে সমাস-চিন ব্যৱহাৰ কৰাৰ প্ৰয়োজন আহি পৰে। যেনে—নোৱনিৰ ঘৰ নোৱনি-ঘৰ, কাটনিৰ খৰচ কাটনি-খৰচ, খোঁচনিৰ মাৰি খোঁচনি-মাৰি, বাছনিৰ পৰীক্ষা বাছনি-পৰীক্ষা।

৯) **অতি** —ধাতুৰ পাছত অতি প্ৰত্যয় যোগ হৈ ভাব-বাচক সংজ্ঞা শব্দ গঢ় লয়। যেনে—খজুৰা+অতি=খজুৰতি, ভাঙ্ +অতি=ভঙতি, চল +অতি=চলতি, খস্ +অতি=খস্তি, গণ্ +অতি=গন্তি ইত্যাদি।

**অতী** —বিশেষণ অৰ্থত ধাতু শব্দৰ পাছত অতী প্ৰত্যয় যোগ হয়। যেনে— খীৰা+অতী=খীৰতী (গাই গৰু), বোৱা+অতী=বোৱাতী—বোৱতী (মাটি), বোৱা+অতী=বোৱতী (নৈ), কৰ্ +অতী=কৰতী (এবিধ যন্ত্ৰ) ইত্যাদি।

১০) **অৰী, অৰীয়া, ঐয়া আৰু ঐচ** —বিশেষণৰ ভাব থকা কৃদন্ত কৰ্তাপদত এই প্ৰত্যয়বোৰ ধাতুৰ লগত বহিব পাৰে। যেনে :—দে+অৰী=দেৱৰী, দেউৰী ; খা+অৰীয়া=খাৱৰীয়া, খাউৰীয়া ; খা+ঐয়া=খাবৈয়া, খা+ঐচ্=খাটৈচ।

১১) **আৰু, উৱা, উৰী** —শিক+আৰু=শিকাৰু, লেখ+আৰু=লেখাৰু, বুজ+ আৰু=বুজাৰু ; কাহ+উৱা=কাহুৱা, কাহ+উৰী=কাহুৰী ; সেইদৰে দন্দুৱা, দন্দুৰী, কান্দুৱা, কান্দুৰী আদিও হয়।

১২) **অতীয়া, অতিয়াল, অনীয়া, অনিয়াৰ** —এইবিলাক প্ৰত্যয়ৰ প্ৰয়োগ কম। তলত উদাহৰণ দিয়া হৈছে। গাঁঠি—গাঁঠতীয়া ; লাখ—লাখতিয়াল,

মাগ—মগনিয়াৰ, (ইয়া প্ৰত্যয়ো হয় —মগনিয়া, খোজনিয়া) ; দেখ—দেখনিয়াৰ জীয়া—জীয়নীয়া ইত্যাদি।

১৩) **অ** —এইটো প্ৰত্যয় যোগ হ'লে ধাতুৰ অন্তিম বৰ্ণৰ আগৰ বৰ্ণটোত থকা 'অ'টো আ হয় ; কিন্তু ধাতু শব্দৰ পাছত একো চিন নবহে। যেনে —চৰ্ (ধাতু) + অ = চাৰ (গৰুৱে চৰাৰ পাছত ভোক গুচা লক্ষণটোৰ নাম), সেইদৰে জ্বল + অ= জ্বাল, চল+অ=চাল (হেলনীয়া হৈ তললৈ নমা ভাব বা অৱস্থাটো), গজ + অ= গাজ (অংকুৰ), চল + অ = চাল ইত্যাদি।

১৪) **অক** —ধাতুৰ লগত এই প্ৰত্যয়টো যোগ হৈ কৰ্তাসূচক সংজ্ঞা পদ গঢ় দিয়ে। যেনেঃ—গণ—গণক (গণনা কৰোঁতা), চল+অ+অক—চালক, লিখ্— লেখক ইত্যাদি। সংস্কৃতৰ কৃৎপ্ৰত্যয় ণমুল যোগ হৈ দিশ্ ধাতুৰ পৰা দেশ, বিদ্ ধাতুৰ পৰা বেদ, ভিদ্ ধাতুৰ পৰা ভেদ হোৱাৰ দৰেই লিখ্+ণ্বুল= লেখক হয়। সমগ্ৰ ভাৰততে লেখক শব্দহে প্ৰচলিত , লিখক শব্দ প্ৰচলিত নহয়। সংখ্যা গণনাৰ অৰ্থতহে লেখ ধাতু ব্যৱহাৰ হয় বোলা কথা শুদ্ধ নহয়। চিত্ৰ-লেখা, লেখাৰু আদি শব্দত লেখ ধাতুৰ অৰ্থ গণনা কৰা নহয়। গতিকে সকলো ভাৰতীয় ভাষাতে প্ৰচলিত তৎসম সংস্কৃত শব্দ লেখক অসমীয়া ভাষাতো গ্ৰহণীয়।

১৫) **ঈয়া** —সংজ্ঞা শব্দৰ পাছত থকা ধাতু শব্দৰ লগত ঈয়া প্ৰত্যয় যোগ হ'লে স্বভাৱবাচক বা ব্যৱসায়বাচক সংজ্ঞা শব্দ গঢ় লয়। এনে সংজ্ঞা শব্দত কৰ্তাৰ ভাব লুকাই থাকে। যেনে —গৰু ৰখ্ + ঈয়া= গৰুৰখীয়া, গৰখীয়া, মাছ মাৰ+ঈয়া = মাছমৰীয়া, খৰিকাট + ঈয়া = খৰিকটীয়া, নাওশাল + ঈয়া = নাওশলীয়া আদি।

২৫। খ) **কৃৎস্থানীয় বিভক্তি প্ৰত্যয়** —১) ধাতু শব্দৰ পাছত বিভক্তি-চিন বহিলে সমাপিকাক্ৰিয়া পদ গঢ় লয়। কেতিয়াবা ধাতুৰ লগত ধাতু-বিভক্তি যোগ হ'লেও সমাপিকা ক্ৰিয়া নহৈ প্ৰাসংগিক খণ্ড ক্ৰিয়াহে হয়। এনে স্থলত ধাতুৰ লগত থকা ধাতু-বিভক্তিৰ চিনটোক কৃৎপ্ৰত্যয়ৰ শ্ৰেণীত ধৰিব পাৰি। যেনে —তুমি পাৰিলে আহিবা। এই বাক্যৰ 'পাৰিলে' শব্দটোত 'পাৰ্' ধাতু আৰু 'ইলে' ধাতু-বিভক্তিৰ চিন ; কিন্তু ইয়াক সমাপিকা আৰু অসমাপিকা কোনো শ্ৰেণীৰে ক্ৰিয়াৰ ভিতৰত ধৰিব নোৱাৰি। এই ক্ষেত্ৰত 'পাৰিলে'টো এটা অৱস্থাসূচক 'ভাব'ৰ নাম অৰ্থত সংজ্ঞা শব্দৰ দৰে হৈছে। গতিকে 'ইলে' বিভক্তি-চিনটো এই শব্দটোত কৃৎপ্ৰত্যয়ৰ দৰেহে বহিছে। এই নিচিনাকৈ ব্যৱহাৰ হোৱা বিভক্তি-প্ৰত্যয়ক কৃৎ-স্থানীয় বিভক্তি প্ৰত্যয় বুলিব পাৰি। তুমি কৰা কামটো হ'ল। তুমি কৰিলে হ'ব। এই বাক্য দুটাত যথাক্ৰমে 'কৰা' আৰু 'কৰিলে' দুয়োটা বিভক্তিযুক্ত ধাতু দেখাত সমাপিকা ক্ৰিয়াৰ দৰে হ'লেও প্ৰকৃততে অৱস্থাসূচক 'ভাববাচক' শব্দহে। গতিকে কৰ ধাতুৰ লগত থকা 'আ' আৰু 'ইলে' দুয়োটা কৃৎপ্ৰত্যয়। নাম শব্দৰ পাছত

নাম-বিভক্তি যোগ হোৱাৰ দৰে কৰা, কৰিলে প্ৰভৃতি কৃদন্ত শব্দৰ পাছতো নাম-বিভক্তি যোগ হয়। যেনে —কামটো কৰিলত ভাল হ'ল। কামটো কৰাত তুমি সহায় কৰিলা। ল'ৰাটোক পঢ়োঁতে (পঢ়াত) আমনি নকৰিবা। এই বাক্যবোৰৰ কৰিলত,, কৰাত আৰু পঢ়োঁতে বা পঢ়াত যথাক্ৰমে 'ত' আৰু 'তে' নাম বিভক্তিৰ চিন। কৰ্ ধাতুৰ লগত ইল আৰু আ, পঢ় ধাতুৰ লগত আ কৃৎপ্ৰত্যয়। 'তে' এই নাম বিভক্তিটোৰ আগত আৰু পঢ়্ ধাতুৰ পাছত 'আ' কৃৎপ্ৰত্যয়টো 'ওঁ' হৈছে।

প্ৰাসংগিক খণ্ডক্ৰিয়াবোৰ প্ৰকৃততে একো একোটা কৃদন্ত পদ। কৃৎস্থানীয় বিভক্তি প্ৰত্যয়বোৰ ধাতুৰ লগত থকা বাবে সেই পদবোৰ ক্ৰিয়া পদ যেন লাগে। প্ৰকৃততে সংজ্ঞা বা বিশেষণ নামশব্দ হোৱা কাৰণেহে এই কৃদন্ত পদবোৰৰ পাছত নাম বিভক্তি যোগ হ'ব পাৰিছে।

২) ক্ৰিয়া-বিভক্তিৰ সকলো চিনেই কৃৎপ্ৰত্যয়ৰ দৰে ব্যৱহাৰ নহয়। নিত্য বৰ্ত্তমান, সামান্যভূত আৰু ভৱিষ্যৎ কালৰ বিভক্তি-চিনৰ ব্যৱহাৰেই কৃৎপ্ৰত্যয়ৰ দৰে বেছিকৈ হয়। মিশ্ৰ ধাতুৰ ক্ৰিয়া সম্বন্ধীয় আলোচনা প্ৰসংগত কৃদন্ত শব্দ সম্পৰ্কেও কিছু আলোচনা কৰা হৈছে।

২৬। **বহিৰাগত শব্দ আৰু কৃৎপ্ৰত্যয়** —উত্তৰ ভাৰতীয় অন্যান্য ভাষাৰ বহুত শব্দ তৎসম বা তদ্ভৱ ৰূপত অসমীয়া ভাষাত সোমাই আছে। সেইবিলাক শব্দৰ অৰ্থ বুজিবৰ কাৰণেও তাত থকা প্ৰত্যয় সম্বন্ধে জনা আৱশ্যক। তলত কেইটামান হিন্দী শব্দত থকা কৃৎপ্ৰত্যয়ৰ উদাহৰণ দিয়া হৈছে।

| মূল শব্দ | মূল ধাতু | কৃৎপ্ৰত্যয় | তদ্ভৱ অসমীয়া শব্দ | তৎসম অসমীয়া শব্দ |
|---|---|---|---|---|
| খেতী | খেত | ঈ | | খেতী |
| ফাঁসী | ফঁস>ফাঁস | ঈ | ফাঁচী | |
| খিলৌনা | খেল | ঔনা | খেলনা (খেলৰ সঁজুলি) | |
| বিছৌনা | বিছ | ,, | বিছনা | |
| ওঢ়নী | ওঢ় | ঔনী | ওৰণী, ওৰণি | |
| ছাৱনী | ছা | আৱনী | ছেউনী, চেউনী (চেউনী চালি) | |
| দেনা | দে | না | দেন | |
| লেনা | লে | না | লেন | |
| পাৱনা | পা | আৱনা | পাওনা | |

ফাৰচী ভাষাৰ পৰা অহা শব্দ —

| মূল শব্দ | মূল ধাতু | কৃৎপ্ৰত্যয় | তদ্ভৱ অসমীয়া |
|---|---|---|---|
| আমদনী | আমদন্ (আমদ্) | ঈ | আগদানি |
| ৰফতনী ,, | ৰফতন্ (ৰফ্ত) | ঈ | ৰপ্তানি |
| বাশিন্দা ,, | বাশ্ | ইন্দা | বাসিন্দা |
| মালিশ ,, | মাল (মল) | ইশ | মালিচ |

## খ —তদ্ধিত প্ৰত্যয়

২৭। যিবোৰ প্ৰত্যয়ে নাম শব্দৰ লগত যোগ হৈ নাম শব্দহে গঢ় দিব পাৰে, সেইবোৰ প্ৰত্যয়কে তদ্ধিত প্ৰত্যয় বোলে। অপত্য (যাৰ পৰা পুত্ৰ, বংশ বা পৰম্পৰাৰ ভাব প্ৰকাশ পায়), দেৱতা, হিত, ভাব আৰু কৰ্ম প্ৰভৃতিৰ অৰ্থ প্ৰকাশ কৰিবৰ কাৰণে তদ্ধিত প্ৰত্যয় ব্যৱহাৰ কৰা হয়। তদ্ধিত প্ৰত্যয় যোগ হোৱাৰ পাছতো নামবিভক্তি শব্দত যোগ হ'ব পাৰে। যিবোৰ তদ্ধিত প্ৰত্যয়ান্ত শব্দত নাম-বিভক্তি যোগ হ'ব নোৱাৰে, সেইবোৰ শব্দকো সংস্কৃত ভাষাত অব্যয় শব্দ বোলা হৈছে। যেনে—যত্ৰ, তত্ৰ, যথা, তথা, যতঃ, ততঃ ইত্যাদি। এই তিনি-যোৰা শব্দত যথাক্ৰমে ত্ৰল, থাল আৰু তমিল্ তদ্ধিত প্ৰত্যয় আছে; কিন্তু এই শব্দবোৰ পুনৰ বিভক্তিযুক্ত নহয়। সেই বাবে এইবোৰ অব্যয় শব্দ।

কৃৎপ্ৰত্যয়ৰ দৰে তদ্ধিত প্ৰত্যয়ো তিনি শ্ৰেণীৰ। প্ৰথম শ্ৰেণীত সংস্কৃতৰ তৎসম, তদ্ভৱ, দ্বিতীয় শ্ৰেণীত দেশী বা স্থানীয় আৰু তৃতীয় শ্ৰেণীত বহিৰাগত প্ৰত্যয়সমূহক ধৰা হৈছে।

২৮। ১) সংস্কৃত তদ্ধিত প্ৰত্যয়—সংস্কৃত ভাষাৰ তদ্ধিত প্ৰত্যয়ান্ত বহুত শব্দ অসমীয়া ভাষাত মূল শব্দৰ দৰে ব্যৱহাৰ কৰা হয়। তথাপি সেইবিলাক শব্দৰ অৰ্থ গভীৰ ভাবে বুজিবৰ কাৰণে তাৰ মূল আৰু প্ৰত্যয়ৰ বিষয়ে জানিব লগীয়া হয়। উদাহৰণ তলত দিয়া হৈছে।

ষ্ণি —দশৰথ+ষ্ণি=দাশৰথি, সেইদৰেই বৰুণ—বাৰুণি, মিথিল—মৈথিলী, পৰ্বত —পাৰ্বতী, নিষধ—নৈষধ। এই কেউটা শব্দতে ষ্ণি প্ৰত্যয়টো অপত্য অৰ্থত ব্যৱহাৰ হৈছে। ষ্ণ, ষ্ণ্য আৰু ষ্ণেয় প্ৰত্যযো অপত্য অৰ্থত ব্যৱহাৰ হয়।

ষ্ণ —কুৰু—কৌৰৱ, ভৃগু—ভাৰ্গৱ, গোতম—গৌতম, যদু—যাদৱ; সইদৰে পাণ্ডৱ, শৈৱ, বৈষ্ণৱ, স্মাৰ্ত (স্মৃতি) আণৱ (অণু), মানৱ, দানৱ প্ৰভৃতি শব্দটো ষ্ণ প্ৰত্যয় যোগ হৈ আছে; কিন্তু হিম—হৈম, দেৱ—দৈৱ, তিল—তৈল, কিশোৰ—কৈশোৰ, শিশু—শৈশৱ, লঘু—লাঘৱ, গুৰু—গৌৰৱ, প্ৰভৃতি শব্দত অন্যান্য সুকীয়া অৰ্থতহে ষ্ণ প্ৰত্যয় হৈছে।

**ষ্ণ্য** —দিতি > দৈত্য, অদিতি > আদিত্য, চণক > চাণক্য ; এইদৰেই গ্ৰাম্য, বন্য, জামদগ্ন্য, দৈব প্ৰভৃতি শব্দতো অপত্য অৰ্থত ষ্ণ্য হৈছে, কিন্তু তলত দিয়া শব্দবোৰত সুকীয়া সুকীয়া অৰ্থত ষ্ণ্য প্ৰত্যয় হৈছে। ধীৰ—ধৈৰ্য, মধুৰ—মাধুৰ্য, সুন্দৰ—সৌন্দৰ্য, বীৰ—বীৰ্য, চোৰ—চৌৰ্য, অভিজাত—আভিজাত্য, কবি—কাব্য, দন্ত—দন্ত্য, কণ্ঠ—কণ্ঠ্য ইত্যাদি।

**ষ্ণেয়** —বিনতা > বৈনতেয়, সৰমা > সাৰমেয়, ভগিনী > ভাগিনেয়, অত্ৰি > আত্ৰেয়, মিত্ৰ > মৈত্ৰেয় আদিও অপত্য অৰ্থত ষ্ণেয় প্ৰত্যয় প্ৰয়োগ হোৱা শব্দ।

**ষ্ণিক** —দেহ > দৈহিক, কায় > কায়িক, লৌকিক, দাৰ্শনিক, মানসিক, আনুমানিক, মৌখিক, মৌলিক, যৌগিক, বাৰ্ষিক প্ৰভৃতিও এই শ্ৰেণীৰ শব্দ।

**ষ্ণায়ণ** —নৰ > নাৰায়ণ, কত > কাত্যায়ন ইত্যাদি।

**ত্ব আৰু তা** —গুণবাচক সংজ্ঞা বুজাবৰ কাৰণে ত্ব আৰু তা প্ৰত্যয় শব্দত যোগ দিয়া হয়। যেনে :—গুৰু—গুৰুত্ব, গুৰুতা, শুক্ৰ—শুক্ৰত্ব, শুক্ৰতা, সাধু—সাধুত্ব, সাধুতা, বুদ্ধিমৎ—বুদ্ধিমত্ব, বুদ্ধিমত্তা, অণু—অণুত্ব, অণুতা আদি। সেই দৰেই মহত্ত্ব, মহত্তা, লঘুত্ব, লঘুতা, বীৰত্ব, উদাৰতা প্ৰভৃতি শব্দও গঢ় লৈছে।

**ইমন্** —ত্ব আৰু তা প্ৰত্যয়ৰ দৰেই ভাববাচক সংজ্ঞা বুজাবৰ কাৰণে এই প্ৰত্যয় যোগ দিয়া হয়। যেনে —অণু + ইমন = অণিমা, গুৰু + ইমন = গৰিমা, মহৎ + ইমন মহিমা, এই দৰেই লঘু—লঘিমা, দীৰ্ঘ—দ্ৰাঘিমা প্ৰভৃতি শব্দ গঢ় লৈছে।

**মৎ আৰু ৱৎ** – যুক্ত বা থকা বুজাবৰ কাৰণে এই প্ৰত্যয় দুটা যোগ দিয়া হয়। যেনে —গো + মৎ = গোমান, মতি + মৎ = মতিমান, এই দৰেই গঠিত শ্ৰীমান, শ্ৰীমতী, বুদ্ধিমান, বুদ্ধিমতী, আয়ুষ্মান, আয়ুষ্মতী প্ৰভৃতি শব্দও হৈছে। ৱৎ প্ৰত্যয়-যুক্ত হ'লে পুংলিংগত ৱান আৰু স্ত্ৰীলিংগত ৱতী যোগ হয়, যেনে —ভগৱান, ভগৱতী, সত্যৱান, সত্যৱতী, ভাগ্যৱান, ভাগ্যৱতী ; পুণ্যৱান, পুণ্যৱতী ইত্যাদি। ৱান আৰু মান অসমীয়াত সাধাৰণতে ৱন্ত আৰু মন্তও হয়। যেনে — ভগৱান, ভগৱন্ত ; হনুমান, হনুমন্ত, ভাগ্যৱন্ত, বুদ্ধিমন্ত, গুণৱন্ত, ধনৱন্ত আদিও এই দৰেই হয়।

**ইল** —থকা বা যুক্ত অৰ্থতে ইল প্ৰত্যয়ো হোৱা দেখা যায়। যেনে :—ফেন—ফেনিল, পংক—পংকিল, জটা—জটিল, কুট—কুটিল ইত্যাদি।

**ঈয়স্ আৰু ইষ্ঠ** —দুটা বস্তুৰ মাজত তুলনা কৰি এটাক শ্ৰেষ্ঠ বা নিকৃষ্ট বুজাওঁতে ঈয়স আৰু বহুতৰ মাজত শ্ৰেষ্ঠ বা নিকৃষ্ট বুজাওঁতে ইষ্ঠ প্ৰত্যয় যোগ দিয়া হয়। যেনে :—লঘু—লঘীয়স, লঘীয়ান ; গুৰু—গৰীয়স, গৰীয়ান, লঘু—লঘিষ্ঠ, গুৰু, গৰিষ্ঠ, বৰ—বৰিষ্ঠ। কনিষ্ঠ, জ্যেষ্ঠ প্ৰভৃতি শব্দতো ইষ্ঠ প্ৰত্যয় আছে।

**তৰ আৰু তম**—দুটা বস্তুৰ মাজত এটাক শ্ৰেষ্ঠ বা নিকৃষ্ট বুজাবৰ কাৰণে শব্দৰ পাছত তৰ আৰু বহুতৰ মাজত এটাক শ্ৰেষ্ঠ বা নিকৃষ্ট বুজাবৰ কাৰণে শব্দৰ পাছত তম প্ৰত্যয় ব্যৱহাৰ কৰা হয়। যেনে—লঘুতৰ, লঘুতম; দীৰ্ঘতৰ, দীৰ্ঘতম; বৃহত্তৰ, বৃহত্তম; উচ্চতৰ, উচ্চতম আদি এনে ধৰণৰ শব্দ।

**ইন্ আৰু বিন্**—থকা বা অধিকাৰী বুজাবৰ কাৰণে এই প্ৰত্যয় দুটাৰ ব্যৱহাৰ কৰা হয়। যেনে:—ধন—ধনিন্ (ধনী) গুণ—গুণিন্ (গুণী), মান—মানিন্ (মানী); এইদৰেই জ্ঞানী, দুঃখী, সুখী, হস্তী, (স্ত্ৰীলিংগত মানী—মানিনী, দুঃখী—দুখিনী, হস্তী—হস্তিনী প্ৰভৃতি) আদি শব্দও হৈছে।

**আলু আৰু ল**—থকা অৰ্থতে এই প্ৰত্যয় দুটাৰো ব্যৱহাৰ হয়। যেনেঃ—দয়া—দয়ালু, শ্ৰদ্ধা—শ্ৰদ্ধালু; মাংস—মাংসল, শীত—শীতল। কৃপালু, নিদ্ৰালু, শ্যামল, মৃদুল প্ৰভৃতি শব্দও এই দৰেই হৈছে।

**ঈয়**—সম্বন্ধ বা স্বভাৱ বুজাবৰ কাৰণে এই প্ৰত্যয়টো যোগ দিয়া হয়। যেনে:—দেশ—দেশীয়, জাতি—জাতীয়; ৰাষ্ট্ৰীয়, শাস্ত্ৰীয়, শাৰদীয়, স্থানীয়, নাৰদীয় প্ৰভৃতি শব্দ এই শ্ৰেণীৰ।

**ৰ**—স্বভাৱ বা লক্ষণ অৰ্থত পুংলিংগ শব্দত ৰ আৰু স্ত্ৰীলিংগ শব্দত ৰা প্ৰত্যয় যোগ দিয়া হয়। যেনে—মুখ—মুখৰ (স্ত্ৰী—মুখৰা) কথা কোৱা স্বভাৱ বুজাবলৈ ব্যৱহাৰ কৰা হয়। পাণ্ডু—পাণ্ডুৰ (শেঁতা বৰণৰ)।

**ইত**:—কলংক—কলংকিত, পুলক—পুলকিত। এইদৰেই আতংকিত, পল্লৱিত, পুষ্পিত, কল্পিত, ফলিত আদিতো ইত প্ৰত্যয় আছে।

**মাত্ৰ**—তাকৰ বা সীমাবদ্ধ বুজাবৰ কাৰণে মাত্ৰ প্ৰত্যয় শব্দৰ লগত যোগ দিয়া হয়। যেনে:—অণুমাত্ৰ, নামমাত্ৰ, কিঞ্চিৎমাত্ৰ ইত্যাদি।

**তীয়, থট্ আৰু মট্**—সংখ্যাবাচক শব্দৰ লগত তীয় আৰু থট্ প্ৰত্যয় হয়। যেনে—দ্বিতীয়, তৃতীয় (তীয়), চতুৰ্থ আৰু ষষ্ঠ (থট্); সেইদৰে পঞ্চম, সপ্তম, অষ্টম, আদিম, মধ্যম আদি শব্দত মট্ প্ৰত্যয় হৈছে।

**ময়ট্**:—স্বৰ্ণ—স্বৰ্ণময়, শিলা—শিলাময়; সেইদৰেই জলময়, অগ্নিময়, কৃপাময়, চিন্ময়, মৃন্ময় (মৃৎ+ময়ট্), লৌহময় প্ৰভৃতিও হয়। উপাদান বা পৰিপূৰ্ণ এনে অৰ্থত ময়ট্ প্ৰত্যয় হয়।

**ধাচ্ আৰু থাচ্**—ভাগ আৰু প্ৰকাৰ বুজাবৰ কাৰণে এই দুটা প্ৰত্যয় সংখ্যাবাচক শব্দ আৰু সৰ্বনাম শব্দৰ লগত যোগ দিয়া দেখা যায়। যেনে—দ্বিধা, শতধা, বহুধা আৰু সৰ্বথা, অন্যথা, যথা (যদ্+থাচ্), তথা (তদ্+থাচ্) আদি।

**দা** —সময়বাচক শব্দৰ পাছত দা প্ৰত্যয় যোগ হয়। যেনে —একদা, সৰ্বদা।

**ডিম** —বিশেষণ-ভাৱসূচক এই প্ৰত্যয়টো অগ্ৰ, অন্ত, পশ্চ, প্ৰভৃতি শব্দৰ পাছত যোগ কৰা হয়। যেনে —অগ্ৰিম, অন্তিম, পশ্চিম আদি।

**ক** —শব্দৰ মূল অৰ্থৰ পাৰ্থক্য নঘটাকৈ এই প্ৰত্যয়টো তলত দিয়া ধৰণে যোগ হয়। যেনে —বাল—বালক, মৃত—মৃতক, অপুত্ৰ—অপুত্ৰক, আদি। মন কৰিব লগীয়া যে —বাল আৰু মৃত বিশেষণ ভাবসূচক ; কিন্তু বালক আৰু মৃতক বিশেষ্য শব্দহে।

**তস্** —অধিকৰণ ভাবসূচক এই প্ৰত্যয়ৰ প্ৰয়োগ তলত দিয়া ধৰণে হয়। ফল—ফলতঃ, কাৰ্য—কাৰ্যতঃ, এইদৰে স্বভাৱতঃ, অন্ততঃ, ধৰ্মতঃ ইত্যাদি।

**চসাৎ** —সদৃশ বা তুল্য অৰ্থত এই প্ৰত্যয় শব্দৰ পাছত যোগ হয়। যেনে — ভস্মসাৎ, ধূলিসাৎ, আত্মসাৎ।

**চি** —দূৰ+চি+ভূত=দূৰীভূত, এক+চি+ভূত=একীভূত ইত্যাদি।

যিবোৰ শব্দৰ ব্যৱহাৰ অসমীয়া ভাষাত কৰা নহয়, বা হ'লেও বৰ কম হয়, সেইবোৰ শব্দত থকা প্ৰত্যয়ৰ উদাহৰণ ইয়াত দিয়া নহ'ল।

২৯। **অসমীয়া তদ্ধিত প্ৰত্যয়**

অসমীয়া ভাষাত ব্যৱহৃত স্থানীয় তদ্ধিত প্ৰত্যয় সমূহক স্বাৰ্থিক আৰু অন্যাৰ্থী এই দুটা ভাগত ভগাব পাৰি। স্বাৰ্থিক প্ৰত্যয় যোগ হ'লে শব্দটোৰ অৰ্থ আৰু ভাবৰ একো পৰিবৰ্তন নঘটে। মাত্ৰ ধ্বনি সংযোগ হয়। অন্যাৰ্থী প্ৰত্যয়ে শব্দটোৰ লগত থকা অন্য শব্দৰ সম্পৰ্কৰ ইংগিত দিব পাৰে। তলত দুয়ো শ্ৰেণীৰ প্ৰত্যয়ৰ পৰিচয় সুকীয়া সুকীয়া ভাবে দিয়া হৈছে।

৩০। **স্বাৰ্থিক তদ্ধিত প্ৰত্যয়** —সংস্কৃত ভাষাৰ পৰা অহা আৰু স্থানীয় এই দুয়ো শ্ৰেণীৰ স্বাৰ্থিক তদ্ধিত প্ৰত্যয় অসমীয়া ভাষাত আছে। উদাহৰণ তলত দিয়া হৈছে।

১। **তত্ভৱ স্বাৰ্থিক প্ৰত্যয়** —সংস্কৃত দৃষ্টক—অসমীয়া দিঠক (সপোনৰ বিপৰীত চকুৰে দেখা বস্তু) ইয়াত 'ক'টো স্বাৰ্থিক প্ৰত্যয়। সংস্কৃত—জ্যোৎস্না—অসমীয়া জোনাক। জ্যোস্না>জোনহ্—জোনাক (ইয়াত জোনহ্—জোন+ক)

সংস্কৃত ভাষাৰ স্বাৰ্থিক প্ৰত্যয় 'ক' লোপ পাই 'অ' হোৱা আৰু তাৰ আগৰ স্বৰবৰ্ণৰ লগত মিলি 'অ'টো 'আ' হোৱা তত্ভৱ ৰূপৰ উদাহৰণ তলত দিয়া হৈছে। সংস্কৃত স্ফোটক—ফোড়া>ফোৰা (টৰ লগত থকা অ+ক অ=আ)।

এইদৰে ফলক —ফলা ; মিষ্টক —মিঠা ; পিষ্টক —পিঠা ; শাৱক —ছুৱা (ছুৱাল, ল'ৰা) ইত্যাদি।

কিছুমান শব্দত 'ক' প্ৰত্যয় লোপ নোপোৱাকৈয়ো 'আ' স্বাৰ্থিক প্ৰত্যয় হোৱা দেখা যায়। যেনেঃ—পক্ষ—পখা, কণ—কণা (জল-কণা), হৰিণ—হৰিণা, ফণ—ফণা ; গুণ বুজাবলৈ বা প্ৰাধান্য বুজাবলৈকো 'আ' স্বাৰ্থিক প্ৰত্যয় হোৱা দেখা যায়, যেনে —মূল—মূলা (মূল বা আলুৰ প্ৰাধান্য), জাল (পোৰ্বণি)—জলা আদি। কিছুমান শব্দত আই বা ই, আৰু ল, লা, লি, আলি প্ৰভৃতি স্বাৰ্থিক প্ৰত্যয়ো যোগ হয়। যেনেঃ—পিতৃ—পিতা—পিতাই, মাতুল—মামা—মোমাই, পুত্ৰ—পুত্ৰা পুতাই, মন—মনাই, ভদ্ৰ—ভদাই, ৰুদ্ৰ—ৰুদাই, গংগা—গংগাই , ছৰা—ছৰাল, অন্ধ—অন্ধলা, অগ্ৰ—আগ—আগলি, প্ৰস্থ>পুস্থালি—পখালি, ভেক—ভেকলি, কোষ >কোঁহ—কুঁহি, বক্‌ বগ—বগলি ইত্যাদি। নিত্য অৰ্থত উ প্ৰত্যয়ো হয় (নিত্য >নিত+উ)।

স্বানীয় শব্দত যোগ হোৱা স্বাৰ্থিক প্ৰত্যয়ৰ উদাহৰণ তলত দিয়া হৈছে। 'টা' 'টি', 'টো', 'খন', 'খনি', 'পাটি', 'চটা', 'চটি', 'ডাল', 'ডালি' প্ৰভৃতি স্বাৰ্থিক প্ৰত্যয়সমূহ একবচনত আৰু বোৰ, বিলাক হঁত, সকল প্ৰভৃতি স্বাৰ্থিক প্ৰত্যয় বহুবচনত যোগ হয়। যেনে :—ল'ৰা— ল'ৰাটো, ল'ৰাটি (একবচন) ল'ৰা-বোৰ, ল'ৰাবিলাক, ল'ৰাহঁত (বহুবচন) ; দেৱতাজন, মানুহজনী, (একবচন) দেৱতাসকল, মহিলাসকল (বহুবচন)। টা প্ৰত্যয় একবচন বহুবচন উভয়তে হয়। যেনে :—ঘৰ এটা, ঘৰ পাঁচটা , সংখ্যাবাচক শব্দৰ লগতহে টা প্ৰত্যয় হয়। খন প্ৰত্যয়টো চেপেটা বস্তু বুজাবলৈ সাধাৰণতে ব্যৱহাৰ কৰা হয় , কিন্তু কেতিয়াবা ভাববাচক আৰু কেতিয়াবা অনাদৰ অৰ্থত বহুবচনো হয়। যেনে :—কাগজখন (একবচন চেপেটা বা পাতল বস্তু), ঘৰখন (ভাব-বাচক, ঘৰত থকা মানুহবিলাকৰ সমষ্টি-ভাব) ; ল'ৰাখনে কোৰ্হাল কৰিছে (ল'ৰাখনে শব্দই বহুত ল'ৰা বুজাইছে)। খন প্ৰত্যয়ৰ দৰে চটা আৰু পাটি প্ৰত্যয় চেপেটা বস্তুৰ লগত যোগ হয়। যেনে —ব'ঠাপাটি, পাটিচটা, বাঁহচটা ইত্যাদি। বহল-ডাঙৰ অৰ্থতো খন প্ৰত্যয় হয়। যেনে—আকাশখন, সাগৰখন, বেলখন, জাহাজখন, নাওখন, আদি , কিন্তু টো, চটা, পাটি প্ৰভৃতি প্ৰত্যয় এনে বহল অৰ্থত ব্যৱহাৰ নহয়। সৰু আৰু আদৰ বুজাবৰ কাৰণে কিছুমান প্ৰত্যয়ৰ লগত ই স্বৰ আৰু স্ত্ৰী লিংগ বুজা-বৰ কাৰণে ঈ স্বৰ যোগ দিয়া হয়। যেনে —ল'ৰাটি (টো>টি) ; এটা—এটি। কাপোৰখন—কাপোৰখনি ; ফুলডাল—ফুলডালি ইত্যাদি। 'জন' প্ৰত্যয় সন্মান-সূচক যদিও স্ত্ৰী লিংগত 'জনী' সন্মানসূচক বুলি ধৰা নহয়। 'জনা' প্ৰত্যয় উভয় লিংগতে সন্মানসূচক বুলি ধৰা হয়। সেইদৰে 'গৰাকী' উভয় লিংগতে সন্মান-সূচক প্ৰত্যয় ৰূপে ব্যৱহাৰ কৰা হয়।

যেনে —গুৰুজনা, গোসাঁনীজনা, আইগৰাকী, পণ্ডিতগৰাকী, মানুহ এগৰাকী আদি।

গছৰ পাত, কাগজ আদি চেপেটা বা পাতল (পাতৰ নিচিনা) বস্তুৰ লগত 'খিলা' ফুলৰ লগত 'পাহ' বা 'পাহি' প্ৰত্যয় ব্যৱহাৰ হয়। এনে, তেনে, যেনে আৰু কেনে সৰ্বনাম শব্দৰ লগত 'কুৱা' (এনেকুৱা, তেনেকুৱা) আৰু নাই শব্দৰ লগত 'কিয়া' প্ৰত্যয় যোগ হোৱা দেখা যায়। পৰিচিত বা চিনি পোৱা বুজাবৰ কাৰণে ব্যৱহাৰ কৰা 'চিনা' শব্দটোতো 'কি' প্ৰত্যয় যোগ হৈ চিনাকি শব্দ গঠন হৈছে। নাই অৰ্থত নাইকিয়া শব্দৰ প্ৰয়োগ সকলো কাল আৰু পুৰুষতে হয়। অন্যান্য অৰ্থতো ভাল, পাতি আদি জনী স্বাৰ্থিক প্ৰত্যয়ৰ প্ৰয়োগ হয়। যেনে —সেইডালক (সেইপাতক) কোনে মাতিছে? সৰুজনী অহা নাই। সম্বন্ধবাচকৰ আৰু ক প্ৰত্যয়টো স্বাৰ্থিক। যেনে —ভাই—ভায়েক, ককা—ককাক, মা—মাক (তৃতীয় পুৰুষত) ভায়েৰ, দেউতাৰ, মাৰ, নোমায়েৰ (দ্বিতীয় পুৰুষত) আদি প্ৰয়োগো এই শ্ৰেণীৰ।

৩)। **অন্যাৰ্থী তদ্ধিত প্ৰত্যয়**—এই শ্ৰেণীৰ প্ৰত্যয়ৰ ব্যৱহাৰ তৎসম আৰু স্থানীয় দুয়ো শ্ৰেণীৰ শব্দতে হয়। তৎসম শব্দৰ লগতো অসমীয়া তদ্ধিত প্ৰত্যয় যোগ হ'ব পাৰে। উদাহৰণ তলত দিয়া হৈছে।

তৎসম শব্দত স্থানীয় প্ৰত্যয় যোগ হ'লে শব্দটো তদ্ভৱ শব্দৰ দৰে হয়। যেনে —দুষ্ট + আলি = দুষ্টালি, শৰণ + ঈয়া = শৰণীয়া, মুখ + ইয়াল = মুখিয়াল, ৰূপ + আই = ৰূপাই আদি। অন্যাৰ্থী প্ৰত্যয় যোগ হোৱা শব্দটোৰ ভাৱ প্ৰত্যয়-হীন শব্দটোতকৈ কিছু পৃথক্ হয়। সাধাৰণতে এই ক্ষেত্ৰত বিশেষ্য-বিশেষণৰ মাজত থকা পাৰ্থক্য দৃষ্টিগোচৰ হয়। ওপৰত দিয়া দুষ্ট শব্দটো বিশেষণ, কিন্তু দুষ্টালি বিশেষ্য, দুষ্ট ব্যক্তিবাচকো হ'ব পাৰে, কিন্তু দুষ্টালি সদাই ভাৱবাচকহে হ'ব পাৰে, আনহাতে শৰণ বিশেষ্য, কিন্তু তদ্ধিত প্ৰত্যয়ান্ত শৰণীয়া বিশেষণ শব্দ। এই শৰণীয়া শব্দটো ব্যক্তিবাচক। সেই দৰে মুখ বিশেষ্য, মুখিয়াল বিশেষণ, ৰূপ আৰু ৰূপাই দুয়োটা বিশেষ্য শব্দ। তলত সংস্কৃত আৰু অসমীয়া দুয়ো শ্ৰেণীৰ শব্দৰ লগত যোগ হোৱা অন্যাৰ্থী তদ্ধিত প্ৰত্যয়ৰ কিছুমান উদাহৰণ দিয়া হৈছে।

**আ** —বক—বগ + আ = বগা (বগলীৰ নিচিনা বৰণ) ভল্লুক—ভালুক + আ = ভলুকা (ভালুকৰ দৰে শকত আৰু নোমাল), নাসিকা—নাক + আ = নকা (খঁকানকা —যাৰ নাকখঁৰা সি) কৰ্ণ —কাণ + আ = কণা (বৰ যাৰ কাণ সি বৰকণা), সেইদৰে চক্ষু—চকু > চকুৱা, অক্ষি—আখি > অখিয়া, মৃত্তিকা—মাটি > মটিয়া, পানীয়—পানী > পনীয়া।

**ঈ** —বাংশ—বাঁহ > বাঁহী, তাম্ৰ—তাম > তামী, কাংস—কাঁহ > কঁহী ; এইদৰে কপাহী, কঙালী, বঙালী, জাপানী, পঞ্জাবী আদিও হৈছে। ব্যৱসায় অৰ্থত তামী,

বেপাৰী, চিকাৰী ; অৱস্থা অৰ্থত সুখী, দুখী ; বিশেষণঅৰ্থত আকাশী, বাদামী, দাগী প্ৰভৃতি শব্দতো ঈ প্ৰত্যয় হৈছে।

আই—ৰঙাই, বগাই, ক'লাই (ৰং থকা অৰ্থত). বৰাই, মুনিযাই, ৰূপাই (গুণ বা লক্ষণ অৰ্থত)।

অক—বুদ্ধি—বুদ্ধিয়ক ; খেতি—খেতিয়ক ; ফন্দি—ফন্দিয়ক. (আছে বা পটু অৰ্থত) ই স্বৰৰ পাছত বহা কাৰণে অক>য়ক হৈছে।

**ঈয়া**—স্বভাৱ অথবা থকা অৰ্থত এই প্ৰত্যয় যোগ হয়। যেনে ঃ—পানী—পনীয়া, জঁট—জঁটীয়া, নাল—নলীয়া, ঢোল—ঢুলীয়া, তেল—তলীয়া, লোণ—লুণীয়া, দাড়ি—দড়ীয়া, পাত—পতীয়া, হাত—হতীয়া, চাপোৰী—চাপোৰীয়া, বছৰ—বছৰীয়া, দীঘল-দীঘলীয়া, নগৰ—নগৰীয়া ইত্যাদি।

**উৱা** :—পলস—পলসুৱা, বজাৰ—বজৰুৱা, ঘৰ—ঘৰুৱা, এইদৰেই বণুৱা, বনুৱা, পটুৱা (পাট+উৱা), ধতুৱা, জাবৰুৱা, ভতুৱা, তলুৱা, দতুৱা আদি হয়।

**ওৱা** :—হালোৱা, জালোৱা আদি (ব্যৱসায় অৰ্থত হয়)।

**আল** :—বাসস্থান আৰু লক্ষণ অৰ্থত ব্যৱহাৰ হয়। যেনে—চাপৰিয়াল, নদীয়াল, চকীয়াল, ৰাগীয়াল, নোমাল, পেটাল, খঙাল, তেজাল শিঙাল আদি।

**ইয়াল** :—সাহস—সাহিয়াল, মৰম—মৰমিয়াল ; এইদৰে বড়িয়াল, দিচিয়াল (দিচৈ+ইয়াল) চতিয়াল (চতিয়া নামৰ ঠাইৰ লগত জড়িত) ইত্যাদি।

**আলি** ঃ—স্বভাৱ অৰ্থত এই প্ৰত্যয় হয়। যেনে—চতুৰালি, টেঙৰালি, ধূৰ্তালি, অহমকালি, বান্দৰালি, সোৰোপালি, বহুৱালি আদি।

**অনি** ঃ—কৃৎপ্ৰত্যয়ৰ অনিতকৈ এইটো পৃথক্ প্ৰত্যয়। সংস্কৃতৰ ক্লীবলিংগ শব্দৰ বহুবচনৰ আনি প্ৰত্যয়ৰ (কৰ্তা আৰু কৰ্মত) সামান্য ধ্বনি পৰিবৰ্তন ঘটি অনি হ'ব পাৰে। সংস্কৃতৰ ৰম্যাণি, বনানি, ধনানি প্ৰভৃতি শব্দৰ দৰে অসমীয়াতো সমষ্টিসূচক ধান—ধাননি, বন—বননি প্ৰভৃতি ৰূপ হ'ব পাৰে। মাহনি, ঘাঁহনি, বাঁহনি, শিলনি, চপৰানি, চুৰনি, ফুলনি, কাঠনি, বেতনি আদি শব্দও এই শ্ৰেণীৰ। বহুবাচকৰ পৰা বস্তুৰ আধাৰ ক্ষেত্ৰবাচকলৈ প্ৰত্যয়ৰ প্ৰয়োগ সলনি হ'ব পাৰে।

**অতী** :—লাহ—লাহতী (সংস্কৃত লাস, বা বিলাসযুক্ত অৰ্থত), ফুলতী আদি এই শ্ৰেণীৰ শব্দ।

**অতীয়া** ঃ—এই প্ৰত্যয়যুক্ত শব্দ সময়সূচক হোৱা দেখা যায়। যেনে—শেহ—শেহতীয়া, পাছ—পাছতীয়া, আগ—আগতীয়া।

**অলীয়া** ঃ—গাৰলীয়া, চেঙেলীয়া, মিছলীয়া, গজলীয়া, মজলীয়া আদি।

**আম** ঃ—বহুত কম শব্দৰ লগত, আছে অৰ্থত এই প্ৰত্যয় যোগ দিয়া হয়। যেনে ঃ—ফুল—ফুলাম ; সাত পুৰুষ ধৰি চলি থকা অৰ্থত 'সাতাম পুৰুষীয়া' শব্দটোৰ 'সাতাম' অংশটো সম্ভৱতঃ সংস্কৃতৰ সপ্তম শব্দৰ তদ্ভৱৰূপ।

**ইয়াৰ** : —সদাই কোনো কাম কৰি থকা আৰু যোগ্য অৰ্থত এই প্ৰত্যয় ব্যৱহাৰ কৰা হয়। যেনে —যোগান ধৰা মানুহ যোগনিয়াৰ। সেইদৰে দেখিবৰ যোগ্য অৰ্থত দেখনিয়াৰ, (বলবান অৰ্থত বলিয়াৰ আৰু দ্ৰোহী অৰ্থত দ্ৰোহিয়াৰ শব্দ পুৰণি অসমীয়াত পোৱা যায়।)

**উকা** :—লঘু > লহু—লেহু + কা = লেহুকা, লাজ—লাজুকা ; পাদুকা, ভোটোকা, জেতুকা (জতু - জেতু) ডেউকা (যাৰ সহায়েৰে ডেও দিয়া বা ওপৰলৈ উঠা হয়)। এইবিলাকৰ বাহিৰেও আৰু বহুত তদ্ধিত প্ৰত্যয় আছে। সেইবিলাকৰ কিছুমানৰ উদাহৰণ তলত দিয়া হ'ল।

**অতিয়াল** ঃ—লাগতিয়াল, **অতিয়াৰ** —সাঁচতিয়াৰ, **অন** —মলিয়ন, গাঁঠিয়ন, **অৰি** —লাহৰি, **অৰী** —নগৰী (পুংলিং নগৰীয়া), **এৰীয়া** —বনৰীয়া, কাষৰীয়া, বিজাতৰীয়া, বিজতৰীয়া, নাৱৰীয়া ; **অকৰা** —বাটিকৰা, হাটিকৰা, আধকৰা, **আং** —খিবাং (স্থিৰ - খিৰ), তৰাং (তাং > তৰ), খৰাং, চোৰাং ; **আমি** —ভগুামি, মূৰ্খামি, পাগলামি, **আৰ** —(সংস্কৃত কাৰ) চৰ্মকাৰ—চমাৰ, কৰ্মকাৰ—কমাৰ, কুম্ভকাৰ—কুমাৰ, কাংসকাৰ—কহাঁৰ, **আৰি** —সোণাৰি, **আলী** আৰু **ওৱালী** —সোণালী, সোণোৱালী, ৰূপালী, ৰূপোৱালী ; লোহালী, বগুালী, ভোগালী, **ই** —চাকৰ—চাকৰি, মাষ্টৰি ; **উৱাল** —ডিঙৰুৱাল, **উক** —ভালুক, ঘাতুক ; **উকি** —ভাবুকি, **ঐ** আৰু **উৰৈ** —পাটৈ, মাছুৰৈ, খেলুৰৈ, গছুৰৈ, পাচুৰৈ, মেলুৰৈ ; **ও** —ভাটো (ভাট বা চাৰণৰ দৰে গান গায়) **উলা** —পেটুলা, কূট > কুটুলা, **কৰি—কুৰীয়া** —বাটকুৰি, লাজকুৰীয়া (কৰ - কুৰ ?), **চি** আৰু **চীয়া** —টেঙা—টেঙেচি, ঘৰচীয়া ; পটু আৰু স্বভাৱ অৰ্থত **কি** প্ৰত্যয় হয়। যেনে —কথকি (স্ত্ৰী° কথকী, কথকিনী), **কী** —জোনাকী ; **অনীয়া** —আঠুৰনীয়া, **অতীয়া** —তেলেতীয়া, আঠাল + অতীয়া = আঠালতীয়া —আলতীয়া, **হী** —চলাহী, এ, এই আৰু হে —জোৰ দিবৰ কাৰণে শব্দৰ পাছত যোগ দিয়া হয়, যেনে —সিয়ে, তাযে, মইহে, মানুহেই, তেওঁহে, ঘৰহে ইত্যাদি। 'ও' প্ৰত্যয়ো আনৰ লগতে জোৰ বুজাবৰ কাৰণে দিয়া হয়। যেনে — তেওঁহে যাবনে, তাকো নিব আৰু ন'বাটোও যাব।

৩২। **বহিৰাগত তদ্ধিত প্ৰত্যয়ান্ত শব্দ —ক।** কিছুমান বহিৰাগত শব্দত অসমীয়া তদ্ধিত প্ৰত্যয় যোগ হয়। যেনে —বোজা (হিন্দী বোজ) + 'আই =

বোজাই, চাফ (হিং—সাফ)—চাফাই ; বাপ+'ঔতী' = বপৌতী (হিন্দী) > বাপতী (অঃ অতী প্ৰত্যয়) ; বুৰ্বক+'আমি' = বুৰ্বকামি, গুণ্ডা + আমি = গুণ্ডামি ; জুৰা (হিং) + 'আবী' = জুৰাবী ; ঠেকাদাৰ + 'ই' = ঠিকাদাৰি ; সেইদৰে মৌজাদাৰ—মৌজাদাৰি ইত্যাদি।

খ) হিন্দী আৰু ফাৰচী শব্দত হিন্দী আৰু ফাৰচী প্ৰত্যয় যোগ হোৱাৰ উপৰিও কেতিয়াবা দেশী শব্দত বহিৰাগত তদ্ধিত প্ৰত্যয় যোগ হোৱা দেখা যায়। উদাহৰণ তলত দিয়া হৈছে।

**ৱাল**—কোটৱাল বা কোতৱাল ; **ৱালা**—পানীৱালা, মিঠাইৱালা, গাড়ীৱালা ; **সৰা**—দো+সৰা = দুসৰা > দোছোৰা (দ্বিতীয় বা অন্য) ; **আনহ্** > আনা—জুৰ্ম+আনা = জুৰ্মানা > জৰিমনা, **ঈ**—সিয়াহ (কলা ৰং) + ঈ = সিয়াঁহী > চিয়াঁহী, দলাল + ঈ = দলালী > দালালি, মজুৰ+ঈ = মজুৰী > মজুৰী বা মজুৰি ; মজুৰী দলালী আদি বিশেষ্যপদৰ বাহিৰে বিশেষণতো ঈ প্ৰত্যয় হয়। যেনে—কাগজী, জংঘলী, নকলী, পহাড়ী > পাহাৰী আদি এই শ্ৰেণীৰ শব্দ। 'আয়ত'—পঞ্চ + আয়ত = পঞ্চায়ত ; **আৱ**—গাঁৱ + আৱ = গৱঁাৱ > গোৱঁাৰ , **দাৰ**—মৌজাদাৰ, দোকানদাৰ, খবৰদাৰ আদি ; **গৰ**—কাৰীগৰ, সৌদাগৰ , **কাৰ**—পেশকাৰ (সমুখত উপস্থিত কৰোঁতা) ; **ৱান**—গাড়ী+ৱান = গাড়ীৱান > গাৰো-ৱান, পহলৱান > পালোৱান ; **ঈন**—শৌকীন > চৌখিন ; জাদহ > **জাদা**—হৰামজাদা ; **ল**—ঘাৱ+ল = ঘায়ল > ঘাইল, পাৱ+ল = পায়ল , **খোৰ**—ঘুস+খোৰ = ঘুসখোৰ > ঘোচখোৰ, সুদখোৰ , **বাজ**—দগাবাজ, ধোখাবাজ , **মাল**—ৰু (মুখ)+মাল (মোহৰা) = ৰুমাল (মুখ মচা কাপোৰ) ; **দান**—ফুলদান (ফুল-দানি), ধূপদান (ধূপদানি), পাণদান (বঁটা) ; **খানা**—কাৰখানা, দৱাখানা, পেশাবখানা, কৈদখানা আদি শব্দত খানা প্ৰত্যয় স্থানসূচক।

৩৩। **প্ৰত্যয় সম্বন্ধীয় কেইটামানকথা**—

১) একোটা ধ্বনি বা চিনেই কেইবা শ্ৰেণীৰো প্ৰত্যয়ত সুকীয়া সুকীয়া ভাৱত ব্যৱহাৰ হ'ব পাৰে। গতিকে প্ৰসংগ অনুসৰি ভাব গ্ৰহণ কৰিব লাগিব। যেনে—আ প্ৰত্যয়টো কৰ্ ধাতুৰ লগত (কৰা) কৃৎপ্ৰত্যয় ; কিন্তু মূল সংজ্ঞা শব্দৰ লগত (মূলা) তদ্ধিত প্ৰত্যয়। দেখন + ইয়াৰ (দেখনিয়াৰ) স্থানীয় শব্দত স্থানীয় তদ্ধিত প্ৰত্যয় ; কিন্তু হোশ + ইয়াৰ (হোশিয়াৰ > হুচিয়াৰ) ফাৰচী শব্দত ফৰাচী প্ৰত্যয় যোগ হৈছে। সেইদৰে অনি প্ৰত্যয় গচক ধাতুৰ লগত (গচকনি) কৃৎপ্ৰত্যয় আৰু ধান সংজ্ঞা শব্দৰ লগত (ধাননি) তদ্ধিত প্ৰত্যয়।

২) প্ৰত্যয়ান্ত শব্দৰ পৰা প্ৰত্যয়টো বাছি উলিয়াবৰ সময়ত মন কৰিবলগীয়া কথা যে—প্ৰত্যয়ৰহিত অংশটো সাৰ্থক শব্দ হৈছেনে নাই হোৱা? সাৰ্থক শব্দটো

বাদ দিলে বাকী থকা অংশটোহে প্ৰত্যয়ৰ প্ৰকৃত ৰূপটো হ'ব পাৰে। প্ৰত্যয়-ৰহিত অংশটো সাৰ্থক শব্দ নহ'লে প্ৰত্যয়ৰ বাছনি ভুল হোৱা বুলি বুজিব লাগিব। যেনে —লাগতিয়াল শব্দটোত থকা প্ৰত্যয়টো কি? ইয়াল নে তিয়াল? ইয়াল হ'লে মূল শব্দটো লাগত হ'ব লাগিব; কিন্তু অসমীয়া ভাষাত লাগত এটা শব্দ নহয়। গতিকে লাগ্ ধাতুত অতিয়াল প্ৰত্যয় যোগ হৈছে। 'লাগ্'টো ধাতু শব্দ কাৰণে 'অতিয়াল' কৃৎপ্ৰত্যয়ৰ শ্ৰেণীত পৰিব। কিছুমান শব্দত সুকীয়া সুকীয়া প্ৰত্যয় যোগ হ'লেও তাৰ প্ৰত্যয়ান্ত ৰূপটো একেটাই হ'ব পাৰে। যেনে —নদী + ইয়াল = নদীয়াল, নদী + আল = নদীয়াল; এনেস্থলত দুয়োটা প্ৰত্যয়কে শুদ্ধ বুলি ধৰিব পাৰি।

৩) সংস্কৃত ভাষাৰ প্ৰত্যয় দেশী আৰু বহিৰাগত প্ৰত্যয়ৰ দৰে পোনপটীয়া নহয়; কেইবা তৰপীয়া। যেনে —ইঞ > ষ্ণি > 'ই' (দশৰথ + ই = দাশৰথি)। ব্যাকৰণ-ভেদে প্ৰত্যয়ৰ নাম কিছু সুকীয়া হ'লেও (কোনোবা ব্যাকৰণত ইঞ্, কোনোবা ব্যাকৰণত ষ্ণি) শব্দত যোগ হোৱা অংশটো একেই থাকে বা প্ৰত্যয়ান্ত শব্দটোত পাৰ্থক্য দেখা নাযায়। এনে ধৰণৰ দুটামান উদাহৰণ তলত দিয়া হৈছে। ইয়াত শেষৰ চিনটোহে শব্দত যোগ হয় বুলি ধৰিব লাগিব। যেনে —ষ্ণণ্ —ষ্ণ— 'অ' (কুৰু + অ = কৌৰব), যঞ্ —ষ্ণ্য— 'য়' (দেৱ + য় = দৈৱ), ঢক—ষ্ণেয়—এয় (বিনতা + এয় = বৈনতেয়), তল—তা (সাধু + তা = সাধুতা), ইমনিচ্ —ইমন্—ইমা (মহৎ + ইমা = মহিমা), ঠঞ—ষ্ণিক্—ইক (যোগ + ইক = যৌগিক), মতুপ্ —মৎ—মান (বুদ্ধিমান), বতুপ—বৎ—বান (ধনবান), ইলচ্ —ইল্ (ফেনিল) এইবোৰ তদ্ধিত প্ৰত্যয়ৰ উদাহৰণ। কৃৎপ্ৰত্যয়তো এনে লক্ষণ দেখা যায়। যেনে —ঘঞ > আ (লভ্ + আ = লাভ, হন্ + আ = ঘাত, ভূ + আ = ভাৱ) মন কৰিব লগীয়া যে —ইয়াত 'আ' প্ৰত্যয়টো ধাতুৰ শেষত যোগ নহৈ প্ৰথম বৰ্ণতহে যোগ হৈছে। সেইদৰে অপ্ > অ (কৃ + অ = কৰ, বৃ + অ = বৰ), ণমুল > ন্ (ভিদ্ + ন = ভেদন, দিশ্ + ন = দেশন) ইত্যাদি।

৪) **গুণ আৰু বৃদ্ধি** :—সংস্কৃত ভাষাত প্ৰত্যয় যোগ হওঁতে মূল শব্দটোৰ স্বৰ-ধ্বনিৰ পৰিবৰ্তন হোৱা দেখা যায়। এনে পৰিবৰ্তনক দুটা শ্ৰেণীত বিভক্ত কৰা হৈছে। তাৰে এটা শ্ৰেণীক গুণ আৰু আনটো শ্ৰেণীক বৃদ্ধি বোলা হয়। তলত এই দুয়োটা শ্ৰেণীৰে চমু পৰিচয় দিয়া হৈছে।

**গুণ** :—প্ৰত্যয় যোগ হওঁতে মূল শব্দৰ ই বা ঈ ধ্বনি যদি এ ধ্বনিলৈ, উ বা ঊ ধ্বনি ও ধ্বনিলৈ আৰু ঋ বা ৠ ধ্বনি অৰ্ ধ্বনিলৈ ৰূপান্তৰিত হয়, তেনেহ'লে তাকে গুণ হোৱা বোলে। যেনে — ভিদ + ণমুল = ভেদন্ (ই > এ), শ্ৰু + তব্য = শ্ৰোতব্য (উ > ও), কৃ + তব্য = কৰ্তব্য (ঋ > অৰ্) ইত্যাদি।

**বৃদ্ধি :**—ই ঈ বা এ ধ্বনি ঐ; উ, ঊ বা ও ধ্বনি ঔ, ঋ, ৠ বা অৰ্ ধ্বনি আৰ্ আৰু অ ধ্বনি আ ধ্বনিত পৰিণত হ'লে বৃদ্ধি হোৱা বুলি কয়। যেনে —কুৰু+ষ্ণ = কৌৰৱ (উ > ঔ), শিৱ+ষ্ণ = শৈৱ (ই > ঐ), ভৃগু+ষ্ণ = ভাৰ্গৱ (ঋ > আৰ), যদু+ষ্ণ = যাদৱ (অ > আ), দেহ+ষ্ণিক =দৈহিক (এ > ঐ), লোক+ষ্ণিক=লৌকিক (ও > ঔ), তৰ্ক+ষ্ণিক=তাৰ্কিক (অৰ্ > আৰ), কবি+ষ্ণ্য=কাব্য (অ > আ) ইত্যাদি।

অনুশীলনী —২০

১। তৎসম, দেশী বা স্থানীয় আৰু বহিৰাগত প্ৰত্যয় বুলিলে কি বুজা উদাহৰণ দি বুজাই লিখাঁ।

২। কৃৎপ্ৰত্যয় আৰু তদ্ধিত প্ৰত্যয়ৰ মাজত থকা লক্ষণৰ পাৰ্থক্যবোৰ বিচাৰ কৰাঁ।

৩। স্বাৰ্থিক আৰু অন্যাৰ্থী প্ৰত্যয়ৰ পাৰ্থক্য উদাহৰণসহ বুজোৱাঁ।

৪। তলত দিয়া শব্দবোৰৰ প্ৰত্যয়ৰহিত অংশ বাছি উলিওৱাঁ।
ফণা, মুলা, ভদাই, আগলি, কুঁহি, কেহোঁৰি, জতুৱা, পটুৱা, চানেকি, বলৱন্ত, কামোৰণি।

৫। ফুলনি, ধাননি, মাহনি শব্দত নি প্ৰত্যয় আৰু বিচনী, লাহনী, ওৰণী শব্দত নী প্ৰত্যয় হোৱাৰ কাৰণ দৰ্শোৱা।

৬। মঙ্গল, শীতল, মুখৰ, ফলিত, তৃতীয়, ষষ্ঠ, অষ্টম, দ্বিধা, সৰ্বদা, অন্যথা, মৃতক, একীভূত, অগ্ৰিম, দৰ্শন, ভৱন, খোৱা, খুলনা আৰু জয় শব্দৰ প্ৰত্যয় অংশ বাদ দি মূল শব্দটো বাছি উলিওৱাঁ।

৭। ক্তি, ক্ত, ক্য, ক্তেয়, ষ্ণিক্, ইমন্, ইল্, আ, আৰি আৰু ইয়াৰ প্ৰত্যয়-যুক্ত শব্দৰ উদাহৰণ দিয়াঁ।

৮। গুণ আৰু বৃদ্ধিৰ মাজত থকা সাম্য আৰু বৈষম্য সম্বন্ধে বিচাৰ কৰাঁ।

OOOO

## উপসৰ্গ

৩৪। ওচৰা-উচৰি, তুলা, সামান্য ন্যূন (কম) প্ৰভৃতি অৰ্থত উপ আৰু সজা বা সৃষ্টি কৰা অৰ্থত সৰ্গ শব্দৰ ব্যৱহাৰ দেখা যায়। গতিকে উপসৰ্গ শব্দটোত

এই দুয়োটা ভাব মিলি আছে। উপসৰ্গই শব্দৰ আগত বহি শব্দটোৰ মূল অৰ্থৰ সামান্য পৰিবৰ্তন ঘটায় আৰু নতুন ভাব গ্ৰহণত সহায় কৰে। প্ৰত্যয়ৰ দৰেই উপসৰ্গও তৎসম (সংস্কৃত), তদ্ভৱ, স্থানীয় আৰু বহিৰাগত এই কেইটা শ্ৰেণীৰ হ'ব পাৰে। এই কেউবিধৰ ভিতৰত সংস্কৃতৰ তৎসম উপসৰ্গৰ প্ৰভাৱেই অসমীয়া ভাষাত বেছি। তলত এইবিলাকৰ উদাহৰণ দিয়া হৈছে।

ক) **সংস্কৃত উপসৰ্গ** ঃ—সংস্কৃত ভাষাৰ উপসৰ্গ ধাতু শব্দৰ আগত বহে। উপসৰ্গৰ প্ৰভাৱত ধাতু শব্দৰ অৰ্থৰ কেনে পাৰ্থক্য ঘটে, তাৰ উদাহৰণ স্বৰূপে হৃ ধাতুৰ কথাকে কোৱা হৈছে। প্ৰহাৰ, আহাৰ, বিহাৰ, সংহাৰ আৰু পৰিহাৰ এই কেউটা শব্দৰে অৰ্থ পৃথক্ পৃথক্; কিন্তু ইহঁতৰ মূল ধাতু হৃ। প্ৰ, আ, বি, সম্ আৰু পৰি উপসৰ্গ আগত থকা কাৰণেহে অৰ্থৰ পাৰ্থক্য ঘটিছে। এইদৰে ধাতুৰ অৰ্থৰ পৰিবৰ্তন সাধন কৰাটোৱেই উপসৰ্গৰ বিশেষত্ব। সংস্কৃত ভাষাত ব্যৱহৃত উপসৰ্গ কুৰিটা। সেইবিলাকৰ নাম, কেনে অৰ্থত ব্যৱহাৰ হয় আৰু উদাহৰণ তলত দিয়া হৈছে।

**অতি**—(পাৰ হৈ যোৱা, অধিক আৰু ওপৰ অৰ্থত) অতিক্ৰম, অতিশয়, অত্যাচাৰ। বিশেষণৰ দৰেও ব্যৱহাৰ হয়। যেনে—অতি ভাল, অতি ওখ ইত্যাদি।

**অধি**—(কৰ্তৃত্ব, ওপৰ বা শ্ৰেষ্ঠ, ঠাইত বা আধাৰ অৰ্থত) অধিকাৰ, অধিষ্ঠাতা, অধিকৰণ, অধ্যয়ন।

**অনু**—(পাছত, সদৃশ) অনুজ, অনুচৰ, অনুকৰণ, অনুমতি, অনুৰক্তি, অনুসৰণ।

**অপ**—(বেয়া, বিপৰীত, তললৈ দিয়া প্ৰভৃতি অৰ্থত), অপকাৰ, অপমান, অপবাদ, অপকৰ্ষ, অপযশ।

**অপি**—অপিধান, অপিহিত।

**অভি**—(দিশলৈ, পিনে, ওচৰ, সমুখ) অভিমুখে, অভিযান, অভিনয়, অভ্যাগত, অভ্যুদয়, অভিলাষ।

**অৱ**—(নিম্ন, বিশিষ্ট প্ৰভৃতি অৰ্থত) অৱনত, অৱতাৰ অৱহেলা, অৱগাহন, অৱসান আদি। অসমীয়া ভাষাত ইয়াৰ তদ্ভৱ ৰূপ আও হৈছে। যেনে—আওকাণ, আওহেলা, আওবাট, আওকথকি আদি।

**আ**—(কালে বা দিশে, সামৰি লৈ) আক্ৰমণ, আগমন, আজন্ম, আকাংক্ষা আৱৰণ, আগ্ৰহ, আকৰ্ষণ।

**উৎ**—(উচ্চাৰণ উদ্ হোৱাও পোৱা যায়; ওপৰ বা শ্ৰেষ্ঠ অৰ্থত) উৎকৰ্ষ উত্তৰণ উৎপাত, উদ্ধাৰ, উজ্জীৱন, উন্নয়ন, উল্লেখ।

**উপ** —(সদৃশ, ওচৰা-উচৰি, গৌণ প্ৰভৃতি অৰ্থত) উপযোগ, উপকাৰ, উপনয়ন, উপনীত, উপলব্ধি, উপমান, উপৰতি।

**দুস্ > দুঃ > দুৰ্** —(বেয়া, কঠিন, দোষযুক্ত অৰ্থত) দুৰূহ (উহ=উক্তি) দুৰ্গম, দুৰ্লভ, দুৰাকাংক্ষা, দুৰ্জয়, দুৰ্দান্ত, দুৰ্বচন, দুষ্প্ৰাপ্য, দুঃসহ, দুৰ্লংঘ্য।

**নি** —(বাহিৰ, ভিতৰ, তল প্ৰভৃতি অৰ্থত) নিদৰ্শন, নিদান, নিপাত, নিশ্বাস, নিয়োগ, নিবেদন।

**নিস্ > নিৰ্** —(বাহিৰ আৰু নিষেধ অৰ্থত) নিৰাকৰণ, নিৰ্ভয়, নিশ্চল, নিৰ্বোধ, নিৰ্লিপ্ত।

**পৰা** —(পাছ, বিপৰীত প্ৰভৃতি অৰ্থত) পৰাক্ৰম, পৰাজয়, পৰাভৱ, পৰামৰ্শ।

**পৰি** —(কেউফালে, সম্পূৰ্ণ আদি অৰ্থত) পৰিৱেশ, পৰিক্ৰমা, পৰিভ্ৰমণ, পৰিজন, পৰিণাম, পৰিমাণ, পৰিৱৰ্তন, পৰিদৰ্শন, পৰীক্ষা, পৰিত্যাগ।

**প্ৰ** —(অধিক, বিস্তাৰ, সন্মুখ আদি ভাবত) প্ৰখ্যাত, প্ৰচাৰ, প্ৰগতি, প্ৰভু, প্ৰয়োগ, প্ৰৱেশ, প্ৰস্থান।

**প্ৰতি** —(বিপৰীত, সন্মুখ প্ৰভৃতি অৰ্থত) প্ৰতিকূল, প্ৰতিকাৰ, প্ৰতিনিধি, প্ৰতীক্ষা, প্ৰতিশোধ, প্ৰতিধ্বনি।

**ৱি** —(পৃথক্, বিশেষ আৰু অভাৱ অৰ্থত) ৱিদেশ, ৱিপুল, ৱিজয়, ৱিবাদ, ৱিজ্ঞান, ৱিলয়, ৱিস্মৰণ, ৱিৰাগ।

**সম্ > সং** —(ভাল, লগ, পূৰ্ণ আদি অৰ্থত) সংকল্প, সংবাদ, সংগতি, সম্পূৰ্ণ, সংগ্ৰহ, সংযুক্ত, সংস্কাৰ, সংস্কৃত।

**সু** —(ভাল, সহজ, অধিক প্ৰভৃতি অৰ্থত) সুশিক্ষা, সুগম, সুসিদ্ধ, সুবিস্তৃত, সুলভ, সুকৃতি, সুশাসন।

খ) **বিশেষণ স্থানীয় উপসৰ্গ :**—উপসৰ্গবোৰত কম-বেছি পৰিমাণে বিশেষণৰ ভাব লুকাই আছে। সু উপসৰ্গত বিশেষণৰ ভাব আনবোৰ উপসৰ্গতকৈ বেছি। অসমীয়া ভাষাত সু এটা বিশেষণ পদৰ দৰে ব্যৱহাৰ হয়। সেইবাবে ইয়াক বিশেষ্য পদৰ আগত ব্যৱহাৰ কৰা হয়। উপসৰ্গ ধাতু শব্দৰ আগত বহে। সংস্কৃত ভাষাত বিশেষ্য শব্দসমূহবো অধিকাংশ কৃৎপ্ৰত্যয়যুক্ত ধাতু শব্দ। কৃদন্ত পদসমূহলৈ লক্ষ্য কৰিলে এই কথা বুজিব পাৰি। কৃদন্ত শব্দবোৰৰ আগত বহা

উপসৰ্গবোৰ প্ৰকৃততে ধাতু শব্দৰ আগত বহে যদিও ওপৰে ওপৰে দেখাত সংজ্ঞা শব্দৰ আগত বহা যেন লাগে। গতি, মতি, বাদ, ভয় প্ৰভৃতি শব্দবোৰ সংজ্ঞা বা নাম শব্দ হ'লেও সেইবিলাকৰ মূল গম্, মন্, বদ্, ভি প্ৰভৃতি যে ধাতু শব্দহে, এই কথা মনলৈ নাহে। এনে স্থলত অসমীয়া ভাষাৰ নাম শব্দৰ আগত বহা সু উপসৰ্গটো বিশেষণত পৰিণত হৈছে। এই ক্ষেত্ৰত ইয়াক উপসৰ্গ নবুলি স্বকীয়া এটা বিশেষণ বুলিহে ধৰিব লাগে। যেনে—সুকলমে সুখবৰ। মন কৰিব লগীয়া যে—বিশেষণ শব্দটো সংজ্ঞা শব্দৰ আগত পৃথক্ শব্দ ৰূপে বহে, উপসৰ্গ একেটা শব্দ হৈ পৰে। সু বিশেষণৰ ভাব প্ৰকাশক হ'লেও তাক উপসৰ্গৰ দৰে একেটা শব্দ কৰিহে লিখা হয়। যেনে—সুদিন, সুচল, সুপাত্ৰ আদি।

গ) **তদ্ভৱ উপসৰ্গ**—আও (অৱ) আৰু নি (নিস্, নিঃ, নিৰ্) অসমীয়া ভাষাত বিশেষণৰ দৰে ব্যৱহাৰ হোৱা দেখা যায়। যেনে—নিবহ (নি + বস), নিবল (বোল বা শব্দহীন)। সংজ্ঞা শব্দৰ লগত বিশেষণৰ দৰে ব্যৱহাৰ কৰা সু, আও, নি প্ৰভৃতি উপসৰ্গসমূহক অসমীয়া ভাষাত বিশেষণ স্থানীয় উপসৰ্গ বুলিব পাৰি।

**অনুৰূপ উপসৰ্গ :**—অৱ আৰু নিস্ যথাক্ৰমে আও আৰু নি হোৱাৰ দৰে বি অসমীয়া ভাষাত বি আৰু বহিৰাগত উপসৰ্গ বে বিকল্পে অৰ্থত ব্যৱহাৰ হয়। যেনে—বিলগ বা বেলগ > বেলেগ, বিমোৰ, বেচিঞ্চিল, বুজুতি, বিজতুৰা। আ, আদ্ (আধা), কু প্ৰভৃতি ধ্বনিসমূহৰ ব্যৱহাৰ শব্দৰ আগত উপসৰ্গৰ দৰে কৰা হয়। ধাতুৰ আগত নবহা সু উপসৰ্গটো বিশেষণ হোৱাৰ দৰে এই ধ্বনি-সমূহো বিশেষণহে। যেনে—আ— আজোখা, আমন—আমনি (মনৰ বিকল্প অৱস্থা), আদ—আদশিনি, আদবয়স, আদখৰীয়া, আদবঢ়ীয়া, কু—কুবুদ্ধি, কুৰূপ, কুকৰ্ম, কুশাসন, কুলক্ষণ। উপসৰ্গৰ অনুৰূপ প্ৰয়োগ হোৱা কাৰণে এই ধ্বনিসমূহক অনুৰূপ উপসৰ্গ বুলি কোৱা হৈছে।

ঘ) **বহিৰাগত উপসৰ্গ**—ওপৰত দিয়া বিশেষণস্থানীয় উপসৰ্গ আৰু অনুৰূপ উপসৰ্গ দুয়ো শ্ৰেণীকে স্থানীয় উপসৰ্গৰ ভিতৰত ধৰিব পাৰি। এইবিলাকৰ বাহিৰেও উত্তৰ ভাৰতৰ নানা ভাষা-উপভাষাৰ মাধ্যমেদি অহা শব্দাৱলীৰ লগতে সেইবিলাকত থকা উপসৰ্গৰ ব্যৱহাৰো আধুনিক অসমীয়া ভাষাত হোৱা দেখা যায়। এই শ্ৰেণীৰ গোটাদিয়েক উদাহৰণ তলত দিয়া হৈছে

| বহিৰাগত উপসৰ্গ | বহিৰাগত শব্দ | অসমীয়া প্ৰচলিত ৰূপ | অৰ্থ |
|---|---|---|---|
| অ | অজান | অজান | নজনা, অবোধ |
| | অথাহ | অথাই > আথাই | থাউনি নোপোৱা দ, |
| | অলগ | আলগ > আলগা | পৃথক্, অন্য |
| অন | অনহক | অনাহক | হক বা অধিকাৰ নাই |
| কম | কমজোৰ | কমজোৰ | দুৰ্বল |
| গৈৰ | গৈৰহাজিৰ | গৰহাজিৰ | অনুপস্থিত |
| | গৈৰকপ্তানী | গৰকাপ্তানি | অসামৰিক |
| দৰ | দৰঅসল | দৰাচল | প্ৰকৃততে, আচলতে |
| | দৰকাৰ | দৰকাৰ | আৱশ্যক |
| না | নাপসন্দ | নাপছন্দ | মনে নোখোৱা |
| | নাৰাজ | নাৰাজ | অসন্তুষ্ট |
| ব | ব-নাম | ব-নাম | নামৰ ঠাইত, পৰিবৰ্তে |
| | ব-কলম | ব-কলম | লোকৰ হৈ লিখা |
| বদ্ | বদ্‌নাম | বদনাম | অপযশ |
| | বদ্‌মাশ | বদমাইছ | দুষ্ট |
| | বদহজম | বদহজম | অজীৰ্ণ |
| বিল | বিলকুল | বিলকুল | গোটেইবোৰ |
| বে | বেঈমান | বেইমান | অবিশ্বাসী |
| | বেচাৰা | বেচেৰা | উপায়হীন ব্যক্তি |
| | বেদখল | বেদখল | অনুচিত অধিকাৰ |
| | বেপৰৱাহ | বেপেৰোৱা | নিসংকোচে |
| ভৰ | ভৰপূৰ | ভৰপূৰ | সম্পূৰ্ণ |
| | দিনভৰ | দিনভৰ | ওৰেদিন |
| | ৰাতভৰ | ৰাতভৰ | ওৰেৰাতি |
| হৰ | হৰ এক | হৰেক | প্ৰত্যেক |
| | হৰ দম | হৰদম | সদাই |

মন কৰিব লগীয়া যে —ভৰ উপসৰ্গটো প্ৰত্যয়ৰ দৰে শব্দৰ পাছতো বহে। ওৰে দিন আৰু ওৰে ৰাতি, শব্দ দোযোৰত বিশেষ্যৰ লগত সপ্তমীৰ ভাৱ লুকাই আছে। গোটেই দিনটোত, গোটেই ৰাতিটোত বুজাবৰ কাৰণে ব্যৱহৃত শব্দ দোযোৰৰ বিশেষ্যত থাকিব লগীয়া বিভক্তি বিশেষণত ব্যৱহাৰ হৈছে।

ওৰ শব্দই সম্পূর্ণ বুজায়। ওবে তাৰ অধিকৰণসূচক ৰূপ। ধাতু শব্দৰ আগত নবহা অৱস্থাত এইবোৰ উপসৰ্গ নহয়, বিশেষণ শব্দহে হয়।

অনুশীলনী —২১

১। উপসর্গ কাক বোলে আৰু কেইবিধ? প্ৰতি বিধৰে পৰিচয় উদাহৰণসহ দাঙিধৰা।

২। বিশেষণস্থানীয় উপসর্গ আৰু অনুৰূপউপসর্গৰ মাজত থকা সাদৃশ্য আৰু বৈসাদৃশ্য সম্বন্ধে আলোচনা কৰা।

৩। বহিৰাগত উপসর্গ বুলিলে কি বুজা? কম, বে, ভৰ আৰু হৰ উপসর্গৰ ব্যৱহাৰ অসমীয়া ভাষাত কেনেকৈ হয়, উদাহৰণ দি বুজাই লিখাঁ।

৪। তলত দিয়া শব্দবোৰত থকা উপসর্গবোৰ বাছি উলিউৱাঁ আৰু কোন শ্ৰেণীৰ উপসর্গ উল্লেখ কৰাঁ।

আওচলীয়া, সঞ্চয়, সন্তেদ, ৰিকাৰ, বিগ্ৰহ, প্ৰতাপ, প্ৰতিঘাত, প্ৰত্যয়, অনুকাৰ, পৰিষ্কাৰ, পৰিশোধ, নিষ্ঠা, নিৰ্ণয়, বেলেগ, আৱৰণ, অৱজ্ঞা, অৱধি, অভিমান।

৫। কেৱল উপসর্গ আৰু ধাতু শব্দই একোটা শব্দ গঢ় দিব পাৰেনে? পাৰে যদি উদাহৰণ দিয়াঁ। যদি নোৱাৰে, তেনেহলে ধাতুৰ লগত কিহৰ সহায় আৱশ্যক হয়, উদাহৰণসহ বুজাই লিখাঁ।

৬। নাম শব্দৰ লগত উপসর্গ যোগ হয়নে নহয়? উদাহৰণসহ মতামত দাঙিধৰাঁ।

০০০০

## অবিকাৰী শব্দ

৩৫। **স্বৰূপ আৰু শ্ৰেণী**—কোনো প্ৰকাৰৰ ধ্বনিগত পৰিবর্তন নোহোৱা অৰ্থতে অবিকাৰী শব্দটো ব্যৱহাৰ কৰা নহয়। অবিকাৰী শব্দবো ধ্বনিগত পৰি-বৰ্তন হ'ব পাৰে। প্ৰত্যয়যুক্ত শব্দও কোনো কোনো অৱস্থাত অবিকাৰী শব্দৰ দৰে ব্যৱহাৰ হোৱা দেখা যায়। গতিকে অবিকাৰী শব্দৰ বিচাৰ কৰোঁতে কেৱল ৰূপাত্মক বা ধ্বন্যাত্মক দৃষ্টিয়েই যথেষ্ট নহয়; ইয়াত ভাবাত্মক দৃষ্টিটো গুৰুত্ব আছে। অসমীয়া ভাষাৰ সকলো শব্দতে লিংগ আৰু বচনৰ প্ৰভাব অপ-বিহাৰ্য নহয়। নাম শব্দৰ লগত নাম বিভক্তি আৰু ধাতু শব্দৰ লগত ধাতুবিভক্তিৰ যোগ হয় কাৰণে এই দুয়ো শ্ৰেণীৰ শব্দসমূহক বিকাৰী শব্দ বোলা হয়; কিন্তু

যিবোৰ শব্দত এনেদৰে বিভক্তি যোগ নহয় অথবা বিভক্তিযুক্ত শব্দও সাধাৰণ অৰ্থত প্ৰচলিত নহয়, বিশেষ অৰ্থতহে হয়, তেনেহ'লে, সেইবোৰ শব্দকে অবিকাৰী শব্দ বোলা হয়। এই বিষয়ে তলত বহলাই আলোচনা কৰা হৈছে।

অবিকাৰী শব্দৰ শ্ৰেণী বিভাজন তিনিটা দৃষ্টিৰে কৰিব পাৰি। ১) উৎপত্তি বা পৰম্পৰাৰ দৃষ্টিত ২) শব্দ গঠনৰ দৃষ্টিত ৩) অৰ্থ বা ভাবৰ দৃষ্টিত। এই প্ৰতিটো দৃষ্টিতে অবিকাৰী শব্দসমূহক কেইবাটাও ভাগত বিভক্ত কৰিব পাৰি। তলত এই সম্বন্ধীয় চিত্ৰ দিয়া হৈছে।




## উৎপত্তিৰ দৃষ্টিত অবিকাৰী শব্দ—

৩৬। **তৎসম অবিকাৰী শব্দ :—** অকস্মাৎ, অথবা অন্যথা, যথা, তথা, অৱশ্য, নানা, মাত্ৰ, কথমপি, কচিৎ, কদাচিৎ, কেৱল, ইতি, তৎ (তৎক্ষণাৎ, তৎকালে), উপৰি, নচেৎ, যদি, ধ্ৰুৱম্, ন, পৃথক্, পূৰ্বক, প্ৰাক্, হেতু, নিমিত্ত, প্ৰাতঃ, প্ৰায়ঃ, যৎ, সদা, সৰ্বদা, সাক্ষাৎ, স্বয়ম্, চিৰ, পৰ্যন্ত, বস্তুতঃ, পৰ, পৰক (ভক্তি পৰক, নাৰায়ণপৰ); সম্বোধনবাচক—হে, অৰে; আবেগাত্মক—আহ, অহহ ইত্যাদি।

**তদ্ভৱ অবিকাৰী শব্দ** ঃ—অৱশ্যে, কাচিৎ, প্ৰায়ে, স্বয়ং ; এতে > এতেকে (ইয়াৰ, এনে), তু > তো, পুনঃ > পুনৰ, মুহুঃ > মুহুৰ (পুনৰ পুনৰ, বাৰে বাৰে), যৎ > যি, বৰম্ > বৰং, সমম্ > সমে (সহিতে, সৈতে, লগত), সহ (সহিত, লগত), সাক্ষাৎ (প্ৰত্যক্ষ, তুল্য), সাম্প্ৰতম্ > সম্প্ৰতি, যিহেতু, যদিও, বিনা > বিনে, হঠ > হঠাৎ (অকস্মাৎ), বা > বা, বাঢ়ম > বাৰু (সমৰ্থন অৰ্থত), অপভ্ৰংশ ভাষাৰ বৰু > বাৰু (ভাল অৰ্থত)।

**স্থানীয় অবিকাৰী শব্দ** :—আপুনি, আকৌ, আৰু, ও, গতিকে, কিজানি, কিয়নো, দেখি, নো, নে, জানো (নাজানো অৰ্থত), নহয় (হয় বা হোৱাৰ আশা অৰ্থত), এবা (সমৰ্থন অৰ্থত), জানোছা, যেন, যেনিবা, যে, লাগে, তেনেহ'লে, যাতে, হ'বলা, নিজে-নিজে, হেন, বাবে ইত্যাদি।

**বহিৰাগত অবিকাৰী শব্দ** :—ঠীক > ঠিক, সাফ > চাফ, চফা, অচ্ছা > আচ্ছা, অকৰ > অকল, অকৰী > অকলী, জল্দী, ঝট্‌পট্, বৰাবৰ, হৰদম্, একদম, চুপ-চাপ, চুপে-চাপে ইত্যাদি।

৩৭। **গঠনৰ দৃষ্টিত অবিকাৰী শব্দ**

**মৌলিক শব্দ** :—যিবোৰ অবিকাৰী শব্দৰ সামান্য ধ্বনি-পৰিবৰ্তন ঘটিলেও অৰ্থ প্ৰকাশ পাব নোৱাৰে বা যিবোৰ শব্দ বিশ্লেষণ কৰিলে কোনো সাৰ্থক শব্দ পোৱা নাযায়, সেইবোৰ অবিকাৰী শব্দকে মৌলিক অবিকাৰী শব্দ বোলা হৈছে। যেনে—ও, আৰু, বাৰু, বা, বিনা, কিন্তু, যেন, যেনিবা, কেৱল, তো, তেওঁ, এবা, হেন, হেতু, যে, হ'বলা প্ৰভৃতি শব্দসমূহ (তৎসম, তদ্ভৱ, স্থানীয় আৰু বহিৰাগত যেই শ্ৰেণীৰে হওক) প্ৰত্যয়যুক্ত বা যুগ্ম সাৰ্থক শব্দ নহয়। গতিকে এইবিলাক মৌলিক অবিকাৰী শব্দ।

**প্ৰত্যয়ান্ত শব্দ** ঃ—শব্দটো গঢ় লওঁতে প্ৰত্যয়, উপসৰ্গ প্ৰভৃতি যোগ হ'লেও বাক্যত ব্যৱহাৰ কৰোঁতে যদি কাল, পুৰুষ, বচন আৰু কাৰকভেদে সুকীয়া ৰূপ গ্ৰহণ নকৰে, তেনেহ'লে তাকো অব্যয় বা অবিকাৰী শব্দ বোলা হয়। উদাহৰণ তলত দিয়া হৈছে। 'কথমপি' (যেনেতেনে, কোনো প্ৰকাৰে) শব্দটো কথম্ + অপি (সংস্কৃত) শব্দৰ তৎসম ৰূপ। অপি ইয়াত প্ৰত্যয়। হঠ এটা নাম শব্দ, তাত প্ৰত্যয় যোগ হৈ হঠাৎ শব্দ গঢ় লৈছে ; কিন্তু হঠাৎ এটা অবিকাৰী শব্দ ৰূপেহে বাক্যত ব্যৱহাৰ হয়। সেইদৰে 'কথমপি' এটা অবিকাৰী শব্দ ৰূপেহে ব্যৱহৃত হৈ আহিছে। 'মাত্ৰ' এটা অবিকাৰী শব্দ ; কিন্তু মাত্ৰকে, মাত্ৰেই প্ৰভৃতি বিভক্তিযুক্ত ৰূপো অবিকাৰী শব্দৰ দৰে ব্যৱহাৰ হয়। এনেধৰণৰ বিভক্তি প্ৰভৃতি

প্ৰত্যয়যুক্ত আৰু যুৰীয়া অবিকাৰী শব্দক অনিয়মিত অবিকাৰী শব্দ বুলিব পাৰি। এনে উদাহৰণ বহুত আছে। কেতিয়াবা দেখি, জানো, হ'বলা, হওঁতে লাগে প্ৰভৃতি ধাতুজনিত শব্দও অবিকাৰী শব্দৰ দৰে ব্যৱহৃত হয়। যেনে — সেই দেখি তেওঁক কোনেও নামাতে। সি জানে 'দেখিছে' তাক মাতিব। মই 'জানো' ক'ব পাৰোঁ? কোৱা কথা ক'বই লাগিব, তেহেলৈ 'লাগে' যি হওক। এই বাক্যবোৰত থকা দেখি, জানো আৰু লাগে ক্ৰিয়াপদ নহয়, অবিকাৰী শব্দহে। তথাপি এই শব্দবোৰত 'ধাতু বিভক্তি' যোগ হৈ আছে। কিছুমান কথা মানুহে নিজে নিজে বুজে। এই বাক্যৰ নিজ সৰ্বনামত 'এ' বিভক্তি যোগ হৈ আছে। সৰ্বনামটোত কেউটা কাৰকৰে বিভক্তি চিন যোগ হ'ব পাৰে। এই দৃষ্টিত 'নিজে' অবিকাৰী শব্দ হ'ব নালাগে; কিন্তু এইটো বাক্যত অবিকাৰী ক্ৰিয়া-বিশেষণ ৰূপেহে নিজে শব্দটোৰ ব্যৱহাৰ হৈছে।

**যুৰীয়া শব্দ** ঃ—কিছুমান যুৰীয়া শব্দও অবিকাৰী শব্দৰ দৰে ব্যৱহাৰ হয়। এই যুৰীয়া শব্দবোৰ একাৰ্থক, ভিন্নাৰ্থক, বিকাৰী আৰু বিকাৰী-অবিকাৰী মিশ্ৰিত হ'ব পাৰে। যেনে —'ধীৰে ধীৰে', 'ধীৰে-শাঁতে', 'নিজে নিজে', 'নচেৎ', 'অথবা', 'যদিও', 'চুপ-চাপ', 'মনে মনে' প্ৰভৃতি এই শ্ৰেণীৰ অবিকাৰী শব্দ। যদি নহয় অৰ্থত (ন+চেৎ) নচেৎ শব্দৰ প্ৰয়োগ হয়। ইয়াত 'ন'টো নিষেধাত্মক শব্দ। অথবা (অথ=পাছত+বা) শব্দটো দুটা অবিকাৰী সংস্কৃত শব্দৰ সংযুক্ত ৰূপ। 'যদি' আৰু 'ও' এই দুটা অবিকাৰী শব্দ একে হৈ যদিও শব্দ গঢ় লৈছে। ইইতৰ 'যদি' সংস্কৃত আৰু ও স্থানীয় শব্দ। বহিৰাগত চুপ আৰু তাৰ অনুৰূপ চাপ দুটা শব্দ লগ লাগি চুপ-চাপ হৈছে। লাহে-লাহে বা লাহেকৈ (লাহে + কৰি > কই > কৈ) প্ৰভৃতি ক্ৰিয়াবিশেষণবোৰৰ অধিক সংখ্যকেই যুৰীয়া বা যুগ্ম শব্দ। 'সাৱধানে' এটা শব্দ যেন লাগিলেও (সহ+অৱধান+এ) সি মূলতে এটা যুগ্ম আৰু প্ৰত্যয়ান্ত শব্দ। ইয়াৰ ব্যৱহাৰ বাক্যত অবিকাৰী ক্ৰিয়াবিশেষণ ৰূপে হয়। দুই-চাৰিটা যুগ্ম সংস্কৃত অবিকাৰী শব্দ অসমীয়া ভাষাত ব্যৱহাৰ কৰোঁতে অৰ্থৰ সামান্য পৰিবৰ্তন ঘটাও দেখা যায়। যেনে —অথচ (পাছত + আৰু), যথা-তথা (যি, সি, যেনেকৈ-তেনেকৈ, যেনে-তেনে) এই শব্দ দোযোবৰ ভাব অসমীয়াত যথাক্ৰমে তথাপি আৰু য'ত-ত'ত হয়। যথাস্থান বুলিলে, য'ত হ'ব লাগে, ত'ত বা উপযুক্ত স্থানত বুজায়। কেতিয়াবা অৰ্থ-পৰিবৰ্তনৰ লগতে ধ্বনি-পৰিবৰ্তনো হোৱা দেখা যায়। যেনে —তত্ৰচ (তত্ৰ+চ = আৰু তাত) > তত্ৰাচ শব্দটো তথাপি অৰ্থত ব্যৱহাৰ হয়।

## ৩৮। অৰ্থ বা ভাবৰ দৃষ্টিত অবিকাৰী শব্দ

ক) **ভাৱপ্ৰধান অবিকাৰী শব্দ** ঃ—সুখ, দুখ, আশ্চয, কৌতূহল প্ৰভৃতি মনৰ ভাৱপ্ৰকাশক শব্দবোৰক সংক্ষেপতে 'আৱেগসূচক' বুলিও ক'ব পাৰি। যেনে —'আঃ' কেনে মনোৰম দৃশ্য! 'কি' ভয়ানক মূৰ্তি! 'উস্' এনে অশান্তি! 'বাঃ' চমৎকাৰ বুদ্ধি। এই বাক্যবোৰত থকা আঃ, কি, উস্ আৰু বাঃ আৱেগ-সূচক অবিকাৰী শব্দ। এহ্, ইচ্, ইস্, ঈস্, ঈহ, আও, উ, ছিঃ, ছেঃ, হাঁয়, আয়ৌ, আ, এ, কটা প্ৰভৃতিও এই শ্ৰেণীৰ শব্দ।

প্ৰশ্ন কৰোঁতে ব্যৱহাৰ হোৱা শব্দবোৰক ('প্ৰশ্নাৰ্থক' অবিকাৰী শব্দ বুলি কোৱা হয়। যেনে—যাবা'নে'? কামটো কৰিবা 'জানো'? প্ৰশ্নাৰ্থক অবি-কাৰী শব্দ সাধাৰণতে ক্ৰিয়াৰ লগত যোগ হয়; কিন্তু কিছুমান সময়ত প্ৰশ্না-ৰ্থক একোটা ধ্বনি বা প্ৰত্যয় বিকাৰী নাম শব্দৰ পাছতো বহে। যেনে — এইটো কলম মোৰ'নে' 'তোৰ'? গুৱাহাটীতনে শিৱসাগৰ'ত? ইত্যাদি। মন কৰিব লগীয়া যে —এই শৰণৰ যুৰীয়া ভাবত প্ৰশ্নাৰ্থক অবিকাৰী ধ্বনিটো পাছৰ শব্দত ব্যৱহাৰ নহয়; কিন্তু প্ৰশ্নৰ ভাব প্ৰকাশ পায়। প্ৰশ্নাৰ্থক 'নে'ৰ নিচিনা 'নো' ধ্বনিটোও ক্ৰিয়া পদ আৰু বিভক্তিযুক্ত বা বিভক্তিহীন নাম শব্দৰ পাছতহে বহে। যেনে —সিনো যাবনে? কাকনো ক'বা, কোনেনো শুনিব? তুমি-আমি কৰিমনো কি? প্ৰশ্নাৰ্থক সৰ্বনাম শব্দৰ পাছতো 'নো' ধ্বনি আৰু জানো অবিকাৰী শব্দ যোগ হ'ব পাৰে। বিভক্তিযুক্ত প্ৰশ্নাৰ্থক সৰ্বনামৰ পাছতো এই শ্ৰেণীৰ অবিকাৰী শব্দ যোগ হোৱা দেখা যায়। যেনে —কিনো জানো কৈছে? ক'ৰ পৰানো জানো আহিছে? কাকনো দিব জানো? ইত্যাদি। কিয় আৰু কেনেকৈ আন দুটা প্ৰশ্নাৰ্থক অবিকাৰী শব্দ। কেনেকৈ প্ৰশ্নাৰ্থক ক্ৰিয়াবিশেষণ। 'কেনেকৈ' ৰ মূল অংশটো কেনে। কেনেৰ লগত কৰি ~কৈ যোগ দি কেনেকৈ ৰূপ দিয়া হ'ল। উৱা তদ্ধিত প্ৰত্যয়যুক্ত কেনেকুৱা শব্দটোও অবিকাৰী শব্দৰ দৰেই ব্যৱহাৰ কৰা হয়। যেনে —কেনে জানো, কেনেকৈ জানো, কেনেকুৱা জানো। প্ৰশ্নাৰ্থক 'কিয়'ৰ লগত অন্য এটা প্ৰশ্নাৰ্থক ধ্বনি 'নো' যোগ দি প্ৰশ্নৰ বিপৰীতাৰ্থক অৰ্থাৎ সমৰ্থনসূচক 'কিয়নো' শব্দ গঢ় দিয়া হয়। গতিকে 'নো' আৰু 'নে' দুয়োটাকে প্ৰশ্নাৰ্থক শব্দ বুলি নধৰি 'প্ৰশ্নাৰ্থক প্ৰত্যয়' বুলিহে ধৰিব পাৰি।

প্ৰশ্নৰ উত্তৰত সমৰ্থন বা বিৰোধসূচক যিবোৰ শব্দ ব্যৱহাৰ কৰা হয়' সেইবোৰ শব্দক 'সন্নিধানবোধক শব্দ' বোলা হয়। এইবোৰো অবিকাৰী শব্দ। অঁ, বাৰু, ভাল, ভাল বাৰু, হয়, এৰা, হয়তো, হয় আদি সমৰ্থনসূচক আৰু ঊহু, ওহোঁ, নহয় প্ৰভৃতি নিষেধসূচক শব্দ। সাধাৰণ অৰ্থত নহয় শব্দটো

নিষেধাৰ্থক ক্ৰিয়া ; কিন্তু অবিকাৰী 'নহয়' শব্দটো নিষেধাৰ্থক সন্নিধানসূচক আৰু নিশ্চিত ভাৱসূচক এই দুটা ৰূপত পোৱা যায়। যেনে—সি আগতে বস্তুটো দেখা নাই নহয়, কেনেকৈ চিনি পালে? মই তোমাক কৈছোঁ নহয়, কামটো হ'বই। তেওঁ আহিব নহয়, নাহি ক'লৈ যাব? এই বাক্যবোৰত 'নহয়'টো নিষেধাৰ্থক শব্দ নহয়, নিশ্চিত অৰ্থত ব্যৱহাৰ হোৱা শব্দহে। নিষেধাৰ্থক 'নহয়'টো বাক্যৰ আগতেও ব্যৱহাৰ হয়; কিন্তু আনৰ উক্তিৰ লগত সংগতি ৰাখি কওঁতেহে এইদৰে ব্যৱহাৰ হ'ব পাৰে। যেনে—নহয়, কথাটো তেনে নাছিল। ইয়াত 'নহয়' শব্দটো ক্ৰিয়া ৰূপে ব্যৱহাৰ হোৱা নাই।

খ) **ক্ৰিয়াৰ লগত জড়িত অবিকাৰী শব্দ**:—বিশেষণ শব্দৰ প্ৰসংগত 'ক্ৰিয়াবিশেষণ'ৰ বিষয়ে আলোচনা কৰা হৈছে; কিন্তু ক্ৰিয়াবিশেষণৰ অবিকাৰী স্বৰূপটোৰ সম্বন্ধে আলোচনা কৰা হোৱা নাই। গতিকে এই প্ৰসংগত অবিকাৰী ৰূপত ক্ৰিয়াবিশেষণ সম্বন্ধে কিছু বিচাৰ কৰা আৱশ্যক। সকলো ক্ৰিয়াবিশেষণ মূলতে অবিকাৰী শব্দ নহয়। বিশেষণ নামশব্দ স্বভাৱতে বিকাৰী শব্দ। ক্ৰিয়াও বিকাৰী শব্দ। ক্ৰিয়াৰ বিশেষ অৱস্থা বুজাবৰ কাৰণে ব্যৱহাৰ কৰা নাম শব্দৰ বিশেষ ৰূপটোৰ সাল-সলনি নহয়। এই অৰ্থত নাম শব্দকো ক্ৰিয়াৰ সম্পৰ্কত অবিকাৰী বোলা হৈছে। সংজ্ঞা, সৰ্বনাম আৰু বিশেষণ তিনিও বিধৰ নাম শব্দই ক্ৰিয়াক প্ৰভাৱিত কৰিব পাৰে। এইদৰে ক্ৰিয়াক প্ৰভাৱিত কৰিব পৰা সংজ্ঞা আৰু সৰ্বনাম শব্দও ক্ৰিয়াৰ লক্ষণসূচক বা গুণবাচক হোৱা বাবে ক্ৰিয়া-বিশেষণ নামে পৰিচিত হয়। যেনে:—এই ঔটিবোৰ নিজে গজিলে। তেওঁ 'খৰকৈ' যায়। ল'ৰাটো 'মনে মনে' আছে। মন কৰিব লগীয়া যে—ক্ৰিয়াৰ লগত সম্পৰ্ক স্থাপন কৰোঁতে নাম শব্দবোৰ প্ৰত্যয়যুক্ত হৈছে। এইদৰে বিশেষ প্ৰত্যয়যুক্ত নাম শব্দইহে ক্ৰিয়া বিশেষণ ৰূপে অবিকাৰী অৱস্থা লাভ কৰে। এই 'বিশেষ প্ৰত্যয়বোৰ' নাম বিভক্তি নহয়। ক্ৰিয়া বিভক্তিও নহয় (নাম শব্দত ক্ৰিয়াবিভক্তি যোগ নহয় আৰু বিশেষণ পদতো ক্ৰিয়া বিভক্তি যোগ হ'ব নোৱাৰে। নাম বিভক্তিযুক্ত শব্দ ক্ৰিয়াৰ লগত সম্বন্ধিত হ'লে কাৰক হ'ব; কিন্তু ক্ৰিয়া বিশেষণ পদটো কোনো কাৰকৰ শ্ৰেণীত নপৰে। তদুপৰি ক্ৰিয়াবিশেষণৰ পাছতো কোনো বিভক্তি যোগ দিব নোৱাৰি। সেই বাবে ক্ৰিয়াবিশেষণবোৰ প্ৰত্যয়ান্ত নাম শব্দ হ'লেও সিহঁতক অবিকাৰী শব্দ বোলা হৈছে। অবিকাৰী শব্দত যোগ হোৱা এই প্ৰত্যয়বোৰ মূলত: নাম বিভক্তি আৰু ধাতু বিভক্তিৰে বিশেষ ৰূপ হ'লেও সিহঁতে কাৰক আৰু ক্ৰিয়াপদ গঢ় দিয়াত সহায় কৰা কৰ্মতো ভেদ বাই পোৱা নাইহে।

কেতিয়াবা কোনো নাম শব্দ বা ক্ৰিয়া পদক আশ্ৰয় কৰি তাৰ আগত বা পাছত বহি আন এটা সাৰ্থক বা অসাৰ্থক শব্দই যদি মূল শব্দটোৰ ক্ৰিয়াৰ লগত থকা

সংগতি ৰাখিও নিজৰ বিশেষ ভাব প্ৰকাশ কৰিব পাৰে, তেনেহ'লে আশ্ৰিত শব্দটোক অনুকাৰ শব্দ বোলা হয়। অনুসৰণ কৰা ৰূপ বা সাদৃশ্য থকা ৰূপ অৰ্থতেই অনুকাৰ শব্দটো ব্যৱহাৰ কৰা হৈছে। এই সাদৃশ্যটো 'ধ্বনি' আৰু 'ভাব বা অৰ্থ' দুটা শ্ৰেণীৰ হ'ব পাৰে। যেনে—মাছ-তাছ, গৰু-চৰু, চাউল-টাউল প্ৰভৃতি যুৰীয়া শব্দৰ তাছ, চৰু আৰু টাউল 'ধ্বনি-অনুকাৰ' শব্দ। ঘৰ-দুৱাৰ, মাটি-বাৰী, খা-খবৰ, মা-মহতা প্ৰভৃতি শব্দত দুৱাৰ, বাৰী, খা আৰু মা ভাবৰ অনুকাৰ শব্দ'। তেল-কুৰ, বাজহ-তজহ, কল-বন প্ৰভৃতি যুৰীয়া শব্দৰ কুৰ, তজহ আৰু বন শব্দত স্পষ্ট ভাবে ধ্বনি সাদৃশ্য আৰু ভাব সাদৃশ্য এটাও দেখা নাযায়। গতিকে এইবোৰক অনুসৰণকাৰী উপশব্দ বা 'অনুকাৰ উপশব্দ' বুলিব পাৰি। তলত অনুকাৰ শব্দ সম্বন্ধীয় দুটামান কথা আৱশ্যকীয় বুলি ভাৰি দিয়া হৈছে।

১) সকলো অনুকাৰ শব্দ অবিকাৰী নহয়; কিন্তু ক্ৰিয়াবিশেষণৰ দৰে ব্যৱহাৰ হোৱা অনুকাৰ শব্দবোৰ অবিকাৰীয়ো হ'ব পাৰে।

২) সমাপিকা বা অসমাপিকা ক্ৰিয়াপদো অনুকাৰ শব্দ একোটাৰ দৰে বাক্যত ব্যৱহাৰ হ'ব পাৰে।

৩) সাৰ্থক বা অসাৰ্থক অনুকাৰ শব্দৰ অৰ্থ মূল শব্দটোতকৈ বেছি বহল হোৱা দেখা যায়।

এই তিনিওটা কথাৰ উদাহৰণ তলত দিয়া হৈছে।

সংজ্ঞা, বিশেষণ, সৰ্বনাম আৰু ক্ৰিয়া চাৰিওবিধ সাৰ্থক শব্দৰে অনুকাৰ শব্দ হ'ব পাৰে। সংজ্ঞা আৰু বিশেষণৰ অনুকাৰ শব্দবোৰ অসাৰ্থক ধ্বনি; কিন্তু সৰ্বনাম আৰু ক্ৰিয়াপদৰ অনুকাৰ শব্দবোৰো যথাক্ৰমে আন একোটা সৰ্বনাম বা ক্ৰিয়াপদহে হয়। যেনে—গৰু-চৰু, (সংজ্ঞা) ক'লা-ম'লা, বঙা-চঙা (বিশেষণ) যেনে-তেনে, ই-সি, (সৰ্বনাম) শুই-বহি, কৈ-মেলি (ক্ৰিয়া)।

ক) তেওঁ নিৰামিষভোজী, মাছ-তাছ নাখায়। এই বাক্যটোত থকা তাছ অনুকাৰ শব্দটোৱে মাছ শব্দক আশ্ৰয় কৰিলেও মাছতকৈ ব্যাপক অৰ্থত সকলো আমিষ বস্তুকে বুজাইছে। ওপৰি ইয়াত তাছ অনুকাৰ শব্দটো বিকাৰী নাম শব্দৰ দৰে বহিছে। মাছে-তাছে পুখুৰীটো ভৰি পৰিছে। মানুহজনৰ মাছ-তাছতহে লোভ নাই। মাছ-তাছৰ পৰা বেমাৰ বিয়পে। মাছে-তাছে পুখুৰীৰ পোক-পৰুৱা খাই পানী পৰিষ্কাৰ কৰে। এই বাক্যবোৰত তাছ বিকাৰী শব্দ; কিন্তু তেওঁ মাছে-তাছে খাইছে বুলিলে 'মাছে-তাছে' যুৰীয়া শব্দটো অবিকাৰী ক্ৰিয়াবিশেষণ হয়। ইয়াক কোনো কাৰকৰ শ্ৰেণীত ঠাই দিব নোৱাৰি।

খ) তেওঁ বস্তুবোৰ 'চাই-মেলি' গৈছে। তেওঁ আহি বস্তুবোৰ 'চালে-মেলিলে' আৰু গ'ল। এই বাক্য দুটাৰ ভাব একেটাই; কিন্তু এটা বাক্যত চাই অসমাপিকা ক্ৰিয়াৰ লগত তাৰ অনুৰূপ 'মেলি'ও অসমাপিকাক্ৰিয়া হৈছে আৰু আনটো বাক্যত চালে সমাপিকা ক্ৰিয়াৰ লগত মেলিলে সমাপিকা ক্ৰিয়া হৈছে। এই দুয়োটা বাক্যত যথাক্ৰমে 'মেলি' আৰু 'মেলিলে' অনুৰূপ শব্দ। 'শুইবহি' খাইছে। 'লাগি ভাগি' কৰিছে আদি ক্ৰিয়াবিশেষণতো বহি আৰু ভাগি অনুৰূপ শব্দ।

গ) তেওঁ মাতে-কথাই গ'ল। এই বাক্যত কথা সাৰ্থক শব্দ হ'লেও মাত শব্দৰ লগত সি অনুৰূপ শব্দৰ দৰে হৈছে। এই প্ৰসংগত কথা শব্দই কথা ক'ব পৰা চেতনা বা বিচাৰটো বুজাইছে। লগতে 'মাতে-কথাই' যুৰীয়া শব্দটোৱে গ'ল ক্ৰিয়াৰ বিশেষণৰ কাম কৰিছে বাবে ইয়াক ক্ৰিয়াবিশেষণ বুলি ধৰিব লাগিব; কিন্তু মাতে-কথাই মানুহজন ভাল বুলিলে ক্ৰিয়াবিশেষণ নহয়। মাত-কথাত বা কথা-বতৰাত মানুহজন ভাল বুজাব। মাতে-কথাই গ'ল বোলাঁতে মাতে-কথাই শব্দটো কোনো কাৰকৰ শ্ৰেণীত নপৰে। সেইবাবে সি 'অবিকাৰী শব্দ'। আনহাতে ক্ৰিয়াবিশেষণ মাত্ৰেই অবিকাৰী নহয়। যেনে—মানুহজন ৰেলে-মটৰে আহিছে। ইয়াত 'ৰেলে-মটৰে' ক্ৰিয়া বিশেষণ হ'লেও কৰণ কাৰক বাবে বিকাৰী শব্দহে; কিন্তু চাই-মেলি, শুই-বহি, লাগি-ভাগি, অবিকাৰী ক্ৰিয়াবিশেষণ। অকাই-পকাই, ইনাই-বিনাই প্ৰভৃতি ক্ৰিয়াবিশেষণ আৰু খা-খবৰ, বা-বাতৰি, ছা-ছোৱালী, পো-পোৱালী আদি অন্যান্য যুৰীয়া শব্দত থকা অকাই, ইনাই, খা, বা, পা, ছা প্ৰভৃতি অনুৰূপ শব্দ মূল শব্দৰ আগত বহিছে। এনেধৰণৰ অনুৰূপ শব্দক 'অনিয়মিত অনুৰূপ' শব্দ আৰু কেৱল এটা আখৰৰ খা, বা, ছা, পা প্ৰভৃতি অনুৰূপশব্দক 'একশেষ অনুৰূপ শব্দ' বুলিব পাৰি। ওপৰত দিয়া যুৰীয়া শব্দ অকাই-পকাই, আৰু ইনা-বিনাই ক্ৰিয়াবিশেষণ অবিকাৰী শব্দ।

সংজ্ঞা শব্দৰ প্ৰসংগত অনুকাৰ শব্দৰ উল্লেখ কৰা হৈছে। অনুৰূপ শব্দৰ দৰেই অনুকাৰ শব্দও ক্ৰিয়াবিশেষণ হ'লে অবিকাৰী হ'ব পাৰে; কিন্তু সংজ্ঞা বা বিশেষণ হ'লে বিকাৰী ৰূপত থাকে। অনুকাৰ শব্দৰ ক্ৰিয়াবিশেষণ ৰূপে ব্যৱহাৰ কৰাৰ উদাহৰণ বিশেষণ পদৰ প্ৰসংগত দিয়া হৈছে। টপ্ টপাই, জপজপাই, চিংচিঙাই, খিট্ খিটাই, ভৰ্ ভৰাই, লেঙ্ লেঙাই প্ৰভৃতি এনেধৰণৰ অবিকাৰী ক্ৰিয়াবিশেষণশব্দ।

## ৩৯। নিৰ্দেশক অবিকাৰী শব্দ

ক) **যোজক অবিকাৰী শব্দ**—দুটা বা ততোধিক বাক্য, বাক্যাংশ বা শব্দ যোৰা লগোৱা অবিকাৰী শব্দক যোজক অবিকাৰী শব্দ বোলা হয়। যেনে— এজন মানুহ ৰেলৰ পৰা নামিছে আৰু দুজন মানুহ নতুনকৈ উঠিছে। গায়কে

গায়, বাদকে বজাই আৰু নৰ্তকে নাচি মানুহক আনন্দ দিয়ে। ৰাম আৰু ৰহিম গৈছিল। এই বাক্যবোৰত থকা 'আৰু' শব্দটোৱে যথাক্ৰমে বাক্য, বাক্যাংশ আৰু দুটা সংজ্ঞা শব্দৰ মাজত সংযোগ স্থাপন কৰিছে। এই 'আৰু'টো যোজক অবিকাৰী শব্দ। নিমিত্তে, হেতু, কাৰণে, দেখি প্ৰভৃতি শব্দৰ আগত এই, সেই, যেই, যি, কি প্ৰভৃতি সৰ্বনাম শব্দও যোগ হ'ব পাৰে। 'ও' শব্দৰ শেষতহে বহে। উদাহৰণ স্বৰূপে তলত দুটামান বাক্য দিয়া হৈছে। একে ধৰণৰ আন বাক্য এটা বন্ধনীৰ ভিতৰত দিয়া হৈছে।

সি নামাতিলে, সেই কাৰণে মই নগ'লো, (সি নামাতিলে কাৰণে মই নগ'লো)। মানুহৰ লগতে বান্দৰেও নাচিব (মানুহ আৰু বান্দৰে নাচিব)। কেতিয়াবা যোজক অবিকাৰী শব্দটো মাজত বা শেষত নাথাকি সৰ্বনামযুক্ত হৈ বাক্যৰ আগতেও বহে। যেনে—সেই বাবে সি আহিম বুলিও নাহিল।

**খ) পৃথক্‌বোধক বা বিয়োজক অবিকাৰী শব্দ**—দুটা শব্দ অথবা বাক্যৰ মাজত বিচ্ছেদ বা বিয়োগৰ ভাব প্ৰকাশ কৰা (যেই সেই এটাৰহে প্ৰয়োজন স্বীকাৰ কৰা) অবিকাৰী শব্দক 'বিয়োজক' নাইবা 'পৃথক্‌বোধক' 'অবিকাৰী শব্দ' বোলা হয়। যেনে—সি 'বা' তেওঁ কোনোবা এজন আহিব। সকলো হ'ল; 'কিন্তু' এটা নহ'ল। এই বাক্য দুটাত যথাক্ৰমে বা আৰু কিন্তু শব্দ দুটাই দুটা কৰ্তাৰ ভিতৰত মাত্ৰ এটা কৰ্তাৰ লগত ক্ৰিয়াৰ গুৰুত্ব প্ৰকাশ কৰিব খুজিছে। নাইবা, অথবা, কিম্বা, তথাপি, যদিও, তেওঁ, বিশেষকৈ আৰু কি এই শ্ৰেণীৰ অবিকাৰী শব্দ।

**গ) সম্বোধনসূচক অবিকাৰী শব্দ**—'অ', 'ঐ', 'ঔ', 'হেৰা', 'হেৰ', 'হে' প্ৰভৃতি অবিকাৰী শব্দবোৰ এজন মানুহে আন এজন মানুহক মাতোঁতে সন্মান ভেদে পৃথক্ পৃথক্ ক্ষেত্ৰত ব্যৱহাৰ কৰে। 'এ', 'হঁয়ে', 'হঁয়েৰা', 'হঁয়েৰী' আদি শব্দৰ ব্যৱহাৰৰ বৰ কম। কিছুমান ক্ষেত্ৰত 'হয়নে' শব্দও সম্বোধনত ব্যৱহাৰ কৰা দেখা যায়।

**ঘ) সন্দেহবোধক অবিকাৰী শব্দ**—অনিশ্চয় বা সন্দেহৰ ভাব প্ৰকাশ কৰা শব্দবোৰক সন্দেহবোধক অবিকাৰী শব্দ বোলা হৈছে। 'যদি', 'তেনেহ'লে', 'তেন্তে' 'কিজানি', 'জানোচা' প্ৰভৃতি সন্দেহবোধক অবিকাৰী শব্দ। যদি আৰু তেনে বা তেনেহ'লে এটা বাক্যতে পাৰস্পৰিক সম্পৰ্ক ৰাখিও থাকিব পাৰে। যেনে—'যদি' তেওঁ আহে, 'তেনেহ'লে' কথাটো কোৱা হ'ব। তেওঁ 'কিজানি' নাহিবই। 'জানোচা' কিবা অসুবিধাই হৈছে। 'সম্ভৱতঃ' সকলো কাম হোৱা নাই। পাৰা 'যদি' কামটো কৰি দিবা। তেওঁ 'হেনো' আহিব। সিও' বোলে যাব।

৬) **আনুষংগিক অবিকাৰী শব্দ**—যিবোৰ অবিকাৰী শব্দ সংজ্ঞা বা সৰ্ব-নাম শব্দক অনুসৰণ কৰিহে বহিব পাৰে, সেইবোৰক আনুষংগিক অবিকাৰী শব্দ বোলা হয়। যেনে—বিনে, বাদে, বাহিৰে, বিহনে, অবিহনে, বিনা, সৈতে, দৰে, নিচিনা, কাৰণে, নিমিত্তে, হেতুকে, অৰ্থে, প্ৰতি, মতে, অনুসৰি, অনুসাৰে আদি শব্দৰ আগত 'ষষ্ঠী' বা 'সপ্তমী' বিভক্তিযুক্ত সংজ্ঞা অথবা সৰ্বনাম পদ থাকে। তেওঁত বাদে এই কথা আনে ক'ব নোৱাৰে। আজিকালি বিনাধনে (ধনত বিনে) একো কাম নহয়। তোৰ নিচিনা ল'ৰাও ডাঙৰ পণ্ডিত হ'বৰ পাৰে। সমাজৰ ভালৰ অৰ্থে কাম কৰিবা। গুৰুজনৰ প্ৰতি ভক্তিভাব নহ'লে শিক্ষা-গ্ৰহণত বাধা জন্মে। মোৰ মতে আমি সকলোৱে পৰা শিকিব পাৰোঁ। বিচাৰ অনুসৰিহে কাম হয়।

মন কৰিব লগীয়া যে—কাৰণে, হেতু, নিমিত্তে প্ৰভৃতি কিছুমান শব্দ যোজক অবিকাৰী শব্দৰ শ্ৰেণীভুক্ত; কিন্তু যোজক অবিকাৰী শব্দৰ আগত থকা সংজ্ঞা বা সৰ্বনাম শব্দবোৰ বিভক্তিযুক্ত নহয়। আনুষংগিক অবিকাৰী শব্দৰ আগত বা পাছত থকা পদটো বিভক্তিযুক্ত হয়। বিভক্তি স্পষ্টভাবে নাথাকিলেও বিভক্তি-যুক্ত পদৰ ভাব থাকে। যেনে—'তুমি বিনে নাহি আন কৰা মোক পৰিত্ৰাণ' (কীৰ্তন)—এই 'তুমি বিনে'ৰ অৰ্থ তোমাত বিনে। সেইদৰে 'বিচাৰ অনুসৰিহে' বুলিলে বিচাৰক অনুসৰণ কৰিহে বুজায়। এই খিনিত দ্বিতীয়া বিভক্তিৰ ভাব আছে। তন্ন তন্নকৈ বিচাৰ কৰি চালে এনে ধৰণৰ বহুত নিয়ম উপনিয়ম আৰু ব্যতিক্ৰম দেখিবলৈ পোৱা যাব। দুটা বা ততোধিক শব্দ গোট খাই এটা হওঁতে অবিকাৰী শব্দৰ ধ্বনি পৰিবৰ্তন কেনেকৈ হয়, সেই বিষয়ে সন্ধি আৰু সমাসৰ প্ৰসংগত বিচাৰ কৰা হ'ব। সেই ক্ষেত্ৰত উপসৰ্গসমূহকো অবিকাৰী ধ্বনি বুলি ধৰা হয়।

কোনো এটা শব্দ বিকাৰীনে অবিকাৰী, সেই কথাটো বাক্যত হোৱা প্ৰয়োগৰ ধৰণৰ ওপৰত নিৰ্ভৰশীল। ওপৰত এনে উদাহৰণ দিয়া হৈছে। ভাষা-ভেদে একে অৰ্থসূচক শব্দও এই কাৰণে পৃথক্ শ্ৰেণীৰ হ'ব পাৰে। যেনে—সংস্কৃত ভাষাত 'মিথ্যা' শব্দটো অবিকাৰী শব্দ বুলি ধৰা হয়; কিন্তু অসমীয়া ভাষাত মিছা (মিথ্যাৰ অনুবাদ) বিশেষণ বিকাৰী শব্দ। যেনে—মিছা কথা ক'ব নালাগে। কেতিয়াবা বিশেষ্য পদৰ দৰেও ব্যৱহাৰ হয়। যেনে—মিছাৰে সঁচাক কিমান দিন ঢাকি থ'বা।

অনুশীলনী —২২

১। অবিকাৰী শব্দ বুলিলে কি বুজা আৰু অবিকাৰী শব্দৰ শ্ৰেণী-বিভাজনৰ ধৰণ সম্বন্ধে চমুকৈ বুজাই লিখাঁ।

২। প্ৰত্যয়যুক্ত শব্দ বা যুৰীয়াশব্দ অবিকাৰী শব্দ বুলি ধৰিব পাৰিনে? যদি পাৰি, কেনেকৈ পাৰি উদাহৰণসহ বুজাই লিখাঁ।

৩। প্ৰশ্নাৰ্থক শব্দ আৰু প্ৰশ্নাৰ্থক প্ৰত্যয়ৰ মাজত থকা পাৰ্থক্যবোৰ কি কি? প্ৰয়োগৰ সহায়েৰে বুজাই দিয়াঁ।

৪। 'নহয়' শব্দটো বিকাৰী আৰু অবিকাৰী দুয়োটা ভাবতে প্ৰয়োগ কৰি দেখুউৱাঁ।

৫। ক্ৰিয়াবিশেষণবোৰ অবিকাৰী শব্দনে বিকাৰী শব্দ? অবিকাৰী ক্ৰিয়া-বিশেষণ আৰু বিকাৰী ক্ৰিয়াবিশেষণৰ মাজত থকা পাৰ্থক্য বাছি উলিউৱাঁ।

৬। অনুকৃপ শব্দ কাক বোলে আৰু কেই শ্ৰেণীৰ? অনুকাৰ শব্দ আৰু উপ-শব্দৰ লগত অনুকৃপ শব্দৰ সাদৃশ্য তথা বৈসাদৃশ্য সম্বন্ধে বিচাৰ কৰাঁ।

৭। ক্ৰিয়াবিশেষণ ৰূপে ব্যৱহাৰ হোৱা অনুকৃপ শব্দকেইটামান বাক্যত প্ৰয়োগ কৰি দেখুৱাই দিয়াঁ।

৮। তলত দিয়া অবিকাৰী শব্দবোৰ কোন শ্ৰেণীৰ অবিকাৰী লিখাঁ আৰু বাক্যত প্ৰয়োগ কৰাঁ।

কি, যদি, কেনেকৈ, গতিকে, দেখি, এহঁও, কেৱল, বুলি, বাদে, নিমিত্তে, হয়নে, হে, আৰু, অথবা, কিন্তু, ও।

০০০০

## সন্ধি

৪৩। **সন্ধিৰ স্বৰূপ ঃ**—অতি বেগাই উচ্চাৰণ কৰোঁতে যদি দুটা ধ্বনি মিলি এটা ধ্বনিত পৰিণত হয়, তেতিয়া সেই মিলনক সন্ধি বোলা হয়। এনে ধ্বনিৰ মিলন দুটা শব্দৰ মাজত, এটা উপসৰ্গ আৰু এটা ধাতুৰ মাজত, নাইবা উপ-সৰ্গ আৰু অন্য শব্দৰ মাজতো হোৱা দেখা যায়। নাম শব্দ, উপসৰ্গ, ধাতু শব্দ আৰু অবিকাৰীশব্দ ইহঁতৰ যেয়ে হওক, প্ৰথমটোৰ শেষৰ ধ্বনি আৰু দ্বিতীয়টোৰ প্ৰথম ধ্বনিৰ মাজতহে এনে মিলন হ'ব পাৰে। গুণ বা বৃদ্ধিৰ ক্ষেত্ৰত হোৱা সকলো মিলনকে সন্ধিৰ শ্ৰেণীত ধৰা নহয়। পৰম্পৰাৰ কালৰ পৰা সংস্কৃত

ভাষাত হোৱা এনে ধৰণৰ ধ্বনিৰ মিলনকহে সন্ধি বোলা হয়। অন্য ভাষাৰ এনে ধৰণৰ মিলনক সন্ধি বোলা নহয়। তথাপি সংস্কৃত ভাষাৰ ধ্বনিৰ আহিত গঢ় লোৱা অসমীয়া ভাষাৰ ধ্বনিৰ মিলনকো সন্ধি বুলি আমি ধৰিব পাৰোঁ। এই শ্ৰেণীৰ সন্ধিৰ সংখ্যা বৰ কম। সন্ধিৰ শ্ৰেণী-বিভাগ তলত দিয়া ধৰণে কৰিব পাৰি।

সন্ধি
- স্বৰধ্বনি-সন্ধি
- ব্যঞ্জনধ্বনি-সন্ধি
- মিশ্ৰধ্বনি-সন্ধি
  - স্বৰ-ব্যঞ্জনমিশ্ৰধ্বনি
  - বিসৰ্গ মিশ্ৰধ্বনি
  - অন্যান্য

৪১। ক) **স্বৰ সন্ধি** —দুটা স্বৰ ধ্বনি মিলি এটা হ'লে (হ্ৰস্ব+হ্ৰস্ব, হ্ৰস্ব+দীৰ্ঘ, দীৰ্ঘ+হ্ৰস্ব, দীৰ্ঘ+দীৰ্ঘ) সেই স্বৰ-ধ্বনিটো দীৰ্ঘ হয়। যেনে —সুৰ+অসুৰ= সুৰাসুৰ; মন কৰিব লগীয়া যে —ব্যঞ্জন-চিন নিদিলেও অসমীয়া ভাষাত 'অ' স্বৰান্ত শব্দৰ 'অ' ধ্বনিটো বাদ দি উচ্চাৰণ কৰা হয়। সেই বাবে লিখোঁতে শুদ্ধ হ'লেও সংস্কৃতৰ মতে উচ্চাৰণ ভুল হয়। সন্ধিৰ ক্ষেত্ৰত সংস্কৃত শব্দৰ উচ্চাৰণ সংস্কৃতৰ নিয়ম মতে হ'ব লাগিব। ওপৰত দিয়া প্ৰথমটো শব্দৰ উচ্চাৰণ সন্ধিৰ ক্ষেত্ৰত সুৰ ('অ'স্বৰান্ত) হে, সুৰ্ নহয়। সুৰ শব্দৰ অন্তিম ধ্বনি 'অ' আৰু অসুৰ শব্দৰ প্ৰথম ধ্বনি 'অ' (অ+অ) মিলি 'আ' হৈছে। এইদৰে শুভ+অশুভ=শুভাশুভ, হিম+অচল=হিমাচল, ভীম+অৰ্জুন=ভীমাৰ্জুন আদি শব্দও গঢ় লৈছে। ৰত্ন+আকৰ=ৰত্নাকৰ, দশ+আনন=দশানন ('অ'+'আ'=আ); আশা+অনুৰূপ= আশানুৰূপ, ভাষা+অনুবাদ=ভাষানুবাদ ('আ'+'অ'='আ'), বিদ্যা+আলয় =বিদ্যালয়, উমা+আনন্দ=উমানন্দ, ('আ'+'আ'='আ') প্ৰভৃতি শব্দতো একে জাতীয় 'অ' আৰু 'আ'ৰ সমষ্টি 'আ' দীৰ্ঘস্বৰ হোৱা দেখা গৈছে।

একে জাতীয় স্বৰ ই, ঈ মিলিও ঈ স্বৰ হয়। যেনে—মুনি+ইন্দ্ৰ=মুনীন্দ্ৰ, বুদ্ধি+ইন্দ্ৰ=বুদ্ধীন্দ্ৰ (ই+ই=ঈ); প্ৰতি+ঈক্ষা=প্ৰতীক্ষা, গিৰি+ঈশ=গিৰীশ (ই+ঈ=ঈ); যতী+ইন্দ্ৰ=যতীন্দ্ৰ, ৰথী+ইন্দ্ৰ=ৰথীন্দ্ৰ, ঈ+ই=ঈ); ফণী+ ঈশ্বৰ=ফণীশ্বৰ, নন্দী+ঈশ্বৰ=নন্দীশ্বৰ (ঈ+ঈ=ঈ) ইত্যাদি।

'অ'+'আ' আৰু 'ই'+'ঈ' মিলি দীৰ্ঘ হোৱাৰ দৰে 'উ'+'উ' মিলি দীৰ্ঘ স্বৰ 'ঊ' হয়। যেনে—সাধু+উক্তি=সাধূক্তি, কটু+উক্তি=কটূক্তি, বহু+

উৎপন্ন=বহূৎপন্ন, বহু+ঊৰ্ব=বহূৰ্ব, বায়ু+ঊৰ্মি=বায়ূৰ্মি, বধূ+উৎকৃষ্ট=বধূৎকৃষ্ট, স্বয়ম্ভূ+উদয়=সয়ম্ভূদয়, ভ্ৰূ+ঊৰ্ধ্ব=ভ্ৰূৰ্ধ্ব ইত্যাদি।

ঋ স্বৰত আৰম্ভ হোৱা আৰু ঋ স্বৰত শেষ হোৱা শব্দ সংস্কৃত ভাষাত যথেষ্ট থাকিলেও, তেনে ধৰণৰ শব্দৰ প্ৰয়োগ অসমীয়াত নৰ কম। সবৰ্ণ বা সমজাতীয় অন্য স্বৰ দুটা মিলি এটা দীৰ্ঘ স্বৰ হোৱাৰ দৰে দুটা ঋ মিলিও এটা দীঘ (ঋ) হয়। যেনে—পিতৃ+ঋণ=পিতৄণ।

খ) দুটা স্বৰধ্বনি মিলি এটা দীৰ্ঘ স্বৰধ্বনি হোৱাৰ পৰিবৰ্তে অন্য স্বৰ ধ্বনি বা ব্যঞ্জন ধ্বনিও হ'ব পাৰে। দীৰ্ঘ স্বৰৰ পৰিবৰ্তে হ্ৰস্ব স্বৰ হোৱা ব্যতিক্ৰমো দেখা যায়। উদাহৰণ তলত দিয়া হৈছে।

নৰ+ইন্দ্ৰ=নৰেন্দ্ৰ, শুভ+ইচ্ছা=শুভেচ্ছা (অ+ই=এ), মহা+ইন্দ্ৰ=মহেন্দ্ৰ, যথা+ইষ্ট=যথেষ্ট (আ+ই=এ), গণ+ঈশ=গণেশ, মহা+ঈশ্বৰ=মহেশ্বৰ (অ বা আ+ই বা ঈ=এ) নৰ+উত্তম=নৰোত্তম, প্ৰশ্ন+উত্তৰ=প্ৰশ্নোত্তৰ, মহা+উদয়=মহোদয়, গংগা+উদক=গংগোদক, মহা+ঊৰ্মি=মহোৰ্মি ('অ' বা 'আ'+'উ' বা 'ঊ=ও')।

ঋ স্বৰযুক্ত সন্ধিত কিছু ব্যতিক্ৰম ঘটে। যেনে—উত্তম+ঋণ=উত্তমৰ্ণ, অধম+ঋণ=অধমৰ্ণ, দেৱ+ঋষি=দেৱৰ্ষি, মহা+ঋষি=মহৰ্ষি। এই সন্ধিবোৰত 'ঋ'টো 'ৰেফ্' হৈ গ'ল আৰু মহা শব্দৰ 'আ' ধ্বনিটো হ্ৰস্ব হৈ পৰিল, ('আ >অ' হ'ল)।

'ই' বা 'ঈ'ৰ পাছত 'অ' বা 'আ' থাকি সন্ধি হ'লে 'ই, ঈ' য় হয়। তেতিয়া 'অ' বা 'আ' ধ্বনিটো য় ধ্বনিত যোগ হৈ 'য়' বা 'য়া' ধ্বনি সৃষ্টি কৰে। যেনে—অতি+অন্ন=অত্যন্ন (ই+অ=য়, ্য), অতি+আচাৰ=অত্যাচাৰ (ই+আ=য়া>্যা), এইদৰেই নদী+আগতা=নদ্যাগতা, অতি+আশা=অত্যাশা প্ৰভৃতি ৰূপো হয়।

ই বা ঈ ৰ পাছত উ বা ঊ থাকিলে দুয়োটা মিলি য়ু বা য়ূ হয়। যেনে—অতি+উত্তম=অত্যুত্তম, অভি+উদয়=অভ্যুদয়, অতি+ঊৰ্মি=অত্যূৰ্মি ইত্যাদি। উ বা ঊৰ পাছত অ বা আ থাকিলে যথাক্ৰমে ৱ বা ৱা হয়। যেনে—অনু+অয়=অন্বয় (উ+অ=ৱ), বহু+আশা=বহ্বাশা (উ+আ=ৱা) ইত্যাদি।

ঋ ধ্বনিৰ পাছত অ বা আ ধ্বনি থাকিলে ঋ ধ্বনিটোৰ হৈ বৰ্ণৰ তলত বহে। যেনে—পিতৃ+অনুমতি=পিত্ৰনুমতি (ঋ+অ=ৰ), মাতৃ+আদেশ=মাত্ৰাদেশ (ঋ+আ=ৰা), ঋ ৰ পাছত ই হ'লে ৰি হয়। যেনে—পিতৃ+ইচ্ছা=পিত্ৰিচ্ছা

(তৃ+ই=ত্রি), ঋ+ঈ=ৰী হয়। যেনে —ভ্রাতৃ+ঈক্ষা=ভ্রাত্রীক্ষা (তৃ+ঈ=ত্রী। এইদৰে ঋ ধ্বনিৰ পাছত এ, ঐ, ও আৰু ঔ থাকিলে যথাক্রমে ৰে, ৰৈ, ৰো আৰু ৰৌ হয়। ঋ ৰ পাছত উ থাকিলে ৰু হয়। যেনে —পিতৃ+উপদেশ=পিত্রুপদেশ। অসমীয়া ভাষাত ঋ ধ্বনিৰ পাছত এ, ঐ, ও আৰু ঔ ধ্বনি যোগ হোৱা শব্দৰ প্রয়োগ বৰ কম।

গ) 'অ' বা 'আ' ধ্বনিৰ পাছত 'ঋ' ধ্বনি থাকিলে দুয়োটা মিলি' আৰ্ ' হ'ব পাৰে। যেনে —সুখ+ঋত=সুখার্ত, কম্বল+ঋণ=কম্বলার্ণ, বসন+ঋণ=বসনার্ণ, দশ+ঋণ=দশার্ণ। কিছুমান ক্ষেত্রত 'অৰ্ ' হয়। যেনে —পৰম+ঋত=পৰমর্ত, অধম+ঋণ=অধমর্ণ, উত্তম+ঋণ=উত্তমর্ণ, আ+ঋত=আর্ত ইত্যাদি।

অ বা আৰ পাছত এ বা ঐ থাকিলে দুয়োটা ধ্বনি মিলি ঐ ধ্বনি হয়। যেনে —মত+এক মতৈক, জন+এক জনৈক, তথা+এৱচ=তথৈৱচ, মহা+ঐশ্বর্য=মহৈশ্বর্য ইত্যাদি। অ বা আ ধ্বনি আৰু ও বা ঔ ধ্বনি মিলিও ঔ ধ্বনি হয়। যেনে —বন+ওষধি=বনৌষধি, মহা+ঔষধ=মহৌষধ, জল=ওকস্ (ওক=বাসস্থান বা ঘৰ)=জলৌকস্ ইত্যাদি।

ভিন্নস্বৰ পাছত থাকিলে 'এ, ঐ, ও' আৰু' ঔ' 'অয 'অয' (অয়), 'আয়' 'অৱ' আৰু আৱ হয়। যেনে —চে+অন=চয়ন, নে+অন=নয়ন, শে+অন=শয়ন, গৈ+অন=গায়ন, গৈ+অক=গায়ক, নৈ+অক=নায়ক; পো+অন=পৱন, ভো+অন=ভৱন, পৌ+অক=পাৱক, নৌ+ইক=নাৱিক, ভৌ+উক=ভাৱুক ইত্যাদি।

ঘ) অসমীয়া ভাষাত ব্যৱহাৰ নোহোৱা সংস্কৃত শব্দৰ সন্ধি সম্বন্ধীয় নিয়মবোৰ এই ক্ষেত্রত আমাৰ আলোচনাৰ বিষয় নহয়। অসমীয়া ভাষাত ব্যৱহাৰ হোৱা কেইটামান বিশেষ শব্দৰ গোটাচেৰেক উদাহৰণ তলত দিয়া হৈছে।

ধা+উতঃ (ধাৱ+ক্ত)=ধৌতঃ >ধৌত (পাণিনি ৬।১।৮৯), অক্ষ+ঊহিনী=অক্ষৌহিণী, স্ব+ঈৰঃ=স্বৈৰঃ, স্ব+ঈৰী=স্বৈৰী, স্ব+ঈৰিণী=স্বৈৰিণী, প্র+ঊঢ়=প্রৌঢ়, গো+অগ্রম্=গৱাগ্রম্, গোঽগ্রম, গো+অজিনম্=গৱাজিনম্, গো+অক্ষ=গৱাক্ষ, গো+ইন্দ্র=গৱেন্দ্র, গো+যৎ>যম্=গৱ্যম্, নৌ+যম্=নাৱ্যম্ লো+যম্=লৱ্যম্, লৌ+যৎ=লাৱ্যম্, ক্ষে+যম্=ক্ষয্যম, (ক্ষয় হ'ব লগীয়া অর্থত ক্ষেয়ম্ হয়)। জি+যম্=জয্যম্ (উচিত অর্থত জেয়ম্)। ক্রী>ক্রে+যম্=ক্রয্যম্ (বিক্রীৰ বাবে প্রস্তুত কৰিৰখা বস্তু), ক্রে+যম্=ক্রেয়ম (কিনিব লগীয়া বস্তু)। দ্রঃ পাণিনি ৬।১।১২২—৬।১।৮২।

৪২। **ব্যঞ্জন সন্ধি** —দুটা ব্যঞ্জনধ্বনি মিলি এটা ব্যঞ্জনধ্বনিত পৰিণত হোৱাকে ব্যঞ্জন সন্ধি বোলা হয়। নিয়ম আৰু উদাহৰণ তলত দিয়া হ'ল।

ক) **ৎ (ত্) বা দ্ > চ** —চ বা ছ পাছত থাকিলে ৎ বা দ্ > চ্ হয়। যেনে— উৎ + চাৰণ = উচ্চাৰণ, বিপৎ + চিন্তা = বিপচ্চিন্তা, সৎ + চিৎ = সচ্চিৎ, সৎ + চৰিত্ৰ = সচ্চৰিত্ৰ, উৎ + ছেদ = উচ্ছেদ, উৎ + ছন্ন = উচ্ছন্ন ইত্যাদি।

**ৎ বা দ্ > জ্** —জ বা ঝ পাছত থাকিলে ৎ বা দ্ > জ্ হয়। যেনে—জগৎ + জীৱন = জগজ্জীৱন, উৎ + জ্বল = উজ্জ্বল, সৎ + জন = সজ্জন, বিপৎ + জাল = বিপজ্জাল, তৎ + জন্য = তজ্জন্য, বৃহৎ + ঝনৎকাৰ = বৃহজ্ ঝনৎকাৰ, উৎ + জয়িনী = উজ্জয়িনী।

**ৎ বা দ্ > ট্** —ট বা ঠ পাছত থাকিলে ৎ বা দ্ > ট্ হয়। যেনে—মহৎ + টংকাৰ = মহটংকাৰ, মহৎ + ঠ = মহট্ঠ (শিৱ), বৃহৎ + ঠকুৰ (দেৱতা বা দেৱ-প্ৰতিমা) = বৃহট্ ঠকুৰ।

**ৎ বা দ্ > ড্** —ড বা ঢ পাছত থাকিলে ৎ বা দ্ > ড্ হয়। যেনে—উৎ + ডীন (উড়ন) উড্ডীন।

**ৎ বা দ্ > ল্** —ল পাছত থাকিলে ৎ বা দ্ > ল্ হয়। যেনে—উৎ + লেখ = উল্লেখ, উৎ + লাস = উল্লাস, তৎ + লীন = তল্লীন।

**ৎ বা দ্ > চ্** —শ পাছত থাকিলে ৎ বা দ্ > চ্ হয় আৰু 'শ > ছ' হয়। যেনে— মৃৎ + শকটিকা = মৃচ্ছকটিকা, মহৎ + শক্তি = মহচ্ছক্তি, মহৎ + শাস্ত্ৰ = মহচ্ছাস্ত্ৰ।

খ) **ন > ঞ** —চ্ বা জ্ আগত থাকিলে ন > ঞ হয়। যেনে—যজ্ + ন = যজ্ঞ, যাচ্ + না = যাচ্ঞা ইত্যাদি।

**ৎ > দ্** —হ পাছত থাকিলে ৎ > দ্ হয়। লগতে হ + ধ হয়। যেনে—তৎ + হিত = তদ্ধিত, উৎ + হাৰ = উদ্ধাৰ, উৎ + হত = উদ্ধত, উৎ + হৃতি = উদ্ধৃতি।

**ত > ট, থ > ঠ** —ষৰ পাছত থকা ত, থ যথাক্ৰমে ট, ঠ হয়। যেনে—কৃষ্ + তি = কৃষ্টি, প্ৰবিশ্ > প্ৰবিষ্ + ত = প্ৰবিষ্ট; পাছৰ বৰ্ণৰ লগত সন্ধি হ'ব লগীয়া শ্ > ষ্ হোৱা দেখা যায়। যেনে—নশ্, নষ্ + ত = নষ্ট, দৃশ্ + ত = দৃষ্ট, ষষ্ + থ = ষষ্ঠ।

**ক্ > গ্, চ্ > জ্, ট্ > ড্, ৎ > দ্, প্ > ব্** —ক, চ, ট আৰু পৰ পাছত স্বৰবৰ্ণ, বৰ্গৰ তৃতীয়, চতুৰ্থ বৰ্ণ (গ, জ, ড, দ, ব; ঘ, ঝ, ঢ, ধ, ভ), য, ৰ, ল, ৱ, হ কোনোবা এটা থাকিলে যথাক্ৰমে ক্ > গ্, চ্ > জ্, ট্ > ড্, ৎ > দ্ আৰু প্

>ব্ হয়। যেনে —দিক্ + বলয় = দিগ্বলয়, দিক্ + অন্ত = দিগন্ত, দিক্ + গজ্ দিগ্গজ, ণিচ + অন্ত = ণিজন্ত, পঞ্চ + আপ = পঞ্জাব, পঞ্চ + ইকা = পঞ্জিকা (তিথি, বাৰ, নক্ষত্ৰ, যোগ আৰু কৰণ এই পাঁচোটাক পঞ্চ বুলিছে), ষট্ + আনন = ষড়ানন, বৃহৎ + ৰথ = বৃহদ্ৰথ, সৎ + উপদেশ = সদুপদেশ, অপ্ + দ = অব্দ, উৎ + গ্ৰীৱ = উদ্গ্ৰীৱ, উৎ + গতি = উদগতি।

**ক্ > ঙ, ৎ > ন** —ন বা ম পাছত থাকিলে ক্ > ঙ্ আৰু ৎ > ন্ হয়। যেনে— বাক্ + ময় = বাঙ্ময়, মৃৎ + ময় = মৃন্ময়, দিক্ + নাগ = দিঙ্নাগ, জগৎ + নাথ = জগন্নাথ, উৎ + মত্ত = উন্মত্ত, তৎ + মাত্ৰ = তন্মাত্ৰ, উৎ + মনা = উন্মনা, ইত্যাদি।

গ) 'স্থা' আৰু 'স্তম্ভ্' ধাতু উপসৰ্গৰ পাছত থাকিলে ধাতুৰ প্ৰথম বৰ্ণ 'স্ লোপ' পায়। যেনে —উৎ + স্থান = উত্থান, উৎ + স্তম্ভ = উত্তম্ভ।

ঘ) 'অহন্' শব্দৰ পাছত ৰাত্ৰ শব্দ যোগ হ'লে অহন্ শব্দৰ 'ন্ লোপ' হয়, কিন্তু তাৰ পৰিবৰ্তে 'ও আগম' হয়। যেনে —অহন্ + ৰাত্ৰ = অহোৰাত্ৰ; সেইদৰে অহন্ শব্দৰ পাছত গণ, মুখ, ৰূপ শব্দ থাকিলে অহন্ > অহো হয় (অহোগণ, অহোমুখ, অহোৰূপ ইত্যাদি)।

'ৰাজ্' শব্দৰ আগত সম্ উপসৰ্গ থাকি সন্ধি হ'লে ৰাজ্ > 'ৰাট্' হয় (সম্ + ৰাজ্ = সম্ৰাট)। কাম শব্দৰ আগত থকা 'সম্' > 'স' হয় (সম্ + কাম = সকাম)। শব্দৰ প্ৰথম বৰ্ণ 'স'ৰ আগত অ, আ ভিন্ন স্বৰবৰ্ণ বহিলে 'স > ষ' হয়। যেনে —অভি + সেক = অভিষেক (ই + স = ষ)। এই নিয়ম মতেই নিসিদ্ধ > নিষিদ্ধ, বিসম > বিষম; সুষুপ্তি, নিষেধ, বিষাদ, নিষাদ আদিও হয়।

অ, আ ভিন্ন স্বৰ আগত থাকিলেও 'ঋ' বা 'ৰ' যুক্ত সংস্কৃত ধাতুৰ স মূৰ্দ্ধন্য নহয়। যেনে —বি + স্মৰণ = বিস্মৰণ, (স্মৃ ধাতু), অনু + সৰণ = অনুসৰণ (সৃ ধাতু) বি + সৰ্গ = বিসৰ্গ (সৃজ্ ধাতু) ইত্যাদি।

স্পৰ্শবৰ্ণৰ আগত থকা 'ম্' অনুস্বাৰ বা সেই বৰ্গৰ পঞ্চমবৰ্ণ হয়। যেনে —সম্ + কল্প = সংকল্প, কিম্ + চিৎ = কিঞ্চিৎ, সম্ + তোষ = সন্তোষ, ; ম্ৰ পাছত অন্তস্থ বা উষ্মবৰ্ণ থাকিলে ম্ > ং হয়। যেনে —সম্ + যোগ = সংযোগ, সম্ + হাৰ = সংহাৰ, সম্ + ৰক্ষণ = সংৰক্ষণ; সেই দৰে সংলাপ, কিংকৰ্তব্য, সংবাদ প্ৰভৃতিও হয়।

ঙ) 'সম্' বা 'পৰি' উপসৰ্গ আৰু কৃ ধাতুৰ সন্ধি হ'লে 'স্' আগম হয়। যেনে— সম্ + কাৰ = সংস্কাৰ (সম > সং + স্ + কাৰ), সেইদৰে সম্ + কৃত = সংস্কৃত, সম্ + কৃতি = সংস্কৃতি, ; পৰি উপসৰ্গৰ পাছত আগম হোৱা 'স্' ধ্বনিটো ই ধ্বনিৰ পাছত হোৱা বাবে 'ষ্' ধ্বনিত পৰিণত হয় (দ্ৰঃ ষত্ববিধি)। যেনে —পৰি + কৃত (পৰিষ্ + কৃত) = পৰিষ্কৃত।

দিৱ্ শব্দৰ পাছত থকা শব্দটোৰ প্ৰথম বৰ্ণ ব্যঞ্জন হ'লে 'দিৱ' > 'দ্যু' হয়। যেনে—দিৱ্ + লোক = দ্যুলোক।

সন্ধিৰ ক্ষেত্ৰত বৰ্ণৰ 'আগম' হোৱাৰ নিচিনাকৈ কেতিয়াবা লোপ আৰু বিপৰ্যয়ো হ'ব পাৰে। এনে অনিয়মক নিপাতনে সিদ্ধ বোলা হয়। যেনে—গো + পদ = গোষ্পদ, (ষ্ আগম), মনস্ + ঈষা = মনীষা (স্ লোপ), হিন্স্ > হিংস্ + অ = সিংহ, তৎ + কৰ = তস্কৰ, ('ৎ'ৰ বিকাৰ > 'স') ইত্যাদি। সিংহ শব্দত 'হ' আৰু 'স'ৰ বিপৰ্যয় হৈছে।

## ৪৩। মিশ্ৰ সন্ধি

ক) **স্বৰ-ব্যঞ্জন মিশ্ৰ**—ক, চ, ট, ত আৰু প > গ, জ, ড, দ আৰু ব হোৱা প্ৰসংগত ব্যঞ্জন বৰ্ণৰ লগত স্বৰবৰ্ণ যোগ হোৱাৰ উদাহৰণ দিয়া হৈছে (দিক্ + অন্ত = দিগন্ত প্ৰভৃতি)। অভিষেক, নিষিদ্ধ, বিষম প্ৰভৃতি শব্দতো স্বৰ-ব্যঞ্জন সন্ধি হৈছে (ই + স + এ = যে, ই + স = ষ ইত্যাদি)।

সম্ উপসৰ্গৰ 'ম্'টো সন্ধি হ'লে 'ং' হয়। অনুস্বাৰ সদাই কোনোবা এটা স্বৰ বৰ্ণৰ পাছতহে থাকে। যেনে—সম্ + লগ্ন = সংলগ্ন, সম্ + যোগ = সংযোগ, সম + ৰক্ষণ = সংৰক্ষণ, সম্ + শোধন = সংশোধন, সম্ + সিদ্ধি = সংসিদ্ধি ইত্যাদি; কিন্তু স্বৰবৰ্ণৰ আগত থকা বৰ্ণটো যদি ম্ হয়, তেতিয়া সি ং নহয়। যেনে—সম্ + উৎপন্ন = সমুৎপন্ন, সম্ + আধি = সমাধি।

অনুস্বাৰৰ পাছত যি বৰ্গৰ বৰ্ণ থাকে, 'অনুস্বাৰ'ৰ উচ্চাৰণো সেই বৰ্গৰ 'পঞ্চম বৰ্ণৰ' দৰে হয়। যেনে—সম্ + গতি = সংগতি > সঙ্গতি, গম্ + গা = গংগা > গঙ্গা, সম্ + চয় = সঞ্চয় (অসমীয়া ভাষাত সংযুক্ত বৰ্ণ ঞৰ উচ্চাৰণ 'ন'ৰ নিচিনা হয়), সম্ + জাত = সঞ্জাত, সম্ + জ্ঞা = সংজ্ঞা (জ + ঞ = গ্যৰ নিচিনা উচ্চাৰণ হোৱা বাবে অনুস্বাৰৰ উচ্চাৰণ ইয়াত গ থকা বৰ্গৰ পঞ্চম বৰ্ণ 'ঙ'ৰ দৰে (সঙ্গ্যা) হৈছে। প বৰ্গৰ আগত থকা সম্ > সং বৰ্গৰ পঞ্চম বৰ্ণ ম বাবে সলনি নহয়। নাগৰী লিপিত উচ্চাৰণ সলনি নহ'লেও লিখাৰ সুবিধাৰ কাৰণে প বৰ্গৰ বৰ্ণৰ আগতো ং ব্যৱহাৰ কৰা হয়। যেনে—সম্ + বল = সংবল, সম্ + প্ৰতি = সংপ্ৰতি, সম্ + ভৱ = সংভৱ ইত্যাদি। অসমীয়া ভাষাত এইদৰে লিখা নহয়; কিন্তু নাগৰী লিপিত লিখা সংস্কৃত ভাষা পঢ়োঁতে এনে প্ৰয়োগ সম্বন্ধে জনাৰ আৱশ্যক হয়। সম্ উপসৰ্গৰ পাছত ম বৰ্ণ থাকিলে উচ্চাৰণ ম্ম হয়। যেনে—সম্মান, সম্মতি, সম্মেলন; কিন্তু অসমীয়া ভাষাত সন্মান, সন্মতি, সন্মিলন প্ৰভৃতি অপভ্ৰংশ ৰূপহে বেছিকৈ প্ৰচলিত।

খ) **ব্যঞ্জন-বিসৰ্গ মিশ্ৰ** —১) বিসৰ্গৰ পাছত 'চ' বা 'ছ' থাকিলে ঃ>শ হয়। যেনে —নিঃ+চয়=নিশ্চয়, শিৰঃ+ছেদ=শিৰশ্ছেদ, নিঃ+ছিদ্ৰ = নিশ্ছিদ্ৰ, নিঃ+চল = নিশ্চল ইত্যাদি। বিসৰ্গৰ পাছত ট বা ঠ থাকিলে 'ঃ>ষ' হয়। যেনে —ধনুঃ + টংকাৰ=ধনুষ্টংকাৰ. ত বা থ থাকিলে 'স' হয়। যেনে —মনঃ+ তাপ = মনস্তাপ ; 'অ'ৰ লগত থকা বিসৰ্গৰ পাছত যদি অ ; বৰ্গৰ তৃতীয়, চতুৰ্থ আৰু পঞ্চম বৰ্ণ ; য, ব, ল, ৰ আৰু হ ইয়াৰ কোনোবা এটা বৰ্ণ থাকে তেনেহ'লে 'বিসৰ্গ' আৰু 'অ' মিলি 'ও' হয়। কিন্তু বিসৰ্গ আৰু ব্যঞ্জনৰ মাজত সন্ধি হ'লে কেৱল 'বিসৰ্গটোৱে'ই 'ও' হয়। যেনে —বয়ঃ+জ্যেষ্ঠ=বয়োজ্যেষ্ঠ, মনঃ+ অভিলাষ = মনোভিলাষ, মনঃ + গতি = মনোগতি, মনঃ + ভাব = মনোভাব, মনঃ + মত = মনোমত, সৰঃ + ৰব = সৰোৰব ইত্যাদি। ওপৰত দিয়া শব্দসমূহৰ লগত যি বিসৰ্গ আছে, সি মূলতঃ 'স'হে আছিল (মনস্ = মনঃ, সৰস্ = সৰঃ, বয়স্ = বয়ঃ আদি)। সেই বাবে এইবোৰ বিসৰ্গক 'স'জাত বিসৰ্গ বোলা হয়।

বিসৰ্গৰ পাছত যদি 'অ' ভিন্ন কোনোবা স্বৰ বৰ্ণ থাকে, তেতিয়া 'স' জাত 'বিসৰ্গ' 'লোপ' পায় আৰু বাকী বৰ্ণ দুটা ওচৰ চাপি সন্ধি হয় ; কিন্তু অন্য ধ্বনি আগম নহয়। যেনে —অতঃ+এৱ = অতএব।

কিছুমান শব্দৰ শেষত 'অস্' থকাৰ দৰে কিছুমান শব্দ আৰু উপসৰ্গৰ শেষত 'অৰ্' থাকে। বাক্যত ব্যৱহাৰ কৰোঁতে বা বিভক্তিযুক্ত হওঁতে অৰ্ > অঃ হোৱা দেখা যায়। এইদৰে 'ৰ্>ঃ' হ'লে তাক 'ৰ' জাত বিসৰ্গ বোলা হয়। প্ৰাতৰ্ >প্ৰাতঃ, পুনৰ্ >পুনঃ, অন্তৰ্ >অন্তঃ, দৰ্ >দুঃ, নিৰ্ >নিঃ প্ৰভৃতি শব্দ আৰু উপসৰ্গত থকা বিসৰ্গবোৰ 'ৰ' জাত বিসৰ্গ। ঘোষবৰ্ণ পাছত থাকিলে 'ৰ' জাত বিসৰ্গ হৈ 'ৰ্' হয়। * যেনে —পুনঃ + জন্ম = পুনৰ্জন্ম, দুঃ + ভাৱনা = দুৰ্ভাৱনা, দুঃ + অভিসন্ধি = দুৰভিসন্ধি, অন্তঃ + আত্মা = অন্তৰাত্মা, নিঃ + জল = নিৰ্জল, নিঃ+আশা = নিৰাশা, প্ৰাতঃ + উত্থান = প্ৰাতৰুত্থান ইত্যাদি।

অ-আ ভিন্ন স্বৰবৰ্ণত আশ্ৰিত 'বিসৰ্গ' (ইঃ, উঃ, এঃ প্ৰভৃতি) আৰু 'ঘোষবৰ্ণ'ৰ মাজত সন্ধি হ'লে 'বিসৰ্গৰ' ঠাইত 'ৰ' হয়। যেনে —নিঃ+আশা

---

* বৰ্ণবোৰৰ উচ্চাৰণৰ বাহ্য প্ৰচেষ্টাৰ দৃষ্টিৰে বৰ্ণবোৰক দুটা ভাগত বিভক্ত কৰা হয়। কেৱল শ্বাসৰ সহায়েৰে উচ্চাৰণৰ কৰা বৰ্গৰ প্ৰথম, দ্বিতীয় বৰ্ণবোৰ (ক,খ, চ, ছ, ট, ঠ, ত, থ, প, ফ) আৰু শ, ষ, স অঘোষ বৰ্ণ। এইবোৰ উচ্চাৰণ কৰোঁতে কণ্ঠৰ তলত থকা স্বৰনলীত ঘৰ্ষণ সৃষ্টি নহয়। ওপৰত দিয়া বৰ্ণবোৰৰ বাহিৰে বাকী সকলো বৰ্ণৰ উচ্চাৰণ কৰোঁতে স্বৰনলীত ঘৰ্ষণ সৃষ্টি হয়। সেইবাবে সেইবোৰক ঘোষবৰ্ণ বোলে।

= নিৰাশা, দুঃ+উপযোগ = দুষ্পযোগ, বহিঃ+মুখ = বহির্মুখ, নিঃ+মূল = নির্মূল ইত্যাদি। মন কৰিব লগীয়া যে — এই শ্ৰেণীৰ বিসৰ্গ আৰু 'ৰ' জাত বিসৰ্গৰ মাজত সন্ধিৰ ক্ষেত্ৰত প্ৰভেদ নাই। ক, খ, প, ফ পাছত থাকিলে 'ঃ' -স' হয়; কিন্তু অ বা আ স্বৰৰ আশ্ৰিত নহৈ যদি সেই 'ঃ' অন্য স্বৰৰ আশ্ৰিত হয়, তেন্তিয়া সি 'ষ' হয়। যেনে —নমঃ+কাৰ = নমস্কাৰ, পুৰঃ+কাৰ = পুৰস্কাৰ, ভাঃ+কৰ = ভাস্কৰ, বন+পতি = বনস্পতি, কিন্তু নিঃ+কপট = নিষ্কপট, নিঃ+ফল = নিষ্ফল, নিঃ+পাপ = নিষ্পাপ ইত্যাদি।

'ঃ' আৰু 'অ'ৰ মাজত সন্ধি হ'লে 'ঃ>ও' হয় আৰু 'অ' লোপ পায়। এই লুপ্ত 'অ'টো বুজাবৰ কাৰণে অসমীয়া ভাষাৰ বৰ্তমান লিপিত 'ঽ' (ভগা হৰ নিচিনা) চিন দিয়া হয় আৰু নাগৰী লিপিত লিখা সংস্কৃতত 'S' (ৰোমান লিপিৰ এচ্‌ৰ নিচিনা) চিন ব্যৱহাৰ কৰা হয়। যেনে —প্ৰথমঃ+অধ্যায় = প্ৰথমোঽধ্যায়, নমঃ+অস্তু = নমোঽস্তু ইত্যাদি।

২) বিসৰ্গৰ পাছত ৰ থাকি সন্ধি হ'লে বিসৰ্গটো লোপ পায়; কিন্তু বিসৰ্গই আশ্ৰয় কৰি থকা স্বৰটো দীৰ্ঘ হয়। যেনে — নিঃ+ৰৱ = নীৰৱ, নিঃ+ৰস = নীৰস, নিঃ+ৰোগ = নীৰোগ। অসমীয়া ভাষাত এই নিয়ম পালনৰ ব্যতিক্ৰম দেখা যায়। অনেক প্ৰতিষ্ঠিত লেখকৰ ৰচনাত নিৰস, নিৰৱ, নিৰোগ প্ৰভৃতি প্ৰয়োগ দৃষ্টি গোচৰ হয়।

৪৪। **অন্যান্য সন্ধি** ঃ—ক) এটা বৰ্ণৰ সম্পৰ্কত আন এটা বৰ্ণ যদি দ্বিত্ব হয়, তেনেহ'লে তাকো সন্ধিৰ নিচিনা ৰূপান্তৰ বুলি ধৰিব পাৰি। অসমীয়া ভাষাৰ পুৰণি আখৰ-জোটনিত এনে ৰূপ বহুত দেখা যায়। যেনে —পৰ্ব্বত, ধৰ্ম্ম, কৰ্ম্ম, গৰ্ব্ভ, সূৰ্য্য, সৰ্ব্ব, আৰ্চ্চনা, অৰ্জ্জুন, কৰ্ণ্ণ, গৰ্ব্ব ইত্যাদি। বংগ ভাষাত দ্বিত্ব উচ্চাৰণৰ কথা আগতেই কোৱা হৈছে। মাগধী প্ৰাকৃতৰ লিখিত ৰূপ পালি ভাষাত ধম্ম, কম্ম, প্ৰভৃতি দ্বিত্ব প্ৰয়োগৰ পৰিমাণ বৰ বেছি। খ্ৰীঃ পূঃ যুগৰে পালি ভাষাৰ এনে দ্বিত্ব ৰূপত ৰেফ্ নাছিল। ৰেফ্‌ৰ পৰিবৰ্তে হে দ্বিত্ব হৈছিল। তাৰ পাছত সংস্কৃত ভাষাৰ ব্যাকৰণক নতুন গঢ় দিয়া পণ্ডিতসকলে ওপৰৰ ৰেফ্ ৰাখিও তলত থকা বৰ্ণৰ দ্বিত্ব ৰূপটোক বিকল্পে গ্ৰহণ কৰিলে [অচো ৰহাভ্যাং দ্বে' — পাণিনি ৮।৪।৪৬]। এই মতে স্বৰবৰ্ণৰ পাছত থকা 'ৰ' আৰু 'হ' বৰ্ণৰ পাছত যদি 'হ' ভিন্ন অন্য ব্যঞ্জন বৰ্ণ বহে তেনেহ'লে সেই ব্যঞ্জন বৰ্ণটোৰ দ্বিত্ব ৰূপ গ্ৰহণ কৰিব পাৰি, কিন্তু দ্বিত্ব নহ'লে ভুল হ'ব বোলা নাই। গতিকে কৰ্ম, সূৰ্য, গৰ্ব, গৰ্ভ, পৰ্বত, সৰ্ব, ধৰ্ম, অৰ্চনা, অৰ্জুন প্ৰভৃতি শব্দ সংস্কৃতৰ পৰা যাঁতিৰি অহা ৰূপ নহয়, তৎসম ৰূপহে। দ্বিত্ব ৰূপৰ লগত লোকভাষাৰ তত্ত্বৰ ৰূপবো

সম্বন্ধ ৰক্ষা পৰা নাই। যেনে—পৰ্বত শব্দটো লোক ভাষাৰ কোমল ৰূপত পৰবত>পৰেবত হয়; কিন্তু পৰববত নহয়। সেইদৰে মূৰ্খ>মূৰুখ হয়, মূৰুখখ নহয়। মৰ্ম>মৰম, ধৰ্ম>ধৰম, কৰ্ম>কৰম, পৰ্ব>পৰব, গৰ্ব>গৰব, সূৰ্য>সুৰুয প্ৰভৃতি ৰূপেও দ্বিত্ব ৰূপ সমৰ্থন নকৰে, কিন্তু সন্ধিৰ ফলত দ্বিত্ব ৰূপবোৰত এই কথা নাখাটে। যেনে —মহৎ+ত্ব = মহত্ত্ব, উৎ+তীৰ্ণ = উত্তীৰ্ণ, সৎ+ত্ব = সত্ত্ব, সৎ+তা = সত্তা, সম্+মান = সন্মান, জগৎ+নাথ = জগন্নাথ ইত্যাদি। এইবোৰত দ্বিত্ব বৰ্জন কৰিলে ভুল হ'ব।

খ) কিছুমান স্থানীয় বা দেশী শব্দও সংস্কৃতৰ দৰে সন্ধিযুক্ত হয়। এই শ্ৰেণীৰ সন্ধিও ধ্বনি তত্ত্বৰ দৃষ্টিত সংস্কৃত সন্ধিৰ ধ্বনিৰ সৈতে একে ধৰণৰ; কিন্তু এনে-ধৰণৰ সন্ধিৰ ব্যৱহাৰ অসমীয়া ভাষাত বৰ কমহে হয়। সেইবাবে দেশী বা স্থানীয় শব্দসমূহৰ সন্ধিবিষয়ক সুকীয়া নিয়ম গ্ৰন্থসমূহত লিখা নহয়। সাধাৰণতে ব্যৱহাৰ হোৱা সন্ধিযুক্ত স্থানীয় শব্দকেইটামানৰ উদাহৰণ তলত দিয়া হৈছে।

১) প্ৰথমটো শব্দ ব্যঞ্জনান্ত আৰু দ্বিতীয়টো শব্দ স্বৰবৰ্ণত আৰম্ভ হ'লে ব্যঞ্জনত স্বৰ যোগ হৈ এটা শব্দ হ'ব পাৰে। যেনে —বছৰ>বছৰ্+এক = বছৰেক> বছেৰেক (স্বৰ সামা ঘাটি ৰে বৰ্ণৰ আগৰ বৰ্ণ ছটো ছে হ'ল। কেতিয়াবা এনে স্বৰ সাম্যই শব্দৰ বহুত পৰিবৰ্তন ঘটাব পাৰে। যেনে —দিন চাৰি+এক = দিনচেৰেক ('আ' আৰু 'ই' দুয়োটা 'এ' হ'ল)।

২) বহুত সময়ত প্ৰত্যয় আৰু শব্দৰ মাজতো সন্ধি হয়। যেনে —গছ>গছ্ +উৱৈ = গছুৱৈ, ধাৰ+উৱা = ধাৰুৱা>ধৰুৱা (প্ৰযত্ন লাঘৱ বা উচ্চাৰণৰ সৰলীকৰণৰ কাৰণে ধাৰ>ধৰ হ'ল)।

৩) দুটা স্বৰৰ মাজত সন্ধি হ'লে অসমীয়া ভাষাৰ স্থানীয় শব্দতো সংস্কৃত শব্দৰ নিয়ম খাটে। যেনে —হাবি+অলীয়া = হাবিয়লীয়া, গাওঁ+অলীয়া = গাৱঁলীয়া, ঘাটৈ+অনী ঘাটৈয়নী। এই শব্দবোৰত যথাক্ৰমে —ই+অ - য়, ও+অ = ৱ আৰু ঐ+অ = য় হৈছে)।

৪) সৰলীকৰণ বা হ্ৰস্বীকৰণেই সন্ধিৰ মাই কাৰণ। এনে কৰিবলৈ যাওঁতে কেতিয়াবা শব্দৰ মূল ৰূপটো হেৰাই যায়। যেনে—পাগ্+শালি>হালি= পাঘালি>পেঘালি (মাটিৰ চৰু—কলহ পকা কৰা জুইশাল)। জুই+শাল জুহাল, পদ+স্থান = পথান, শিৰ+স্থান = শিথান>শিতান। আধা+বয়সীয়া> আদবয়সীয়া>আদহীয়া, আধা+খৰীয়া = আদখৰীয়া (আঞ্চাত খাটে)। এইবোৰক সন্ধিৰ নিয়মেৰে বান্ধিব পৰা নাযায়। তথাপি এইবিলাকত সন্ধিৰ বাহিৰেও ধ্বনি সম্বন্ধীয় আন নিয়ম আছে।

৫) সংখ্যাবাচক শব্দৰ লগত অন্য শব্দ যোগ হ'লে বহুত সময়ত সংখ্যাবাচক শব্দটোৰ অন্তিম বৰ্ণ লোপ পায়। যেনে —এক+টকা = এটকা, দুই+টকা = দুটকা, ছয়+টকা = ছটকা আদি। এইদৰে বিচাৰ কৰি চালে অসমীয়া সন্ধিৰো বহুত নিয়ম পোৱা যাব।

অনুশীলনী —২৩

১) সাৰ্থক আৰু অসাৰ্থক শব্দৰ মাজত সন্ধি হ'ব পাৰেনে নোৱাৰে? যদি পাৰে, উদাহৰণ দিয়া।

২) অসমীয়া ভাষাৰ স্থানীয় শব্দৰ সন্ধিৰ বিষয়ে নিজৰ বিচাৰ ব্যক্ত কৰা।

৩) স্বৰ সন্ধিত গুণ আৰু বৃদ্ধিৰ লক্ষণ বাছি উলিওৱা।

৪) তলত দিয়াবোৰ নিয়মৰ উদাহৰণ দিয়া। বৰ্গৰ প্ৰথম বৰ্ণ > তৃতীয় বৰ্ণ; ৎ > স্; ম্ ৰ পাছত স্ আগম; ম্ > ঙ, ঞ্, ন্, ং।

৫) নিপাতনে সিদ্ধ বুলিলে কি বুজা? উদাহৰণসহ লিখা।

৬) সন্ধি হোৱা শব্দত লোপ পোৱা 'অ'ৰ চিনটো ক'ত কেনেদৰে ব্যৱহাৰ হয় লিখা।

৭) দ্বিত্ব প্ৰয়োগৰ প্ৰয়োজন আৰু নিষ্প্ৰয়োজন সম্বন্ধে যুক্তি দাঙিধৰা।

৮) মিশ্ৰসন্ধি বুলিলে কি বুজা? প্ৰত্যেক বিধ মিশ্ৰসন্ধিৰ একোটা উদাহৰণ দিয়া।

OOOO

## সমাস

৪৫। **সমাসৰ স্বৰূপ** —দুটা বা ততোধিক শব্দ মিলি এটা শব্দ হ'লে, নতুনকৈ গঢ় লোৱা শব্দটোক সমাসবদ্ধ শব্দ বোলে। সমাস প্ৰকৃততে শব্দৰ সংক্ষিপ্তকৰণ; কিন্তু শব্দত বৰ্ণৰ লোপ বা সামান্য বিকৃতি ঘটিলেও তাত ভাবৰ বিকৃতি সাধাৰণতে নহয়। এই প্ৰসংগত মন কৰিব লগীয়া কেইটামান কথা তলত দিয়া হৈছে।

১) সমাসবদ্ধ শব্দটোক সমস্তপদ বোলা হয়। এই সমস্তপদটো দুটা বা ততোধিক পদ বা শব্দৰ সমষ্টি।

২) যিবোৰ পদৰ সমষ্টিৰে এটা সমস্ত পদ হয়, সেই পদবোৰক ব্যস্তপদ বা সমস্যমান পদ বোলে।

৩) ব্যস্তপদবোৰৰ মাজত থকা সম্পৰ্কটো প্ৰকাশ কৰিবৰ কাৰণে যি বাক্য বা বাক্যাংশৰ সহায় লোৱা হয়, তাক ব্যাসবাক্য বোলা হয়। ব্যাসবাক্যই সমাসবদ্ধ পদটো ভাঙি দেখুৱায় আৰু সমস্যমান পদবোৰক যোগ কৰি দেখুৱায়।

৪) দুটা বা ততোধিক পদ ব্যস্তপদ ৰূপে থাকিলেও ব্যস্তপদবোৰক সংক্ষেপতে আগত থকা পদ বা পূৰ্বপদ আৰু পাছত থকা পদ বা উত্তৰপদ বুলি দুটা ভাগত বিভক্ত কৰা হয়। পূৰ্বপদ আৰু উত্তৰ পদৰ ভাৱৰ গুৰুত্বৰ ওপৰত নিৰ্ভৰ কৰি সমস্তপদবোৰক চাৰিটা শ্ৰেণীত ভাগ কৰা হৈছে। গতিকে মূলতঃ সমাস চাৰিবিধ। প্ৰত্যেক বিধৰে লক্ষণ আৰু নাম তলত দিয়া হৈছে।

**৪৬। সমাসৰ শ্ৰেণী বিভাগ**

| | |
|---|---|
| ক —উভয়পদপ্ৰধান | দ্বন্দ্ব সমাস |
| খ —অন্যপদপ্ৰধান | বহুব্ৰীহি সমাস |
| গ —পূৰ্বপদপ্ৰধান | অব্যয়ীভাব সমাস |
| ঘ —উত্তৰপদপ্ৰধান | তৎপুৰুষ সমাস |

সমাসৰ বিচাৰ অসমীয়া ব্যাকৰণতো সংস্কৃত ব্যাকৰণৰ আঁহিতে কৰা হয়। গতিকে এই প্ৰসংগত দেশী বা স্থানীয় আৰু সংস্কৃত এই দুটা শ্ৰেণীৰ সমাস বুলি ধৰাৰ প্ৰশ্ন নাহে।

**৪৭। দ্বন্দ্ব সমাস**—দ্বন্দ্ব শব্দৰ সাধাৰণ অৰ্থ সমান সমান দুটা বা এযোৰ। দুটা শব্দৰ অৰ্থ বা ভাৱত সমান গুৰুত্ব আৰোপ কৰা হয় বাবে এটা শ্ৰেণীৰ সমাসক দ্বন্দ্ব সমাস বোলা হ'ল। দ্বন্দ্ব সমাসৰো তিনিটা ভাগ—১) ইতৰেতৰ দ্বন্দ্ব, ২) সমাহাৰ দ্বন্দ্ব, ৩) একশেষ দ্বন্দ্ব।

১) দুটা শব্দৰ অৰ্থত স্পষ্ট ভাবে সমান গুৰুত্ব আৰোপ কৰিলে ইতৰেতৰ দ্বন্দ্বসমাস হয়। যেনে—ৰাম আৰু লক্ষ্মণ = ৰামলক্ষ্মণ। ইয়াত 'আৰু' শব্দটো লোপ পাইছে। 'ৰাম আৰু লক্ষ্মণ ব্যাসবাক্য। 'ৰাম, 'লক্ষ্মণ' দুয়োটা শব্দৰ প্ৰতিটো একোটা ব্যস্তপদ। 'ৰাম-লক্ষ্মণ' সমষ্টি ৰূপত সমস্তপদ। কেতিয়াবা ব্যস্ত-পদ দুটাৰ মাজত সন্ধিও হ'ব পাৰে। যেনে—ভীম+অৰ্জুন = ভীমাৰ্জুন। সন্ধি নোহোৱা ব্যস্তপদ দুটাৰ মাজত থকা সমাস চিন '-' ব্যৱহাৰ কৰা হয়। নহ'লে দুয়োটা শব্দ গোটাই একোটা শব্দ কৰি লিখা হয়। যেনে—ল'ৰা-ছোৱালী, সঁচা-মিছা, ৰজা-প্ৰজা, কিতাপ-পত্ৰ, বাঁহ-কাঠ ইত্যাদি। দ্বন্দ্ব সমাসত কোনোৱা এটা শব্দ আগত বা পাছত বহাৰ একো নিৰ্দিষ্ট নিয়ম নাই। ক'বলৈ যেনেকৈ সুবিধা তেনেকৈয়ে বহে। যেনে—লক্ষ্মীনাৰায়ণ, হৰগৌৰী, ৰামসীতা, বা সীতা-ৰাম, ৰাধাকৃষ্ণ, পুৰুষ-মহিলা ইত্যাদি।

পাণিনিৰ পাছত সংস্কৃত-ব্যাকৰণত জায়া আৰু পতি = জম্পতী > দম্পতী শব্দটো দ্বন্দ্ব সমাসৰ উদাহৰণ ৰূপে পোৱা যায়। দাৰাশ্চ পতিশ্চ = দাম্পতী শব্দও পোৱা যায়। সিদ্ধান্তকৌমুদীত নিপাতনে জ > দ হোৱা বুলিছে (২।২।৩১)।

পিছে ভাষাতত্ত্বৰ নতুন তথ্যৰ আধাৰত গৃহ অৰ্থত দম্ শব্দৰ প্ৰচলন প্ৰাক্ বৈদিক যুগত আছিল বুলি ধাৰণা কৰা হৈছে। গৃহ অৰ্থত ইংৰাজী শব্দ হোম আৰু পাৰিবাৰিক অৰ্থত দমেষ্টিক শব্দৰ প্ৰয়োগেও প্ৰাক্ বৈদিক বা আদিবৈদিক যুগত ভাৰতীয় আৰু ইউৰোপীয় ভাষাৰ মূল অৱস্থাত দম শব্দটো পৰিয়াল আৰু ঘৰ বুজাবৰ কাৰণে ব্যৱহাৰ কৰা হৈছিল যেন বুজায়। সেয়ে হ'লে ঘৰৰ গৰাকী অৰ্থত দ্বিবচনত পতি শব্দটো > পত্নী হৈছে। পতি-পত্নী উভয়কে বুজাবলৈ দম্পতী (গৃহপতি) বোলাটো সাৰ্থক হয়।

২) ব্যস্তপদ দুটাৰ ভাব বা অৰ্থ সমান ভাবে প্ৰকাশ পোৱাৰ উপৰিও সমস্ত পদটোৱে যদি অন্যপদৰ ভাব লগতে প্ৰকাশ কৰিব পাৰে, তেনেহ'লে সেই দ্বন্দ্ব সমাসক সমাহাৰ দ্বন্দ্ব সমাস বোলে। যেনে—ঘৰ আৰু দুৱাৰ = ঘৰদুৱাৰ; দা-কটাৰী, আম-কঠাল, খোৱা-পিন্ধা, পঢ়া-শুনা প্ৰভৃতি যুৰীয়া শব্দবোৰে যথাক্ৰমে সিহঁতৰ লগত থকা আন বস্তুকো বুজাব পাৰে। ঘৰ-দুৱাৰ বুলিলে ঘৰত থকা আন বস্তুবোৰকো সামৰি লোৱা বুজায়। দা-কটাৰীৰ লগতে কোৰ-কুঠাৰ, হাতোৰা, চিপৰাং প্ৰভৃতিও পৰে। আম-কঠালৰ লগত বাৰীত হোৱা অন্যান্য ফলবোৰ; পঢ়া-শুনাৰ লগত লিখা, চিন্তা কৰা; খোৱা-পিন্ধাৰ লগত ঘৰখনত প্ৰয়োজন হোৱা অন্য আৰ্থিক বিষয়বোৰ স্বাভাৱিকতে সোমাই পৰে।

সমাহাৰ দ্বন্দ্ব সমাসৰ পূৰ্বপদ বা উত্তৰপদ অনুৰূপ শব্দও হ'ব পাৰে। যেনে—শাক-পাত, গাধীৰ-পানী, মা-মছলা, গৰু-গাই, মাছ-তাছ, কল-বন ইত্যাদি। শাক্-পাত বোলোঁতে পাত সাৰ্থক শব্দ হ'লেও অনুৰূপ শব্দ ৰূপেহে ব্যৱহাৰ হৈছে। সেই বাবে ইয়াত পাত শব্দই শাকৰ লগৰ অন্যান্য খাদ্য সামগ্ৰীকহে বুজাইছে। কেৱল গছৰ পাতকে বুজোৱা নাই। গতিকে পাত শব্দত সমাহাৰৰ ভাৱটো স্পষ্ট হৈছে। কিন্তু অকল পাত শব্দটোত এনে ধৰণৰ সমাহাৰ ভাব প্ৰকাশ নাপায়। ব্যস্তপদ পাত শব্দতহে এই ভাব প্ৰকাশ পায়। মছলা শব্দৰ আগত বহা অনুৰূপ শব্দ 'মা' আৰু মাছ শব্দৰ পাছত বহা অনুৰূপ শব্দ 'তাছ' এই দুয়োটাই যথাক্ৰমে মছলাৰ লগত অনেক বস্তু আৰু মাছৰ লগৰ অন্য সামিষক বুজায়। সেইদৰে গাখীৰ-পানীৰ 'পানী' গৰু-গাইৰ 'গাই' কল-বনৰ 'বন' অনুৰূপ শব্দই পানী, গাই আৰু বনৰ সাধাৰণ শব্দটোক প্ৰকাশ কৰা নাই, সমাহাৰ অৰ্থ প্ৰকাশ কৰিছে। এনে ধৰণৰ যুৰীয়া শব্দই সমাহাৰ অৰ্থ প্ৰকাশ নকৰিলে তাক ইতৰেতৰ দ্বন্দ্ব সমাসৰ শ্ৰেণীতহে ধৰা হয়। যেনে—বাঁহ-কাঠ। কেৱল বাঁহ আৰু কাঠ হ'লে ইতৰেতৰ দ্বন্দ্ব সমাস; কিন্তু বাঁহ কাঠৰ ঘৰ বুলিলে তাৰ লগত থকা খেৰ, বেত আদিও সোমাই পৰে বাবে সমাহাৰ দ্বন্দ্ব সমাস. বাঁহ-

৩) কেতিয়াবা দুটা বা ততোধিক শব্দৰ পৰিবৰ্তে এটা শব্দকে সমস্তপদ ৰূপে ব্যৱহাৰ কৰা হয়; কিন্তু সেই শব্দটোত কেউটা ব্যস্ত পদৰ গুৰুত্ব সমান ভাবে দেখা যায়। এই শ্ৰেণীৰ দ্বন্দ্ব সমাসক একশেষ দ্বন্দ্বসমাস বোলে। যেনে—ৰাম, আব্দুলা, কনক আৰু মই আহিলোঁ বুলি নকৈ আমি আহিলোঁ বুলি ক'ব পাৰোঁ। গতিকে 'ৰাম, আব্দুলা, কনক আৰু মই' এটা ব্যাসবাক্য ;'আমি' সমস্ত পদ। সেইদৰে তোমালোক, আপোনালোক, সিহঁত, তেওঁলোক, ৰামহঁত, লীলাহঁত, দেৱতাসকল, চৰাইবোৰ প্ৰভৃতি সমূহবাচক শব্দবোৰ একশেষ দ্বন্দ্ব সমাসৰ সমস্তপদ।

ইতৰেতৰ দ্বন্দ্ব সমাসৰ সমস্ত পদত থকা দুয়োটা ব্যস্ত পদৰ অৰ্থ আৰু সমস্ত পদৰ অৰ্থৰ মাজত পাৰ্থক্য নাই। সমাহাৰ দ্বন্দ্ব সমাসত দুটা শব্দই অপ্ৰত্যক্ষ ভাবে বহুত শব্দৰ প্ৰতিনিধিত্ব কৰে আৰু একশেষ দ্বন্দ্ব সমাসত এটা শব্দই অকলে বা প্ৰত্যয়ৰ সহায়েৰে বহুত শব্দৰ প্ৰতিনিধিত্ব কৰে।

৪৮। **বহুব্ৰীহি সমাস**—ব্যস্তপদৰ সাধাৰণ অৰ্থ তলপেলাই সমস্ত পদটোৱে যদি অন্য এটা অৰ্থহে প্ৰকাশ কৰে, তেনেহ'লে সেই সমাসক বহুব্ৰীহি সমাস বোলা হয়। গতিকে এই সমাসটো দ্বন্দ্ব সমাসৰ বিপৰীত লক্ষণৰ। দ্বন্দ্ব সমাসত ব্যস্তপদৰ স্বকীয় গুৰুত্ব ৰক্ষা হয় আৰু অন্য শব্দৰ প্ৰতিনিধিত্ব কৰা বাবে গুৰুত্ব বাঢ়ে বুলিও ধৰিব পাৰি ; কিন্তু বহুব্ৰীহি সমাসত ব্যস্তপদৰ গুৰুত্ব বৃদ্ধি পোৱাৰ বিপৰীতে লোপহে পায়।

ক) সংস্কৃত ভাষাৰ ব্যাকৰণত বহুব্ৰীহি সমাসৰ শ্ৰেণী-বিভাজন সম্বন্ধীয় বহুত বিচাৰ কৰা হৈছে। সেই বিচাৰসমূহ তদ্ৰূপ গ্ৰহণ নকৰিলেও অসমীয়া ভাষাৰ ব্যাকৰণত একো অসুবিধাৰ সৃষ্টি নহয়। চমুকৈ বহুব্ৰীহি সমাসক তলত দিয়া ধৰণে বিভক্তি কৰিব পাৰি। ১) নাম-বিভক্তি ৰহিত ব্যাসবাক্যৰ ওপৰত নিৰ্ভৰশীল বহুব্ৰীহি, ২) নামবিভক্তিযুক্ত ব্যাসবাক্যৰ ওপৰত নিৰ্ভৰশীল বহুব্ৰীহি, ৩) দ্বন্দ্বাত্মক বহুব্ৰীহি। অন্যান্য ব্যাকৰণত এই তিনিটাৰ পৰিবৰ্তে 'সমানাধিকৰণ' বহুব্ৰীহি, 'ব্যধিকৰণ' বহুব্ৰীহি আৰু 'ব্যতিহাৰ' বহুব্ৰীহি বুলিহে শ্ৰেণী বিভাগ কৰা হৈছে।

১) 'সমানাধিকৰণ বহুব্ৰীহি' বা 'কৰ্মধাৰয় বহুব্ৰীহি' নামে পৰিচিত হোৱা বহুব্ৰীহি সমাসক অসমীয়া ভাষাৰ ব্যাকৰণত 'বিভক্তিৰহিত বহুব্ৰীহি সমাস' বুলিলেহে বুজিবলৈ উজু হয়। দুয়োটা ব্যস্তপদ বিভক্তিৰহিত কাৰণে এই নাম সহজ বোধগম্য আৰু সমাসটোৰ লক্ষণসূচক ; কিন্তু সমানাধিকৰণ বা কৰ্মধাৰয় নামৰ কাৰণটো সহজবোধগম্য নহয়। আনহাতে সংস্কৃত ব্যাকৰণৰ কিছুমান লক্ষণ অসমীয়া ব্যাকৰণৰ ক্ষেত্ৰত খাপ নাখায়। যেনে—পীতম্ অম্বৰম্ যস্য সঃ =

পীতাম্বৰঃ (বিষ্ণু), নির্মলং জলং যস্যা সা = নির্মলজলা (নদী), জিতানি ইন্দ্ৰিয়াণি যেন সঃ = জিতেন্দ্ৰিয়ঃ (ব্যক্তি) এই ব্যাস বাক্যকেইটাৰ ব্যস্তপদত একে বিভক্তি দেখা গৈছে। দুটা ব্যস্তপদত দুটা পৃথক্ বিভক্তি নাই। গতিকে ইহঁতক সংস্কৃত ব্যাকৰণৰ দৃষ্টিত 'সমবিভক্তি' বা 'সমকাৰক' সমাস বুলিব পাৰি; কিন্তু অসমীয়া ভাষাৰ ব্যাস বাক্যত এই তিনিওটা 'বিভক্তিৰহিত'হে হ'ব। পীত (হালধীয়া) অম্বৰ (কাপোৰ) পৰিধান কৰে (পিন্ধে) যি তেওঁ পীতাম্বৰ (বিষ্ণু), নির্মল জল যি নদীৰ সেই নদী নির্মলজলা, যিজনে ইন্দ্ৰিয়সমূহ জয় কৰিছে তেওঁ জিতেন্দ্ৰিয়। এই ব্যাস বাক্য তিনিটাৰ প্ৰথম দুটা সম্পূৰ্ণ ৰূপে বিভক্তিৰহিত, কিন্তু তৃতীয়টো ব্যাসবাক্য বিভক্তিযুক্ত হ'লেহে ভাব বেছি স্পষ্ট হয়। যেনে—'ইন্দ্ৰিয়সমূহক জয় কৰিছে' যি জনে তেওঁ জিতেন্দ্ৰিয়। ইন্দ্ৰিয়সমূহ শব্দটোৰ লগত দ্বিতীয়া বিভক্তিৰ চিন নিদিলেও কৰ্মকাৰকৰ ভাব ওলাই থাকে। গতিকে জিতেন্দ্ৰিয় সমস্তপদটোৰ ব্যাস বাক্যটো এইদৰে দেখুৱালে তাক বিভক্তিৰহিত বুলি ধৰিব পৰা নহ'ব, বিভক্তিযুক্ত ব্যধিকৰণৰ শ্ৰেণীত ধৰিব লাগিব। 'জিত হৈছে 'ইন্দ্ৰিয়'-সমূহ যাৰ তেওঁ জিতেন্দ্ৰিয়—এনে ব্যাসবাক্য হ'লে বিভক্তিৰহিত বহুব্ৰীহিৰ শ্ৰেণীত পৰিব, কিন্তু বিভক্তিৰহিত এই ব্যাসবাক্যটো সংস্কৃতৰ অনুবাদ বাক্যহে হ'ব, স্বাভাৱিক অসমীয়া বাক্য নহ'ব। এনে স্থলত একেটা সমস্তপদেই ব্যাস-বাক্যভেদে সংস্কৃত আৰু অসমীয়া ব্যাকৰণত পৃথক পৃথক শ্ৰেণীৰ হ'ব পাৰে। ভাষাভেদে বিভক্তিৰ প্ৰয়োগো স্বকীয়া হয়। যিবোৰ সংস্কৃত ব্যাসবাক্যৰ অনুবাদ অসমীয়া ভাষাত সহজতে হয়, সেইবোৰ সমস্তপদো সংস্কৃতৰে সৈতে একে শ্ৰেণীৰ হয়। যেনে —মহৎ বল যাৰ তেওঁ 'মহাবল' (বাক্তিজন) দশ আনন যাৰ তেওঁ দশানন (ৰাৱণ), কমল তুল্য লোচন যাৰ তেওঁ কমললোচন (বিষ্ণু বা কমল লোচনযুক্ত ব্যক্তি) ইত্যাদি।

অসমীয়া ভাষাত প্ৰচলিত বিভক্তিৰহিত ব্যস্তপদেৰে গঠিত বহুব্ৰীহি সমাসৰ কেইটামান উদাহৰণ তলত দিয়া হৈছে। মন কৰিব লগীয়া যে—এই শ্ৰেণীৰ সমস্ত পদটো 'আ' 'ঈ' 'ঈয়া' তদ্ধিত প্ৰত্যয়ান্ত হয়। ব্যস্তপদৰ এটা কৃদন্ত পদ হ'লেও 'আ' 'ঈ' বা 'ঈয়া' প্ৰত্যয়ান্ত হয়। যেনে—দীঘল নাক যাৰ তেওঁ দীঘল-নকা, বৰ পেট যাৰ তেওঁ বৰপেটা, বঙা চকু যাৰ তেওঁ বঙাচকুৱা; সেইদৰে দীঘলনেজা বা দীঘলনেজীয়া, তপামূৰা আদিও হয়। 'যাৰ তেওঁ' বা 'যাৰ সি' এনে অৰ্থ প্ৰকাশ কৰিবৰ কাৰণে সমস্তপদটোত আ বা ঈয়া প্ৰত্যয় যোগ দিয়া হৈছে। বহুব্ৰীহিৰ অন্যপদপ্ৰধান লক্ষণটোৱে এইশ্ৰেণী প্ৰত্যয়ৰ ওপৰত নিৰ্ভৰ কৰিছে। আ ঈ বা ঈয়া প্ৰত্যয় নথকা দীঘল নাক, তপামূৰ, বৰপেট প্ৰভৃতি শব্দ-সমূহ বহুব্ৰীহি সমাসৰ সমস্তপদ নহয়। হাত ভগা (হাত যাৰ ভগা সি), কাণ-

ছিগা (জন্তুটো বা বস্তুটো), কলাখাতী (কল খাওঁতাৰ স্ত্ৰীলিংগ), কাৱৈমাৰী (কাৱৈ মাছ মৰা বিল বা স্থান), গুণকাৰী (গুণ দিয়া বা কামত অহা বস্তু) দুখকাৰী (দুখ বা কষ্ট কৰা মানুহ), বাহপাতী (যি বাহপাতে তাৰ স্ত্ৰীলিংগ ৰূপ) প্ৰভৃতি সমস্ত পদত এটা কৃদন্ত পদ ব্যস্তপদ ৰূপে আছে।

২) নাম বিভক্তিযুক্ত ব্যস্তপদৰ বিভক্তি লুপ্ত হৈ যি বহুব্ৰীহি সমাস গঢ় লয়, সেই বহুব্ৰীহি সমাসক সংস্কৃত ব্যাকৰণত সমানাধিকৰণ আৰু ব্যধিকৰণ দুটা ভাগত বিভক্ত কৰিছে। দুয়োটা ব্যস্তপদত একে বিভক্তি থাকি লুপ্ত হ'লে সমানাধিকৰণ বহুব্ৰীহি হয়। মহাবল, নিৰ্মলজলা, পীতাম্বৰ প্ৰভৃতি এইশ্ৰেণীৰ সমানাধিকৰণ বহুব্ৰীহি হয়; কিন্তু অসমীয়া ভাষাত বিভক্তিৰহিত বুলি ধৰি লোৱা হৈছে। সুকীয়া সুকীয়া বিভক্তিযুক্ত ব্যস্তপদেৰে গঠিত বহুব্ৰীহি সমাসক সংস্কৃত ভাষাত ব্যধিকৰণ বহুব্ৰীহি বুলিছে। যেনে —বীণা পাণৌ যস্যাঃ সা = বীণাপাণিঃ (সৰস্বতী), ক্ষণে জন্ম যস্য সঃ = ক্ষণজন্মা পুৰুষঃ। এই দুটা ব্যাসবাক্য আৰু সমস্তপদ অসমীয়া ভাষাত এনে ধৰণৰ হয়। বীণাপাণিত আছে যাৰ তেওঁ বাণাপাণি, বিশেষ ক্ষণত জন্ম গ্ৰহণ কৰে যি তেওঁ ক্ষণজন্মা (পুৰুষ)। মন কৰিব লগীয়া যে—প্ৰথমটো ব্যাস বাক্যৰ প্ৰথমটো ব্যস্তপদ সংস্কৃত ব্যাকৰণ মতে প্ৰথমা বিভক্তি যুক্ত আৰু দ্বিতীয়টো ব্যস্তপদ (পাণৌ) সপ্তমী বিভক্তিযুক্ত; কিন্তু অসমীয়া ভাষাত বীণা বিভক্তিযুক্ত শব্দনহয়। সেইদৰে দ্বিতীয় ব্যাস বাক্যৰ ক্ষণে > ক্ষণত সপ্তমী বিভক্তিযুক্ত পদ; কিন্তু জন্ম পদটো বিভক্তিযুক্ত নহয়। গতিকে সংস্কৃত ভাষাৰ ব্যাস বাক্যত থকা বিভক্তিৰ আধাৰত অসমীয়া ভাষাতো সমানাধিকৰণ আৰু ব্যধিকৰণ বহুব্ৰীহি সমাসৰ বিচাৰ কৰিব নোৱাৰি। এনে স্থলত অসমীয়া ব্যাকৰণত ব্যধিকৰণ বহুব্ৰীহিক সুকীয়া সুকীয়া বিভক্তিযুক্ত ব্যস্তপদৰ সমাস বুলি নধৰি কেৱল বিভক্তিযুক্ত (এটা ব্যস্তপদত) ব্যস্তপদৰ সমাস বুলি ধৰিলেই হয়। এই শ্ৰেণীৰ অসমীয়া ব্যাসবাক্য আৰু সমস্তপদৰ উদাহৰণ তলত দিয়া হৈছে।

মূৰত ফুল যাৰ সি মূৰফুলা (এবিধ বন), কাঠত গজা ফুলৰ নিচিনা বস্তু যি সি কাঠফুলা, তেতেলীৰ নিচিনা পাত যাৰ সি তেতেলীপতীয়া, সেঙুন নাকত যাৰ সি সেঙুননকা, কঠালৰ গুটি যেন আকৃতি যাৰ সি কঠালগুটীয়া, নাৱৰ তুল্য পেট যাৰ সি নাওপেটা। এই শ্ৰেণীৰ অধিকাংশ বহুব্ৰীহি সমাস সাদৃশ্যমূলক। কাচিদৰীয়া (এবিধ বন), হাতীভৰীয়া, পাতসিয়া (এবিধ চৰাই) বনৰৌ, কলপতীয়া (ৰং), বিছাভৰীয়া, কাছপিঠীয়া প্ৰভৃতিও এই শ্ৰেণীৰ সমস্তপদ।

৩) পৰস্পৰে একেধৰণৰ কাম কৰা অৰ্থ প্ৰকাশক যি বহুব্ৰীহি সমাস হয়, সেই বহুব্ৰীহি সমাসক সংস্কৃত ব্যাকৰণ আৰু অন্যান্য অসমীয়া ব্যাকৰণত ব্যতিহাৰ

বহুব্ৰীহি সমাস বোলা হৈছে। এই ব্যতিহাৰ শব্দৰ অৰ্থ সহজবোধগম্য নহয়। বুজিবৰ সুবিধাৰ কাৰণে এনে সমাসক 'দ্বন্দ্বাত্মক বহুব্ৰীহি' সমাস বুলিব পাৰি। এই সমাসৰ সংস্কৃত উদাহৰণ তলত দিয়া ধৰণৰ। কেশেষু কেশেষু গৃহীত্বা ইদং যুদ্ধং প্ৰবৃত্তম্ = কেশাকেশি (এজনে আন জনৰ চুলিত ধৰি কৰা যুদ্ধ বা কাজিয়া = চুলিয়াচুলি) এইদৰে দণ্ডাদণ্ডি, কৰ্ণাকৰ্ণি, হস্তাহস্তি প্ৰভৃতি সংস্কৃত ব্যতিহাৰবহুব্ৰীহি সমাসৰ উদাহৰণ। এই উদাহৰণবোৰত দণ্ড, কৰ্ণ আৰু হস্ত কৰণহে, সমস্তপদৰ লক্ষ্য বস্তুটো নহয়। 'দণ্ডাদণ্ডি'য়ে দণ্ডেৰে হোৱা যুদ্ধ বুজাইছে, 'হস্তাহস্তি' বা 'হতাহতি' বুলিলেও কাজিয়াখনকহে বুজায়। 'কণাকণি' শব্দটোৱেও কাণে কাণে কথা কোৱা বুজায়। দণ্ডাদণ্ডি আৰু হতাহতিত তৃতীয়া বিভক্তি লোপ পাইছে। কাণেকাণেত সপ্তমীবিভক্তি লোপ পাইছে। দেখাদেখি (ইজনে সিজনক দেখি) লিখালিখি, শুনাশুনি, কোবাকুই, কটাকটি প্ৰভৃতি সমস্ত-পদবোৰো এই শ্ৰেণীৰ বহুব্ৰীহি সমাস; কিন্তু এইবিলাকত তৃতীয়া বা সপ্তমী বিভক্তি লোপ পোৱা নাই। আনহাতে সমস্তপদৰ মূলতে থকা ব্যস্তপদ দুটাৰ প্ৰতি-টোৱেই মূলতে ধাতু শব্দ। তাৰে প্ৰথম ব্যস্তপদটো 'আ'কাৰান্ত কৃদন্ত আৰু পাছৰটো 'ই'কাৰান্ত কৃদন্ত হৈছে। সংস্কৃত আৰু অসমীয়া দুয়োটা ভাষাৰে নাম শব্দতো যথাক্ৰমে 'আ' আৰু 'ই' প্ৰত্যয় যোগ হোৱা দেখা যায় (দণ্ডা-দণ্ডি, কেশা-কেশি, কণা-কণি, মতা-মতি ইত্যাদি)।

খ) বহুব্ৰীহি সমাসৰ সমস্তপদত থকা প্ৰত্যয় সম্বন্ধে দুটামান কথা মন কৰিব লগীয়া। যিবোৰ সংস্কৃত শব্দৰ তৎসম ৰূপটোৱেই অসমীয়াত ব্যৱহাৰ হয়, সেইবিলাক শব্দৰ বিভক্তি আৰু প্ৰত্যয়ৰ বিচাৰ অসমীয়া ভাষাত পৃথক্ ভাৱে নকৰিলেও সমাসৰ ক্ষেত্ৰত কিছুমান কথা বিচাৰ কৰিবলগীয়া আছে। তলত কেইটামান সংস্কৃত আৰু স্থানীয় শব্দৰ সমস্তপদত ব্যৱহৃত প্ৰত্যয় সম্বন্ধে চমু আলোচনা কৰা হৈছে।

১) কিছুমান সমস্তপদত প্ৰত্যয় নাথাকে। যেনে—লাওৰ খোলাৰ নিচিনা মূৰৰ আৱৰণটো 'লাওখোলা', কলৰ দিল বা ফুলৰ আকৃতিৰ অংগ 'কলাফুল', কামীৰ নিচিনা চেপেটা হাড় 'কামীহাড়' ইত্যাদি।

২) কিছুমান সংস্কৃত শব্দ উত্তৰ পদ (পাছত থকা ব্যস্তপদ) হ'লে 'অন্তিম স্বৰটো অ' হয়। যেনে—কৃত + বিদ্যা > কৃতবিদ্য, স্থিৰ + প্ৰতিজ্ঞা = স্থিৰপ্ৰতিজ্ঞ, হত + আশা > হতাশ, নিঃ + আশা > নিৰাশ। সেইদৰে পদ্ম নাভিত যাৰ তেওঁ, বা পদ্ম সদৃশ নাভি যাৰ তেওঁ 'পদ্মনাভ' পুণ্ডৰীক সদৃশ অক্ষি যাৰ তেওঁ 'পুণ্ডৰীকাক্ষ', বিশাল অক্ষি যাৰ তেওঁ বিশালাক্ষ ইত্যাদি। মহান ৰথী যি তেওঁ 'মহাৰথ', বৃহৎবল যাৰ তেওঁ মহাবলী বা মহাবল।

৩) কিছুমান সংস্কৃত সমস্তপদ 'ক' প্ৰত্যয়ান্ত হয়। যেনে —পূৰ্ণ হৈছে বয়স যাৰ তেওঁ 'পূৰ্ণবয়স্ক', মৃত হ'ল পত্নী যাৰ তেওঁ 'মৃতপত্নীক', পত্নীসহ যিজন বিদ্যমান তেওঁ 'সপত্নীক', নদী মাতৃ-তুল্য যাৰ, তেওঁ 'নদীমাতৃক'। এইদৰে অন্যমনস্ক, সাৰ্থক, সকৰ্মক, অকৰ্মক, অপুত্ৰক, বিপত্নীক আদিও হয়।

৪) পূৰ্বপদত থকা সহ আৰু সমান শব্দ বহুত সময়ত কেৱল স হয়। কেতিয়াবা এনেকুৱা সমস্তপদৰ পাছতো ক প্ৰত্যয় যোগ হয়। যেনে —সমান গোত্ৰ যাৰ তেওঁ সগোত্ৰ, সমান বা একে উদৰৰ পৰা জন্ম যাৰ তেওঁ সোদৰ (সহোদৰো হয়), সচিত্ৰ (চিত্ৰ সহ), সপৰিবাৰ, সবান্ধৱ আদিও এই শ্ৰেণীৰ।

৫) পূৰ্বপদত থকা নামবিভক্তি সমস্তপদত লোপ পায়। লোপ পোৱা বিভক্তিৰ কাৰক অনুসৰিও বহুব্ৰীহি সমাসৰ নাম হ'ব পাৰে। যেনে — মাছ যি মাৰে তেওঁ 'মাছমৰীয়া' কৰ্ম বহুব্ৰীহি (বিভক্তি চিন লোপ নাপালেও দ্বিতীয়া বিভক্তিৰ ভাব আছে)। বিকাৰ দূৰ হৈছে যাৰ তেওঁ 'নিৰ্বিকাৰ' সম্বন্ধ বহুব্ৰীহি, দেশত জন্ম যাৰ সি 'দেশজ' অধিকৰণ বহুব্ৰীহি আদি এনে ধৰণৰ সমস্তপদ। সংখ্যাৰ সহায়েৰে যিটো বস্তুৰ কথা কোৱা হয় তাক সংখ্যাত্মক বহুব্ৰীহি বুলিব পাৰি। যেনে — ত্ৰি (তিনিটা) ভুজ যাৰ সি 'ত্ৰিভুজ', চতুঃপদযুক্ত যি সি চতুষ্পদ, দ্বি ভাষা-ভাষী যি তেওঁ 'দ্বিভাষী' বা দুটা ভাষা যি কয় তেওঁ 'দোভাষী', দুটা মহল য'ত আছে সেই ঘৰ 'দুমহলীয়া' ইত্যাদি।

**৪৯। অব্যয়ীভাৱ সমাস** :—যি সমাসত পূৰ্বপদৰ অৰ্থই প্ৰাধান্য লাভ কৰে আৰু পূৰ্বপদ অবিকাৰী শব্দ (অন্যান্য ব্যাকৰণত অব্যয় শব্দ বোলা হয়) হয়, সেই সমাসক অব্যয়ীভাৱ সমাস বোলা হয়। সামীপ্য, অভাৱ, সাদৃশ্য, যোগ্যতা, বীপ্সা (পুনঃ পুনঃ), পশ্চাৎ প্ৰভৃতি অৰ্থত ব্যৱহাৰ কৰা উপসৰ্গ সমূহ (অব্যয় শব্দৰ ভাৱসূচক উপসৰ্গ সমূহ) এই সমাসৰ পূৰ্বপদ ৰূপে থাকে। অসমীয়া ভাষাত ব্যৱহৃত অধিকাংশ অব্যয়ীভাৱ সমাসৰ ব্যস্তপদ আৰু সমস্তপদ সংস্কৃত ভাষাৰ পৰা লোৱা হৈছে। কেৱল অসমীয়া ব্যস্তপদেৰে গঠিত এই শ্ৰেণীৰ সমাস সংখ্যাত বৰ কম। তলত পৃথক্ পৃথক্‌কৈ সংস্কৃত আৰু অসমীয়া অব্যয়ীভাৱ সমাসৰ উদাহৰণ দাঙিধৰা হৈছে।

**ক) সংস্কৃত অব্যয়ীভাৱসমাস** :—১) সামীপ্য অৰ্থত 'উপ' পূৰ্বপদযুক্ত সমাস —কূলৰ সমীপ উপকূল, বনৰ সমীপ উপবন, পত্নিৰ সমীপ উপপতি, সেইদৰে উপনদী, উপপথ, উপকথা আদিও হয়। মন কৰিব লগীয়া কথা যে —ইয়াত

সমীপ শব্দটো স্থানবাচক নহয়, গুণ বা লক্ষণবাচকহে। সম্পূৰ্ণ একে নহয়, কিছুমান লক্ষণ একে, এনে অৰ্থতহে সমীপ শব্দটো ইয়াত ব্যৱহাৰ কৰা হৈছে

২) অভাৱ অৰ্থত 'দুৰ্' আৰু 'নিঃ' উপসৰ্গ পূৰ্বপদ—ভিক্ষাৰ অভাৱ দুৰ্ভিক্ষ, দোষৰ অভাৱ নিৰ্দোষ, আমিষৰ অভাৱ নিৰামিষ, নীতিৰ অভাৱ দুৰ্নীতি ইত্যাদি।

৩) সাদৃশ্য অৰ্থত 'প্ৰতি' আৰু 'অনু' উপসৰ্গ—মূৰ্তিৰ সদৃশ প্ৰতিমূৰ্তি, লিপিৰ সদৃশ প্ৰতিলিপি, কৰণৰ সদৃশ অনুকৰণ, দানৰ সদৃশ অনুদান, দানৰ সদৃশ প্ৰতিদান ইত্যাদি।

৪) যোগ্য অৰ্থত 'অনু' উপসৰ্গ—ৰূপৰ যোগ্য অনুৰূপ, সন্ধানৰ যোগ্য অনুসন্ধান, শীলন (অভ্যাস)ৰ যোগ্য অনুশীলন, মোদনৰ যোগ্য (আনন্দ পাব লগীয়া বা সমৰ্থন কৰিবলগীয়া) অনুমোদন ইত্যাদি।

৫) পৰ্যন্ত অৰ্থত 'আ' উপসৰ্গ—জীৱনপৰ্যন্ত আজীৱন, মৰণ পৰ্যন্ত আমৰণ, কণ্ঠপৰ্যন্ত আকণ্ঠ, মূল পৰ্যন্ত আমূল, জানুপৰ্যন্ত আজানু ইত্যাদি।

৬) পশ্চাৎ (পাছত) অৰ্থত 'অনু' উপসৰ্গ—গমনৰ পশ্চাৎ অনুগমন, চৰৰ পশ্চাৎ অনুচৰ, সৰণৰ পশ্চাৎ অনুসৰণ, ধাৱনৰ পশ্চাৎ অনুধাৱন ইত্যাদি।

৭) বীপ্সা অৰ্থত 'অনু' আৰু 'প্ৰতি' উপসৰ্গ—ক্ৰমে ক্ৰমে অনুক্ৰমে, ক্ষণে ক্ষণে অনুক্ষণে, দিনে দিনে প্ৰতিদিনে, গৃহে গৃহে প্ৰতিগৃহে, জনে জনে প্ৰতিজনে ইত্যাদি।

এইবিলাকৰ নিচিনাকৈ স্বকীয়া স্বকীয়া অৰ্থত বহুত উপসৰ্গ আৰু অন্যান্য অবিকাৰী শব্দ পূৰ্বপদ ৰূপে সমস্তপদত থাকি অব্যয়ীভাব সমাস গঢ় দিয়ে। কেইটামান উদাহৰণ তলত দিয়া হৈছে—অক্ষিৰ গোচৰ বা অক্ষিৰ সমীপ=প্ৰত্যক্ষ, অক্ষিৰ পৰ বা অগোচৰ পৰোক্ষ, অক্ষিৰ সমীপ সমক্ষ। এই কেউটাতে অক্ষি শব্দৰ 'ই' ধ্বনি লোপ পাইছে। পাৰ হৈ যোৱা অৰ্থত অতি, উচিত বা যোগ্য অৰ্থত যথা, বিৰুদ্ধ অৰ্থত অপ প্ৰভৃতি অবিকাৰী শব্দ পূৰ্বপদ ৰূপে থাকিও অব্যয়ীভাব সমাস হয়। যেনে অতিক্ৰম, যথাশক্তি, অপৰাধ। কোনো কোনোৱে এইবিলাকক নিপাতনে সিদ্ধ বুলিও ধৰে।

খ) স্থানীয় আৰু বিদেশী শব্দৰ অব্যয়ীভাৱ সমাস :—সংস্কৃতৰ অৱ উপসৰ্গৰ তদ্ভৱ ৰূপ আও আৰু নিৰোধাৰ্থক আ স্থানীয় উপসৰ্গ পূৰ্বপদ ৰূপে থকা আওমৰণ, আওপাক, আওহাত, আজোৰা, আনগ>আনাগ প্ৰভৃতি স্থানীয় অব্যয়ীভাৱ সমাসৰ সমস্তপদ। হৰ্, অন্, বে আৰু বে বিদেশী উপসৰ্গ পূৰ্বপদ ৰূপে থকা

হৰেক (হৰ + এক) অনাহক (অন + হক = অনহক > অনাহক), বেহুচ (বে + হোশ) ; বেদখল, বেনাম, বেচৰকাৰী, গৰকণ্ডানি (গৈৰকণ্ডানী), গৰহাজিৰ (গৈৰহাজিৰ) ইত্যাদি।

**৫০। তৎপুৰুষ সমাস :—ক)** যি সমাসৰ উত্তৰ পদৰ অৰ্থ পূৰ্ব পদৰ অৰ্থতকৈ সবল আৰু ব্যাসবাক্যত দ্বিতীয়াৰ পৰা সপ্তমীৰ ভিতৰত কোনোবা এটা নামবিভক্তি থাকে, সেই সমাসক তৎপুৰুষ সমাস বোলা হয়। ব্যাসবাক্যত থকা যিটো বিভক্তি লোপ পায়, সেইটো বিভক্তিৰ নামেৰেই তৎপুৰুষ সমাসৰো নাম হয়। মন কৰিব লগীয়া যে —ব্যাসবাক্যৰ বিভক্তি লোপ হৈ অন্যপদৰ ভাব প্ৰকাশ কৰিলে ব্যধিকৰণ বহুব্ৰীহি সমাস হয় ; কিন্তু বিভক্তি লোপ হৈ উত্তৰ-পদৰ ভাবত গুৰুত্ব দিলে তৎপুৰুষ সমাস হয়। সংস্কৃত ভাষাত বিভক্তিহীন বিকাৰী শব্দ বাক্যৰ অন্তৰ্ভুক্ত নহয়। গতিকে ব্যাসবাক্যটোত বিভক্তিযুক্ত শব্দহে থাকে। অসমীয়া ভাষাত শব্দই ক্ৰিয়াৰ লগত সম্পৰ্ক স্থাপন কৰিব পাৰিলে (কাৰকৰ ভাবপ্ৰকাশ কৰিব পাৰিলে) বিভক্তিৰহিত হৈয়ো তৎপুৰুষৰ সমাসৰ ব্যাস বাক্যত ঠাই পাব পাৰে। তেতিয়া যি কাৰকৰ ভাব প্ৰকাশ কৰে, সেই কাৰকৰ বিভক্তি লোপ হোৱা বুলি ধৰি লৈ সেই বিভক্তিৰ নামেৰেই সমাসৰ সমস্ত পদৰ পৰিচয় নিদি কাৰকৰ নামেৰেও পৰিচয় দিব পাৰি। উদাহৰণ তলত দিয়া হৈছে।

**কৰ্মতৎপুৰুষ** —ৰং দিয়া ছবি, হাবিকটা দা, ল'ৰাপঢ়োৱা শিক্ষক, কিতাপখোৱা মেকু, মাতৃভক্তি। ৰং শব্দটো কৰ্মপদ যদিও ৰঙক দিয়া বুলি ব্যাসবাক্য কৰিব নোৱাৰি ; কিয়নো সেইদৰে কোনো সময়তে কোৱা নহয়। ৰঙক বুলিলে সি গৌণ কৰ্মহে হ'ব ; কিন্তু ৰংদিয়া পদটোত ৰং মুখ্য কৰ্মহে। সেইদৰে হাবি আৰু কিতাপো মুখ্য কৰ্ম । ল'ৰাক পঢ়োৱা (ল'ৰাক কিতাপ পঢ়োৱা), মাতৃক ভক্তি এই দুটা ব্যাসবাক্য স্বাভাৱিক। গতিকে ল'ৰা পঢ়োৱা আৰু মাতৃভক্তি এই দুয়োটা সমস্তপদতে দ্বিতীয়া বিভক্তি লোপ পাইছে। এইদৰে বিভক্তিচিন লোপ পোৱা আৰু নোপোৱা উভয়শ্ৰেণীৰে কৰ্ম-ভাবসূচক পদ পূৰ্বপদ ৰূপে থাকি উত্তৰ পদৰ অৰ্থত গুৰুত্ব দিয়া তৎপুৰুষ সমাসক কৰ্মতৎপুৰুষ বুলিব পাৰি। অন্যান্য ব্যাকৰণত এই সমাসক দ্বিতীয়া তৎপুৰুষ বুলিছে।

**কৰণতৎপুৰুষ** —হাতেৰে বোৱা > হাতেবোৱা, কাণেৰে শুনা > কাণেশুনা, মনেৰে গঢ়া > মনেগঢ়া, ধনেৰে কিনা > ধনেকিনা। এই উদাহৰণবোৰৰ পূৰ্বপদত থকা ৰে বিভক্তি লোপ পাইছে : কিন্তু হাত, কাণ আৰু মন শব্দৰ লগত এ বিভক্তি থাকি গৈছে। গতিকে এইবিলাকত বিভক্তিৰ আংশিক লোপহে হোৱা বুলিব পাৰি। পূৰ্বপদত থকা এই আংশিক বিভক্তিয়ে কৰণৰ ভাবপ্ৰকাশ কৰিছে।

অন্যতৎপুৰুষ সমাসত এইদৰে বিভক্তিৰ বিলোপ আংশিক ভাবে নহয়। কৰণ তৎপুৰুষৰহে এইটো বৈশিষ্ট্য। সংস্কৃতৰ তৃতীয়া তৎপুৰুষত এই বৈশিষ্ট্য দেখা নাযায়। যেনে—বিদ্যয়াহীনঃ>বিদ্যাহীনঃ, হৰিণা ত্ৰাতঃ>হৰিত্ৰাতঃ। অসমীয়া ভাষাতো কৰণ তৎপুৰুষত সদাই বিভক্তিৰ আংশিক লোপ নহয়। বহুতো সম্পূৰ্ণ লোপো হয়। যেনে—বুলিৰে ভৰা>বুলিভৰা, জলেৰে পূৰ্ণ>জলপূৰ্ণ অধ্যয়নেৰে পুষ্ট>অধ্যয়নপুষ্ট ইত্যাদি।

**নিমিত্ত তৎপুৰুষ**—দিল্লীলৈ যাত্ৰা>দিল্লীযাত্ৰা, গুৰুলৈ দক্ষিণা>গুৰুদক্ষিণা, ভূতৰ অৰ্থে বলি>(প্ৰাণীৰ কাৰণে উৎসৰ্গা কৰা বস্তু) ভূতবলি, যূপৰ নিমিত্তে কাষ্ঠ>যূপকাষ্ঠ. । এইবিলাকত নিমিত্তাৰ্থে থকা চতুৰ্থী বিভক্তিৰ চিনটো লোপ পাইছে। কোনো কোনো ক্ষেত্ৰত চতুৰ্থী বিভক্তিৰ ঠাইত ষষ্ঠী বিভক্তি বহিও নিমিত্ত অৰ্থ প্ৰকাশ কৰি ষষ্ঠী বিভক্তিযুক্ত নতুন পদ গঢ় দিয়ে। ইয়াক সমাস বুলিলে চতুৰ্থী তৎপুৰুষ সমাস বোলাতকৈ নিমিত্ত তৎপুৰুষ বুলিলেহে বেছি সাৰ্থক হয়। যেনে—পূজালৈ অনা ফুল>পূজাৰ ফুল, সবাহলৈ অনা কল>সবাহৰ কল, যাবলৈ মন>যাবৰ মন ইত্যাদি। পূজাৰ পৰা অনা ফুল, সবাহৰ পৰা অনা কল, এনে ভাব হ'লে নিমিত্ত তৎপুৰুষ নহয়; অপাদান তৎপুৰুষ বা সম্বন্ধ তৎপুৰুষহে হ'ব। যাবৰ মন বুলিলে 'যাব' ক্ৰিয়াটোৰ এটা মন বুলি বুজা নাযায়। গতিকে তাত নিমিত্ত অৰ্থহে প্ৰকাশ পাইছে। এনে স্থলত পূৰ্বপদত 'এ' বিভক্তি থকা কৰণ তৎপুৰুষৰ দৰে পূৰ্বপদত 'ৰ' বিভক্তি থকা 'নিমিত্ত তৎপুৰুষৰ সমস্তপদ'কো অসমীয়া ভাষাৰ ব্যাকৰণত স্বীকাৰ কৰিব পাৰি। অথবা এনে ধৰণৰ বিভক্তি লোপ নোহোৱা সমস্তপদবোৰক অনিয়মিত সমাস বুলি ধৰিব লাগিব; কিন্তু বিভক্তিযুক্ত কাৰণে সমস্তপদ বুলি নধৰিবও পাৰি।

**অপাদান তৎপুৰুষ**—অপাদান কাৰকৰ যি বিভক্তি, সেই বিভক্তি ব্যাসবাক্যত থকা যি সমাস, সেয়ে অপাদান তৎপুৰুষ সমাস। যেনে—যোগৰ পৰা ভ্ৰষ্ট যোগভ্ৰষ্ট, পদৰ পৰা চ্যুত পদচ্যুত, গছৰ পৰা সৰা গছসৰা, সৰ্পৰ পৰা ভয় সৰ্পভয়, কিন্তু বাঘলৈ ভয়, সাপলৈ ভয়, চোৰলৈ ভয়, অগ্নিলৈ ভয় প্ৰভৃতি প্ৰয়োগো আছে। গতিকে সৰ্পভয়, ব্যাঘ্ৰভয়, অগ্নিভয় প্ৰভৃতি শব্দ ব্যাসবাক্য-ভেদে সুকীয়া সুকীয়া সমাসৰ সমস্তপদ হ'ব পাৰে। যেনে—বাঘলৈ ভয় বা বাঘৰ নিমিত্তে ভয়>ব্যাঘ্ৰভয়, নিমিত্ত তৎপুৰুষ; কিন্তু বাঘৰ পৰা ভয়>ব্যাঘ্ৰভয় অপাদান তৎপুৰুষ।

**সম্বন্ধ তৎপুৰুষ**—সম্বন্ধসূচক বিভক্তি লোপ পালে সম্বন্ধ তৎপুৰুষ সমাস হয়। যেনে—বাঁহৰ তল>বাঁহতল, বনৰ ফুল>বনফুল, পখিৰ জাঁক>পখিজাঁক,

অৰ্থৰ চিন্তা > অৰ্থচিন্তা, ধনৰ বল > ধনবল, মনৰ বল > মনোবল ইত্যাদি ; কিন্তু পুথিভঁৰাল, বিদ্যালয় প্ৰভৃতি শব্দই বিশেষ একোটা অনুষ্ঠানক বুজালে বহুব্ৰীহিসমাসহে হ'ব।

**অধিকৰণ তৎপুৰুষ**—পূৰ্বপদৰূপে থকা অধিকৰণ কাৰকৰ বিভক্তি লোপ পাই যি সমাস হয়, তাক অধিকৰণ তৎপুৰুষ বুলি কোৱা হৈছে। যেনে—ৰণত পণ্ডিত > ৰণপণ্ডিত, কৰ্মত কুশল > কৰ্মকুশল, জ্ঞানত বৃদ্ধ > জ্ঞানবৃদ্ধ, বনত বাস > বনবাস, তলত সৰা > তলসৰা, ঘৰত ওপজা ঘৰওপজা ইত্যাদি।

৫১। **নঞ্ তৎপুৰুষ**—সাদৃশ্য, অভাব, ভিন্নতা, অল্পতা, অপ্ৰশস্ততা আৰু বিৰোধ এই ছটা অৰ্থত নঞ্ তৎপুৰুষ সমাস হয়। উত্তৰপদটো প্ৰধান কাৰণে এই সমাস তৎপুৰুষ নামে পৰিচিত। ইয়াৰ পূৰ্বপদটো নিষেধাৰ্থক ন হ'লেও সমস্তপদত অ হয়। উত্তৰপদৰ প্ৰথম ধ্বনিটো স্বৰ হ'লে অ > অন্ হয়। উদাহৰণ তলত দিয়া হৈছে। ন+ব্ৰাহ্মণ=অব্ৰাহ্মণ (সাদৃশ্য অৰ্থত), ন+সুখ= অসুখ (অভাব অৰ্থত), ন+ঘটন=অঘটন (ভিন্নতা অৰ্থত), ন+কেশী=অকেশী (অল্পতা অৰ্থত বা অভাব অৰ্থত), ন+কাল=অকাল (অপ্ৰশস্ত, অসুবিধাপূৰ্ণ অৰ্থত), ন+সুৰ=অসুৰ (বিৰোধ অৰ্থত) ; ন+এক অনেক, ন+উত্তম= অনুত্তম, ন+অস্বীকাৰ্য = অনস্বীকাৰ্য, ন+ইচ্ছা = অনিচ্ছা, ন+উচিত = অনুচিত ইত্যাদি। অপ্ৰাণীবাচক শব্দ ন+গ (গতি) = নগ (পৰ্বত) আৰু ন+গ (গতি) = অগ (গছ), ন+দণ্ড = উদণ্ড প্ৰভৃতি দুই এটা সমস্তপদত সামান্য ব্যতিক্ৰম দেখা যায়। কিন্তু্মান স্থানীয় আৰু বহিৰাগত শব্দৰ সমস্তপদো একেদৰেই গঢ় লয়। যেনে—ন+দৰকাৰ = অদৰকাৰ, ন+হক = অনহক > অনাহক, ন+ গুৰুৱা (গুৰুমনা, শাসনমনা)=অগুৰুৱা > অগৰুৱা [অপভ্ৰংশৰ সুৰত গুৰু নথকা অৰ্থত নিগুৰা শব্দৰ প্ৰচলন দেখা যায়, অগুৰুৱা এনে অৰ্থত হ'ব পাৰে]

৫২। **উপপদ তৎপুৰুষ**:—কৃতপ্ৰত্যয়ান্ত ধাতুৰ আগত উপসৰ্গৰ বাহিৰে যি পদ থাকে, সেই পদক সংস্কৃত ব্যাকৰণত উপপদ বোলে। পূৰ্বপদটো উপপদ আৰু উত্তৰপদটো কৃদন্ত পদ হ'লে যি সমাস হ'ব পাৰে তাক 'উপপদ তৎপুৰুষ' সমাস বোলা হয়। এই সমাসতো উত্তৰপদৰ অৰ্থৰ প্ৰাধান্য দেখা যায়। যেনে—কুম্ভ-কাৰ (কৃ+অণ্) = কুম্ভকাৰ। ইয়াত 'কুম্ভ'টো উপপদ আৰু 'কাৰ'টো কৃদন্ত পদ। কৰোঁতা অৰ্থ প্ৰকাশক 'কাৰ' উত্তৰ পদটোৰ গুৰুত্ব সমস্তপদটোত বেছি। এই দৰেই যশঃপ্ৰাৰ্থী > যশপ্ৰাৰ্থী, সত্যবাদী, পংকজ, প্ৰভৃতি সমস্ত পদতো উত্তৰ পদৰ গুৰুত্ব বেছি দেখা যায়। জলচৰ, উভচৰ, নিশাচৰ, খেচৰ, পাদপ, গৃহস্থ, অগ্ৰজ, নীৰজ, জলদ, খগ প্ৰভৃতি শব্দও উপপদ তৎপুৰুষ সমাসৰ সমস্তপদ বুলি ধৰা হয়।

সম্পূৰ্ণ স্থানীয় অসমীয়া শব্দেৰে গঠিত এনে সমাস চকুত নপৰে ; কিন্তু সংস্কৃতৰ তত্তৰ ৰূপ বাক্যত ব্যৱহাৰ হয়। যেনে—কুম্ভকাৰ > কুমাৰ, কৰ্মকাৰ > কমাৰ, চৰ্মকাৰ > চমাৰ। পেশকাৰ > পেছকাৰ বহিৰাগত শব্দ।

**৫৩। প্ৰাদি তৎপুৰুষ :**—কু, গতি আৰু প্ৰ প্ৰভৃতি উপসৰ্গ পূৰ্বপদ ৰূপে থকা উত্তৰপদ নামশব্দৰ লগত যি সমাস হয়, তাক প্ৰাদিসমাস বোলা হৈছে (কু গতি-প্ৰাদয়:, পাণিনি ২।২।১৮)। সুকীয়া সুকীয়াকৈ এই কেউটাক 'কু তৎপুৰুষ', 'গতি তৎপুৰুষ' আৰু 'প্ৰাদি তৎপুৰুষ' বুলিও কোৱা হয়। কু শব্দটো পূৰ্বপদ হ'লে তাক কু তৎপুৰুষ বোলে। যেনে—কুৎসিত: জনঃ = কুজন, উত্তৰ পদটো যদি স্বৰবৰ্ণত আৰম্ভ হয়, তেনেহ'লে পূৰ্বপদৰ 'কু'টো 'কৎ' হয়। যেনে—কু + অন্ন = কদন্ন (কৎ + অন্ন), কিছুমান ক্ষেত্ৰত 'কু' > 'কা' হয়। যেনে—কু + পুৰুষ = কাপুৰুষ।

প্ৰ, পৰা প্ৰভৃতি উপসৰ্গ, চ্বি আৰু ডাচ্ প্ৰত্যয়ান্ত শব্দ তথা অলম্ প্ৰভৃতি কিছুমান অবিকাৰী শব্দ ধাতুশব্দৰ লগ লাগিলে সিহঁতক 'গতি' বোলা হয়। ধাতু শব্দ আৰু গতিশব্দৰ মিলনত হোৱা সমাসকে গতি সমাস বোলে। স্বীকৃত্য, পুৰস্কৃত্য, অলংকৃত্য নমস্কৃত্য, অসৎকৃত্য, আবিষ্কৃত্য প্ৰভৃতি গতি-সমাসৰ সমস্তপদ। সংস্কৃত ভাষা-শিক্ষাৰ্থীৰ বাহিৰে সাধাৰণ ভাবে অসমীয়া ভাষা শিক্ষাৰ্থীৰ কাৰণে এই সমাসৰ বিশ্লেষণ অত্যন্ত প্ৰয়োজনীয় নহয়।

প্ৰ, পৰা আদি কেৱল উপসৰ্গ আৰু নাম শব্দৰ সংযোগত হোৱা সমাসক 'প্ৰাদি তৎপুৰুষ' সমাস বোলে। যেনে—প্ৰগতঃ আচাৰ্য = প্ৰাচাৰ্য, প্ৰগতঃ পিতামহ = প্ৰপিতামহ, সুগতঃ পুৰুষ = সুপুৰুষ, দুষ্টঃ জনঃ = দুৰ্জন, সুষ্ঠু কৃতম্ = সুকৃতম্, বিশিষ্টা মাত্ৰা = বিমাত্ৰা, প্ৰকৃষ্ট ভাৱ = প্ৰভাৱ, সু (শোভন) পন্থা = সুপন্থা, অভিগত মুখ = অভিমুখ, দুষ্টনীতি = দুৰ্নীতি ইত্যাদি।

**৫৪। কৰ্মধাৰয় সমাস :**—ক) সংস্কৃত ব্যাকৰণৰ নিয়ম মতে সমানাধিকৰণ তৎপুৰুষেই কৰ্মধাৰয় সমাস (১।২।৪২ পাণিনি)। আগতে সমানাধিকৰণ বহুব্ৰীহি সমাসৰ কথা কোৱা হৈছে। সেইমতে দুয়োটা ব্যস্তপদতে একে বিভক্তি থাকি লোপ পায় আৰু সমস্তপদটো অন্যপদপ্ৰধান হ'লে সমানাধিকৰণ বহুব্ৰীহি সমাস হয় ; কিন্তু অন্যপদ প্ৰধান নহৈ উত্তৰপদ প্ৰধান হ'লে সমানাধিকৰণ তৎ-পুৰুষ বা কৰ্মধাৰয় সমাস হয়। সমানাধিকৰণ বহুব্ৰীহি আৰু তৎপুৰুষ দুয়োটাতে ব্যস্তপদ দুটাৰ মাজত বিশেষ্যবিশেষণৰ সম্বন্ধ দেখা যায়। ব্যস্তপদ দুটাৰ প্ৰথমটো যদি সংখ্যাবাচক শব্দ হয়, তেতিয়া সমস্তপদটোক 'দ্বিগু সমাস'ৰ বোলা হয়।

খ) সংস্কৃত ভাষাত বিশেষ্যৰ লিংগ, বিভক্তি আৰু বচনৰ চিন বিশেষণতো যোগ হয়। সেইবাবে কৰ্মধাৰয় সমাসৰ বিশেষণৰ (পূৰ্বপদৰ) চিনটো সমস্তপদত লোপ পায়। যেনে—ৰক্তম্ পুষ্পম্ = ৰক্তপুষ্পম্। অসমীয়া ভাষাত বিশেষ্যৰ লিংগ, বচন আৰু বিভক্তি বিশেষণত যোগ দিয়া নহয়। গতিকে পূৰ্বপদৰ বিভক্তি লোপ হোৱাৰ প্ৰশ্নটো অসমীয়া কৰ্মধাৰয়সমাসৰ ক্ষেত্ৰত উপস্থিত নহয়। আনহাতে তৎপুৰুষ সমাসত দ্বিতীয়াৰ পৰা সপ্তমীলৈকে বিভক্তিলোপৰ কথা পোৱা যায়; কিন্তু প্ৰথমা বিভক্তি লোপৰ কথা পোৱা নাযায়। সংস্কৃত ভাষাৰ কৰ্মধাৰয় সমাসত প্ৰথমা বিভক্তি লোপ পায়। অসমীয়া কৰ্মধাৰয় সমাসত বিভক্তি লোপ নাপায়। সেইবাবে ইয়াক বিভক্তিৰহিত তৎপুৰুষ বুলি ধৰিব পাৰিলেও কৰ্তা তৎপুৰুষ বুলিব নোৱাৰি। বিশেষণ পদত কৰ্তাৰ ভাব নাথাকে কাৰণেই কৰ্তাতৎপুৰুষ হ'ব নোৱাৰে।

গ) ব্যাসবাক্যৰ ভাষাত সামান্য প্ৰভেদ হ'লেও সংস্কৃত আৰু অসমীয়া দুয়োটা ভাষাতে কৰ্মধাৰয় সমাসৰ সমস্তপদৰ মাজত পাৰ্থক্য নাই। কৃষ্ণসৰ্প, নীলোৎপল, সৎপুৰুষ প্ৰভৃতি কৰ্মধাৰয় সমাসৰ সমস্তপদবোৰ নিত্য কৰ্মধাৰয় বুলি ধৰা হয়। অসমীয়া ভাষাত কৃষ্ণসৰ্প শব্দৰ প্ৰয়োগ সাধাৰণ কথাত কৰা নহয়; কিন্তু নীলোৎ-পল, সৎপুৰুষ প্ৰভৃতিৰ প্ৰয়োগ হয়। এনে কিছুমান শব্দৰ ব্যাসবাক্য ভাঙি দেখুৱাবলগীয়া হোৱাটো ব্যাকৰণৰ কথা যদিও ৰঙাফুল, ফেনীসাপ, ঘোদাপানী, ঠেকবাট প্ৰভৃতি শব্দকিছুমান স্বভাৱতেই সমস্তপদ ৰূপে ব্যৱহৃত হৈ আহিছে।

ঘ) কৰ্মধাৰয় সমাসৰ পূৰ্বপদ স্ত্ৰীলিংগ হ'লেও কিছুমান ক্ষেত্ৰত পুংলিংগৰ দৰেহে সমস্তপদত বহে। যেনে—পাচিকা স্ত্ৰী = পাচকস্ত্ৰী, প্ৰিয়া পত্নী = প্ৰিয়পত্নী, পঞ্চমা কন্যা = পঞ্চমকন্যা ইত্যাদি।

ঙ) কৰ্মধাৰয়সমাসৰ ব্যস্তপদ দুয়োটা নামবাচক (বিশেষ্য আৰু বিশেষণ), এটা নামবাচক এটা ক্ৰিয়াবাচক আৰু দুয়োটা ক্ৰিয়াবাচকো হ'ব পাৰে। তথাপি দুয়োটা ব্যস্তপদৰ মাজৰ সম্পৰ্কটো সংজ্ঞা আৰু বিশেষণৰ দৰে হোৱা দেখা যায়। যেনে—ৰঙাফুল, বগাকাপোৰ, বাননপানী, নীলা আকাশ (সংজ্ঞা আৰু বিশেষণৰ স্বাভাৱিক সম্বন্ধসূচক)। গুৰুদেৱ, শিক্ষাগুৰু, পোনামাছ, হাতবোমা, কলগছ এই সমস্তপদবোৰত থকা পূৰ্ব আৰু উত্তৰপদ উভয়েই সংজ্ঞা শব্দ; কিন্তু সমস্তপদ হোৱাৰ পাছত পূৰ্বপদটো বিশেষণ হৈ পৰিছে। অলপ দ, ঠেক দীঘল, ন চহকী আদি সমস্তপদবোৰত পূৰ্বপদ আৰু উত্তৰপদ যথাক্ৰমে বিশেষণ আৰু বিশেষ্যৰ দৰে হৈছে যদিও মূলতে সকলো ব্যস্তপদেই বিশেষণ। সমস্ত-পদবোৰৰ লগত সংজ্ঞা শব্দ এটা লগাই দিলে পূৰ্বপদটো বিশেষণীয় বিশেষণ হৈ পৰিব। যেনে—অলপ দ পানী, ন চহকী মানুহ। এই শব্দবোৰত অলপ আৰু

ন বিশেষণীয় বিশেষণ হৈছে। সাধুসন্ত, গুণীজ্ঞানী, দানীমানী প্ৰভৃতিকো এই শ্ৰেণীৰ কৰ্মধাৰয় বুলি ধৰা হয়।

এটা ক্ৰিয়াবাচক আৰু এটা নামবাচক ব্যস্তপদৰ সমাস এনেধৰণৰ হয়— পকাকল, ফটাকানি, মৰিসুঁতি, আধাসজা, আগমৰা, ভগাঘৰ, বংদিয়া, প্ৰভৃতি সমস্ত পদবোৰৰ এটা নামশব্দ আৰু আনটো ক্ৰিয়াসূচক কৃদন্তশব্দ।

দুটা ক্ৰিয়াসূচক কৃদন্তপদ ব্যস্তপদ ৰূপে থাকি সমাস হ'লে পূৰ্বপদটো ক্ৰিয়া-বিশেষণ হয়। যেনে—কৰিখোৱা, লিখিলোৱা, শুইথকা, ভাগিযোৱা প্ৰভৃতি সমস্তপদত থকা প্ৰতিটো ব্যস্তপদেই ধাতু শব্দৰ পৰা হোৱা কৃদন্ত শব্দ।

চ) ব্যস্তপদ ৰূপে থকা 'অন্য' শব্দটো সমস্ত পদত কেতিয়াবা 'অন্তৰ' হয়। যেনে —অন্যদেশ > দেশান্তৰ, অন্যমত > মতান্তৰ, অন্যলোক > লোকান্তৰ ইত্যাদি। কেতিয়াবা সংজ্ঞাশব্দটো বিশেষণৰ দৰে আৰু বিশেষণটো বিশেষ্যৰ দৰে বহে। সেই ক্ষেত্ৰত ব্যস্তপদ দুটাৰ মাজত তুলনা বা সাদৃশ্যৰ ভাৱ প্ৰকাশ পায়। যেনে —ফুল যেন কোমল > ফুলকোমল, বজ্ৰ যেন কঠোৰ > বজ্ৰকঠোৰ, সমুদ্ৰ সদৃশ গভীৰ > সমুদ্ৰগভীৰ ইত্যাদি।

ছ) দুটা বস্তুৰ মাজত তুলনা কৰিবৰ সময়ত চাৰিটা বস্তুলৈ চকু দিব লগীয়া হয়। ১) উপমান, ২) উপমেয়, ৩) সমান ধৰ্ম, ৪) তুলনাবাচক অধিকাৰী শব্দ। এই চাৰিটাৰ প্ৰথম দুটাই ব্যস্তপদ ৰূপে সমস্ত পদতো থাকি যায়। সমান ধৰ্মটোও উপমান আৰু উপমেয়ৰ ওপৰত নিৰ্ভৰ কৰি ব্যস্তপদৰ যোগেদি প্ৰকাশ পায়। ব্যাসবাক্যত থকা তুলনাবাচক অধিকাৰী শব্দ (যেন, নিচিনা, তুল্য, সদৃশ প্ৰভৃতি) সমস্তপদত মিলি যায়। এই ক্ষেত্ৰত উপমান আৰু উপমেয় কাক বোলে সেই বিষয়ে জানিব লাগিব। তলত এই বিষয়ে বহলাই আলোচনা কৰা হৈছে।

**জ) উপমান আৰু উপমেয়** —এটা চিনাকি বস্তুৰ সহায়েৰে আন এটা অচিনাকি বস্তুৰ গুণ বা লক্ষণ বুজাবলৈ যত্ন কৰা হয়। চিনাকি আৰু অচিনাকি বস্তু দুটাৰ মাজত একোটা গুণ বা লক্ষণৰ মিল থাকিলেহে এনে কৰাটো সম্ভৱ হয়। গুণৰ এই মিলটোকে সমান ধৰ্ম বোলা হয়। এই গুণটো যাৰ গাত থকা বুলি আগৰেপৰা জনা আছে, যিঁতিয়ত থাকিলেও তাৰ সহায় লোৱা হয়। এই দৰে আগৰেপৰা চিনাকি বস্তুটোক উপমান বোলা হয় আৰু যাৰ গাত সেই গুণটো আছে বুলি বুজাবলৈ যত্ন কৰা হৈছে, তাক উপমেয় অৰ্থাৎ উপমাৰ যোগ্য বোলা হয়। যেনে—মুখখন চন্দ্ৰৰ নিচিনা সুন্দৰ। এইটো ব্যাসবাক্য। মুখ আৰু চন্দ্ৰ এই দুটা ব্যস্তপদ। মুখচন্দ্ৰ সমস্তপদ। সুন্দৰটো সমান ধৰ্ম। নিচিনাটো তুলনা বা উপমাবাচক অধিকাৰী শব্দ। এই ব্যাসবাক্যটোত সুন্দৰ শব্দটো নাথাকিলেও সুন্দৰ ভাৱটো এনেয়ে প্ৰকাশ পাব। মুখ চন্দ্ৰৰ নিচিনা >-

'মুখচন্দ্ৰ' ; ইয়াত ব্যাসবাক্যৰ অন্তিম শব্দ লোপ পাইছে। এনেদৰে অন্তিম পদ লোপ পোৱা কৰ্মধাৰয় সমাসক 'অন্ত্যপদলোপী' কৰ্মধাৰয় সমাস বোলা হয়। ব্যাসবাক্যৰ মধ্যস্থপদ লোপ পোৱা কৰ্মধাৰয় সমাসক 'মধ্যপদলোপী' কৰ্মধাৰয় সমাস বোলা হয়। যেনে—বজ্ৰযেন কঠোৰ>'বজ্ৰকঠোৰ', চন্দ্ৰ সদৃশ মুখ >চন্দ্ৰমুখ ; সমুদ্ৰগভীৰ, ফুলকোমল প্ৰভৃতিতো মধ্যপদ (সমুদ্ৰ 'সদৃশ' গভীৰ, ফুল 'যেন' কোমল) মধ্যপদ লোপ পাইছে। গতিকে এইবোৰ মধ্যপদলোপী কৰ্মধাৰয় সমাস।

ঋ) **উপমান কৰ্মধাৰয় আৰু উপমিত কৰ্মধাৰয়**—ব্যাসবাক্যৰ শব্দৰ দৃষ্টিত কৰ্মধাৰয় সমাসক অন্ত্যপদলোপী আৰু মধ্যপদলোপী নামে দুটা ভাগত বিভক্ত কৰাৰ দৰে অৰ্থ বা ভাবৰ দৃষ্টিতো কৰ্মধাৰয় সমাসক সুকীয়াকৈ বিভক্ত কৰিব পাৰি। এই বিভাগবোৰৰ এটাক উপমান কৰ্মধাৰয় আৰু আনটোক উপমিত কৰ্মধাৰয় বোলা হয়। যেতিয়া ব্যাসবাক্য আৰু সমস্তপদত উপমেয়টো লুকাই থাকে, উপমানৰ গুণ বা সমান ধৰ্মটোহে প্ৰকাশ পায়, তেতিয়া সেই কৰ্মধাৰয় সমাসক উপমান কৰ্মধাৰয় বোলে। যেনে—ফুল যেন কোমল, হিম যেন শীতল এই ব্যাসবাক্য দুটাত যথাক্ৰমে উপমান, তুলনা বা উপমাবাচক অবিকাৰী শব্দ আৰু সমানধৰ্মহে আছে, উপমেয়টো নাই। এনে স্থলত পূৰ্বপদ আৰু উত্তৰপদ মিলি যি সমস্তপদ হৈছে (ফুলকোমল, হিমশীতল), তাত উপমানৰ ধৰ্মটোৱেহে উত্তৰপদ ৰূপে গুৰুত্ব লাভ কৰিছে। সেই বাবে এই শ্ৰেণীৰ মধ্যপদলোপী কৰ্মধাৰয় সমাসক উপমান কৰ্মধাৰয় বোলা হয়। তেজ যেন ৰঙা> তেজৰঙা, কাউৰী যেন ক'লা>কাউৰীক'লা, ইত্যাদি এই শ্ৰেণীৰ মধ্যপদলোপী উপমান কৰ্মধাৰয় সমাস ; কিন্তু কাঠযেন টান কলি>কাঠকলি, গাহৰি যেন ডাঙৰপেট>গাহৰিপেট মধ্যপদলোপী কৰ্মধাৰয় সমাস হ'লেও কলি আৰু পেট উপমেয়টো ওলাই থকা বাবে উপমান কৰ্মধাৰয় নহয়।

মুখ চন্দ্ৰৰ নিচিনা সুন্দৰ>মুখচন্দ্ৰ। এই ব্যাসবাক্যত সুন্দৰ শব্দটো নহ'লেও ভাবটো বুজা যায়। সেইদৰে পদপংকজ, বিদ্যাসাগৰ, জ্ঞানবৃক্ষ, তৰ্কবাঘ প্ৰভৃতি সমস্তপদত কেৱল উপমান আৰু উপমেয়হে আছে। উপমানৰ ধৰ্মটো আৰু উপমান বস্তুটো উত্তৰপদৰূপে এটা ব্যস্তপদত থাকিলেও সি উপমেয় বস্তুটোৰহে গুৰুত্ব প্ৰকাশ কৰিছে। এইদৰে যি অন্ত্যপদলোপী কৰ্মধাৰয় সমাসত উপমান উপমেয়ৰ সমষ্টিতে সমধৰ্মিতা প্ৰকাশ পায়, সেই কৰ্মধাৰয় সমাসক উপমিত কৰ্মধাৰয় সমাস বোলা হয়। ওপৰৰ উদাহৰণবোৰত মুখ, পদ, বিদ্যা, জ্ঞান আৰু তৰ্ক উপমেয়। উপমান চন্দ্ৰ, পংকজ, সাগৰ, বৃক্ষ আৰু বাঘৰ 'ধৰ্ম বা গুণবোৰ উপমেয়বোৰত আৰোপিত হৈছে'। অৰ্থাৎ মুখক চন্দ্ৰৰ দৰে সুন্দৰ, পদক পংকজৰ দৰে পবিত্ৰ আৰু সুন্দৰ, বিদ্যাক সাগৰৰ দৰে বিশাল আৰু গভীৰ, জ্ঞানক

বস্তুৰ দৰে মূল্যবান আৰু আদৰণীয়, তেনেকৈ তৰ্কক বাঘৰ দৰে ভয়ানক বুলি বুজোৱা হৈছে।

উপমানকৰ্মধাৰয় সমাসত বিশেষণ শব্দটোৰ গুণ বিশেষ্যৰ সহায়েৰে বুজাইছে। অৰ্থাৎ বিশেষণটো বিশেষ্যৰ দৰে আৰু বিশেষ্যটো বিশেষণৰ দৰে বিপৰীতধৰ্মী হৈ বহিছে। উপমিতকৰ্মধাৰয় সমাসত দুটা বিশেষ্যপদ ব্যস্তপদ ৰূপে থাকি উদাহৰণটোৰ গুণ বা লক্ষণেৰে পূৰ্বপদৰ গুণ প্ৰকাশ কৰিছে।

ঞ) **ৰূপক কৰ্মধাৰয়** —কেইবাটাও ব্যাসবাক্যৰ সমস্তপদ একেটা হ'ব পাৰে তেতিয়া ব্যাস বাক্যটোৰ ভাব অনুসৰি সমস্তপদৰ সমাস নিৰ্ণয় কৰা হয়। একেবোৰ উপমান আৰু উপমেয় ব্যস্তপদ ৰূপে থকা সমাসৰ ক্ষেত্ৰতো এই কথা খাটে। ওপৰত আলোচনা কৰি অহা চন্দ্ৰ আৰু মুখ উপমান-উপমেয়ত এই কথা স্পষ্ট হৈ পৰে। চন্দ্ৰ যেন মুখ = চন্দ্ৰমুখ, মুখ চন্দ্ৰ সদৃশ = মুখচন্দ্ৰ আৰু মুখ ৰূপ চন্দ্ৰ = মুখচন্দ্ৰ। এই তিনিওটা ব্যাসবাক্যত চন্দ্ৰ উপমান আৰু মুখ উপমেয়; কিন্তু তিনিওটা ব্যাসবাক্যতে ভাবৰ পাৰ্থক্য আছে। মুখ চন্দ্ৰ তুল্য আৰু মুখৰূপ চন্দ্ৰ এই দুয়োটা ব্যাসবাক্যৰ সমস্তপদ একেই ; কিন্তু সমাসৰ নাম সুকীয়া। মুখ চন্দ্ৰৰ তুল্য বুলিলে উপমান আৰু উপমেয়ৰ মাজত পাৰ্থক্যটো স্বীকাৰ কৰি লোৱা হয়। মুখ ৰূপ চন্দ্ৰ বুলিলে উপমান-উপমেয়ৰ মাজত পাৰ্থক্য নথকা বুজায়। ব্যাসবাক্যৰ মধ্যপদ ৰূপে থকা 'ৰূপ' শব্দটোৱেই উপমান-উপমেয়ৰ মাজত থকা পাৰ্থক্যটো নোহোৱা কৰিছে। সেই বাবে ইয়াক 'ৰূপক কৰ্মধাৰয়' বোলা হয়। ইও এক প্ৰকাৰৰ মধ্যপদলোপী কৰ্মধাৰয়। ভাবৰ ফালৰ পৰাহে উপমান কৰ্মধাৰয়, উপমিত কৰ্মধাৰয় আৰু ৰূপক কৰ্মধাৰয় এই তিনিটা ভাগত বিভক্ত কৰা হৈছে। বিদ্যাসাগৰ (বিদ্যাৰূপসাগৰ), জ্ঞানবৃক্ষ (জ্ঞানৰূপ বৃক্ষ), প্ৰভৃতি সমস্তপদ উপমিত কৰ্মধাৰয় হোৱাৰ দৰে ৰূপক কৰ্মধাৰয়ো হ'ব পাৰে। স্নেহামৃত, জীৱননদী, নৰৰাক্ষস, অজ্ঞানঅন্ধকাৰ, জ্ঞানজ্যোতি, মোহঅন্ধকাৰ, নৰপশু প্ৰভৃতি সমস্তপদসমূহ এইদৰে উপমিত কৰ্মধাৰয় আৰু ৰূপক কৰ্মধাৰয় দুয়োটা সমাস ব্যাসবাক্যভেদে হ'ব পাৰে।

৫৫। **দ্বিগু সমাস** —ক) সংখ্যাবাচক শব্দ আগত থাকি সমাহাৰ অৰ্থ প্ৰকাশ কৰিলে উত্তৰপদপ্ৰধান আৰু ব্যাসবাক্যত বিভক্তি নথকা যি সমাস হয়, সি দ্বিগু সমাস নামে পৰিচিত হৈ আহিছে। ইয়াৰ পূৰ্বপদটো বহুসংখ্যাচক হ'লেও সমস্তপদটো একবাচক হয়। যেনে — সংস্কৃত ভাষাত—ত্ৰয়াণাং ভুৱনানাং সমাহাৰঃ ত্ৰিভুৱনম্। অসমীয়াত 'ত্ৰি ভুৱনৰ সমাহাৰ ত্ৰিভুৱন'। ত্ৰিভুৱন শব্দটোৰ পূৰ্বপদ বহুসংখ্যাবাচক হ'লেও সমস্তপদটো একসংখ্যাবাচক হৈ পৰিছে। অৰ্থাৎ তিনিওটাকে সামৰি লৈ এক যোৱা ভাব প্ৰকাশ কৰিছে বা সমাহাৰ অৰ্থ জনে

একবচন হৈছে। ত্ৰিভুৱনৰ দৰে তিনিআলি দ্বিগু সমাস। তিনিটা আলিৰ সমাহাৰ তিনিআলি। ইয়াত তিনিআলি এটা বস্তুৰহে নাম। তিনিটা আলি গোটখাই একেঠাই নহ'লে তিনিআলি বোলা নহয়। তিনি ঠাইৰ তিনিটা সুকীয়া আলিৰ কথা ক'লে তিনি আলি শব্দটো সাৰ্থক নহয়। গতিকে দ্বিগুসমাসে এটা গোট বা সমষ্টিৰ ভাব প্ৰকাশ কৰে। ইয়াৰ সমস্তপদটো সমষ্টিসূচক একবচনৰ হয়। চতুৰ্যুগ, ত্ৰিমূৰ্তি, সপ্তৰ্ষি, পঞ্চপল্লৱ, ত্ৰিগুণ, চতুৰ্ব্যূহ, সপ্ততীৰ্থ, নৱৰত্ন, সাদিন, চৌহদ, ষট্চক্ৰ প্ৰভৃতি এই শ্ৰেণীৰ (দ্বিগুসমাসৰ সমস্তপদ)।

খ) দ্বিগুসমাসৰ উত্তৰপদটো 'অ' স্বৰান্ত হ'লে সমস্তপদটো বহু সময়ত 'ঈ' স্বৰান্ত হোৱা দেখা যায়। যেনে—ত্ৰি লোকৰ সমাহাৰ ত্ৰিলোকী, পঞ্চবটৰ সমাহাৰ পঞ্চবটী। এই দৰেই চতুষ্পদী, সপ্তশতী, অষ্টাধ্যায়ী, বহুমুখী, ত্ৰিপদী প্ৰভৃতিও হয়। স্থানীয় অসমীয়া শব্দৰ সমস্তপদত পৰিবৰ্ত্তন কম দেখা যায়। দুই-এটা সমস্তপদত 'আ' আৰু 'ঈ' যোগ হয়। যেনে—তিনিখোজ, সাতপুৰুষ, দুপৰ, তিনিঘণ্টা, দহসেৰ, চাৰিআলি (পৰিবৰ্তন নোহোৱা), তিনিটা বাটৰ সমাহাৰ তেবেটা (আ স্বৰান্ত), দুটা মাহৰ সমাহাৰ দোমাহী (ঈ স্বৰান্ত) ; সংস্কৃত 'অ'স্বৰান্ত উত্তৰ পদো 'আ'স্বৰান্ত হোৱা দেখা যায়। যেনে—ত্ৰি ফলৰ সমাহাৰ ত্ৰিফলা।

**৫৬। নিত্য সমাস**—কিছুমান শব্দৰ প্ৰযোগ সদায় সমস্তপদ ৰূপেই হৈ আহিছে। তেনেবোৰ সমস্তপদৰ সমাসক নিত্যসমাস বোলা হয়। সকলো শ্ৰেণীৰ সমাসৰ সমস্তপদ নিত্যসমাসৰ অন্তৰ্ভুক্ত হ'ব পাৰে। তলত কেইটামান নিত্যসমাসৰ উদাহৰণ দিয়া হৈছে। কুম্ভকাৰ, জলচৰ (উপপদতৎপুৰুষ) ; উপবন, উপকূল, প্ৰত্যক্ষ, দুৰ্ভিক্ষ, প্ৰতিলিপি, অনুবাদ (অব্যয়ীভাব) ; বীণাপাণি, কণজন্মা, লাওখোলা, পুনৰ্ণৱা (বহুব্ৰীহি) ; দম্পতী (দ্বন্দ্ব) ; প্ৰপিতামহ, সুপুৰুষ, বিমাতা, দুনীতি (প্ৰাদি সমাস), অনুচিত, অন্যায়, অবিধি (নঞ্ তৎপুৰুষ) ; ৰঙাজৰা, নীলাকাশ, অপৰাহ্ণ, মধ্যাহ্ণ, শুক্লপক্ষ, স্বদেশ, দেশান্তৰ (কৰ্মধাৰয়) ; চাৰিআলি, সাতপুৰুষ, চৌকাঠ, ত্ৰিফলা (দ্বিগুসমাস)। গতিকে নিত্যসমাস এবিধ সুকীয়া সমাস নহয়।

**সমাস সম্বন্ধে কেইটামান বিশেষ কথা—**

**ক) দুটা বা ততোধিক শব্দ সাবধি অৰ্থ প্ৰকাশ কৰোঁতে এটা শব্দ হ'লে সমাস হয় ; কিন্তু কেতিয়াবা সমাস আৰু সন্ধি একে হৈ পৰে। যেনে—ভীম আৰু অৰ্জুন = ভীমাৰ্জুন, ইয়াত সন্ধিটোৱেই সমাস হৈছে। ভীমাৰ্জুন সন্ধি নহ'লেও ভীমঅৰ্জুন একে লগে বুলিলে বা লিখিলে সমাস হ'ব। গতিকে সন্ধি হোৱাটো সমাসৰ বাবে সত্তৰ ক্ষমতো অপৰিহাৰ্য নহয়। তথাপি কিছুমান ক্ষেত্ৰত সন্ধি হোৱা আৰু নোহোৱা সমাসৰ মাজত ভাবৰ পাৰ্থক্য ঘটে। তেনে স্থলত সমাস**

হওঁতে সন্ধিৰ প্ৰয়োজন অপৰিহাৰ্যও হয়। যেনে—পীত বৰ্ণৰ বস্ত্ৰ>পীতবস্ত্ৰ পীতঅম্বৰ (হালধীয়া কাপোৰ) একে ভাবৰ এই দুয়োটা শব্দ (সমস্তপদ) ৰঙা-ফুল, নীলপদ্মৰ দৰে কৰ্মধাৰয় সমাস ; কিন্তু পীতাম্বৰ শব্দটোৱে যদিহে পীত-অম্বৰধাৰী ব্যক্তি বিশেষ (বিষ্ণু) বুজায়, তেতিয়া ব্যস্তপদ দুটাৰ সন্ধিটো বহুব্ৰীহি সমাস হয়। সন্ধি হ'লেও বিষ্ণুক নবুজাই কাপোৰ বুজালে কৰ্মধাৰয় সমাসহে হ'ব।

খ) সন্ধি আৰু সমাসৰ ভিতৰত থকা প্ৰধান পাৰ্থক্য দুটা। সন্ধি দুটা বৰ্ণৰ সংযোগ মাত্ৰ। পূৰ্বশব্দৰ অন্তিম বৰ্ণ আৰু উত্তৰ শব্দৰ পূৰ্ববৰ্ণৰ মিলনেই সন্ধি। গতিকে সন্ধিত শব্দ দুটাৰ ভাবৰ পৰিবৰ্তন নঘটে। সমাসত সন্ধি হওক বা নহওক দুয়োটা শব্দৰ (পূৰ্বপদ আৰু উত্তৰপদৰ) ভাৱগত মিলনটোহে ঘাই কথা। সেই-বাবে সমাসত পূৰ্বপদ আৰু উত্তৰ পদৰ ধ্বনিগত পৰিবৰ্তন যথেষ্ট হ'ব পাৰে। আনকি একোটা ব্যস্তপদ সম্পূৰ্ণ লুপ্তও হ'ব পাৰে। একশেষ দ্বন্দ্বসমাসত এই লক্ষণ স্পষ্ট ভাবে দেখা যায়।

গ) কৰ্মধাৰয়, বহুব্ৰীহি আৰু দ্বিগুসমাসৰ সমস্ত পদৰ মাজত বহুত সময়ত পাৰ্থক্য বিচাৰি উলিউৱাটো টান হৈ পৰে। ব্যাসবাক্যৰ গঠন আৰু ভাবৰ ওপৰত নিৰ্ভৰ কৰিহে এনে স্থলত সমাস নিৰ্ণয় কৰা হয়। ওপৰত কৰ্মধাৰয় আৰু বহুব্ৰীহি সমাসৰ ক্ষেত্ৰত পীতাম্বৰ শব্দটো উদাহৰণ দিয়া হৈছে। তলত আন কেইটামান শব্দ অন্যান্য সমাসৰ উদাহৰণ ৰূপে দিয়া হৈছে। পঞ্চনদৰ সমাহাৰ (পাঁচখন নৈৰ একত্ৰ ভাব) 'পঞ্চনদ' দ্বিগুসমাস ; কিন্তু পঞ্চনদ (পাঁচখন নৈ)আছে য'ত সেই অঞ্চল 'পঞ্চনদ' বহুব্ৰীহি সমাস। হিমৰ আলয়>'হিমালয়', সম্বন্ধ তৎপুৰুষ ; কিন্তু হিমেৰে পৰি পূৰ্ণ পৰ্বত বিশেষৰ নাম 'হিমালয়' বহুব্ৰীহি (হিমৰ আলয় যি সি)। কেতিয়াবা বিশেষণ আৰু সংজ্ঞাভেদেও সমাস সুকীয়া হয়। যেনে—উজলা যি দাঁত সি 'উজলাদাঁত' কৰ্মধাৰয় ; কিন্তু উজলা যাৰ দাঁত তেওঁ 'উজলাদঁতা' (ব্যক্তি বিশেষ) বহুব্ৰীহি সমাস। উজলা দাঁত বোলোতে উজলা বিশেষণ আৰু দাঁত সংজ্ঞা হয়। আনহাতে উজলাদঁতা বুলিলে শব্দটো বিশেষণ হয় ; কিন্তু তেনে দাঁত থকা মানুহ-জন উজলাদঁতা বহুব্ৰীহি সমাস ৰূপে সংজ্ঞা। যি স্থলত 'উজলাদঁতা মানুহ' বুলিলে উজলাদঁতা সমস্তপদটোও বিশেষণ হয়। এইদৰেই শেন যেন চকু>শেনচকু, কৰ্ম-ধাৰয় ; শেন যেন চকু যাৰ তেওঁ শেনচকুৱা বহুব্ৰীহি ; এহাত (একহাত দীঘল) কৰ্মধাৰয়, এহাত দীঘল যি সি এহতীয়া বহুব্ৰীহি। কৰ্মধাৰয় আৰু বহুব্ৰীহিৰ মাজত থকা সংজ্ঞা আৰু বিশেষণৰ পাৰ্থক্যটো অলপ বিচাৰ কৰি চালেই ধৰিব পাৰি ; কিন্তু দ্বিগু আৰু বহুব্ৰীহিৰ মাজত থকা পাৰ্থক্য কিছুমান স্থলত ধৰিবলৈ টান। যেনে—পঞ্চবটীৰ সমাহাৰ পঞ্চবটী আৰু পঞ্চবটি দুয়োটাই দ্বিগুসমাস হ'ব পাৰে ; কিন্তু ৰামায়ণৰ প্ৰসিদ্ধ পঞ্চবটী অৰণ্য অৰ্থত পঞ্চবটী শব্দটো বহুব্ৰীহি

সমাসৰ সমস্তপদ। সাতপতীয়া অৰ্থত সপ্তপৰ্ণী দ্বিগুসমাস, সাতপতীয়া বিশেষ জাতিৰ গছ (চতিয়না) অৰ্থত সপ্তপৰ্ণী বহুব্ৰীহি সমাস। মন কৰিবলগীয়া যে—দ্বিগুসমাসত বিশেষণ হোৱা সমস্তপদটো বহুব্ৰীহি সমাসত সংজ্ঞা পদ হৈছে। এই বিলাক উদাহৰণৰ পৰা বুজা যায় যে—শব্দৰ সাদৃশ্য বা সাজিলোৱা নিয়মৰ ভিত্তিত সমাসৰ শ্ৰেণী নিৰ্ণয় কৰিব পৰা নাযায়, অৰ্থ বা ভাব আৰু তাৰ পৰম্পৰাৰ ভিত্তিতহে সমাসৰ ব্যাসবাক্য আৰু সমস্তপদৰ শ্ৰেণী নিৰ্ধাৰণ কৰিব পৰা হয়।

অনুশীলনী —২৪

১) সমাস বুলিলে কি বুজা? সমাসবদ্ধ শব্দসমূহৰ অৰ্থৰ পৰিবৰ্তন ঘটিব পাৰে-নেকি? যদি পাৰে উদাহৰণসহ বুজাই লিখা।

২) সমাসৰ শ্ৰেণী-বিভাজন কি আধাৰত কৰা হয়? অৰ্থৰ প্ৰাধান্যৰ দৃষ্টিত সমাসৰ শ্ৰেণীবিভাগ সম্বন্ধে উদাহৰণসহ বিচাৰ দাঙিধৰা।

৩) চমুটোকা লিখা।

ব্যস্তপদ, ব্যাসবাক্য, সমস্তপদ, উপমিত কৰ্মধাৰয়, উপপদ সমাস আৰু ব্যতিহাৰ বহুব্ৰীহি।

৪) একেটা সমস্তপদকে কি ভিত্তিত সুকীয়া সুকীয়া সমাসৰ শ্ৰেণীত ধৰিব পাৰি, উদাহৰণসহ আলোচনা কৰা।

৫) তলত দিয়া সমস্তপদবোৰৰ ব্যাসবাক্যসহ সমাসৰ নাম লিখা। এটা সমস্ত-পদ একাধিক সমাসত ব্যৱহাৰ হ'ব পাৰে যদি ব্যাসবাক্যসহ সেইবিলাকৰ নাম লিখা।

তিনিআলি, পাঁচপতীয়া, সাতদিন, সাতদিনীয়া, নেউলমূৱা, পানীকেঁচুৱা, দীঘলহাত, হাতদীঘল, নীলাকাশ, নীলকণ্ঠ, ৰাজনগৰ, ৰাজহংস, সিংহ-পুৰুষ, কলদিল, ভেওঁলোক, কাঠফুলা, অনুদান, আওবাট, বেহুঁচ, অসুখ, নীৰজ, কুম্ভকাৰ, মতান্তৰ, মহাৰথ, ৰামসীতা।

৬) পূৰ্বপদৰ বিভক্তি লোপ নোহোৱাকৈ তৎপুৰুষ সমাস হ'ব পাৰেনে নোৱাৰে? প্ৰয়োজনীয় উদাহৰণ দাঙিধৰি নিজৰ মত প্ৰকাশ কৰা।

৭) সন্ধি আৰু সমাসৰ মাজত থকা মিল-অমিলবোৰৰ বিষয়ে লিখা।

০০০০

# তৃতীয় ভাগ

## বাক্য-বিচাৰ

১। **শব্দ-সংগতি**—বাক্যৰ প্ৰয়োজন আৰু উপাদান সম্বন্ধে আগতে (১/৯) চমুকৈ আলোচনা কৰা হৈছে। এই খণ্ডত বাক্যৰ উপাদানসমূহৰ মাজত থকা পাৰস্পৰিক সম্পৰ্কৰ বিষয়ে বিচাৰ কৰা হ'ব।

বাক্যৰ লক্ষ্য বস্তুটো ভাব। এই ভাবৰ অনুকূলে উপাদানসমূহৰ (শব্দ-সমূহৰ) পাৰস্পৰিক সম্পৰ্ক ৰক্ষাই শব্দৰ সংগতি বা উপাদান-সংগতি; শব্দ-সমূহৰ পাৰস্পৰিক সম্পৰ্কটো যদি ভাবৰ অনুকূল নহয়, তেনেহ'লে তাকে উপাদান-বিসংগতি বা শব্দ-বিসংগতি বুলি ধৰা হয়। কিছুমান সাৰ্থক শব্দ একেবাহে উচ্চাৰণ কৰিলে বা লিখিলেই বাক্য নহয় অৰ্থাৎ সুশৃংখল ৰূপত ভাব প্ৰকাশ নাপায়। সুশৃংখল ৰূপত ভাব প্ৰকাশ কৰিবৰ কাৰণে যি শব্দ-সংগতিৰ প্ৰয়োজন তাক তিনিটা শ্ৰেণীত বিভক্ত কৰা হৈছে। ১) যোগ্যতা, ২) আকাংক্ষা, ৩) আসক্তি (সামীপ্য বা নিকটতা)।

**যোগ্যতা**—বাক্যত থকা প্ৰতিটো শব্দই সেই বাক্যৰ আনবোৰ শব্দৰ লগত নিজৰ সম্পৰ্ক স্থাপন কৰিব পৰা গুণটোকে যোগ্যতা বোলা হয়। স্বতন্ত্ৰ ভাবে অৰ্থপূৰ্ণ শব্দ হ'লেও বাক্যত থাকি অৰ্থ বা ভাবৰ সংগতি ৰাখিব নোৱাৰিবও পাৰে। গতিকে সাৰ্থক শব্দ মাত্ৰেই বাক্যত নিজৰ যোগ্যতা প্ৰকাশ কৰিব নোৱাৰে। ডাৱৰে ব'দ দিছে বুলিলে কৰ্তা, কৰ্ম, ক্ৰিয়াৰ ক্ৰম সম্পূৰ্ণ থাকিলেও ভাবৰ সংগতি নাথাকে। ডাৱৰৰ ব'দ দিব পৰা যোগ্যতা নাই; কিন্তু ডাৱৰে আকাশ ঢাকি ধৰিছে বুলিলে, ভাবৰ সংগতি ৰক্ষা পৰিব। গতিকে যোগ্যতাটো অন্য শব্দৰ লগত থকা সম্পৰ্কৰ ওপৰত নিৰ্ভৰশীল। আনহাতে সম্পৰ্কটো কিছুমান সত্যৰ লগত জড়িত।

**আকাংক্ষা**—এটা বা দুটা শব্দ শুনিলেই তাৰ লগত সম্পৰ্ক থাকিব পৰা (থাকিবৰ যোগ্যতা থকা) আন শব্দ শুনিবলৈ ইচ্ছা হয়। এইদৰে শুনিবলৈ পোৱা শব্দৰ লগত জড়িত, শুনিবলৈ নোপোৱা শব্দকেইটা শুনাৰ ইচ্ছাকে আকাংক্ষা বোলা হয়। এই আকাংক্ষাত স্বাভাৱিক কৌতূহলৰ ভাব লুকাই থাকে। যেনে—'কৰাই' শব্দটো শুনাৰ লগে লগে কি কৰিলে এনে এটা প্ৰশ্ন মনলৈ আহে। এই প্ৰশ্নৰ উত্তৰটো পূৰা নহয় মানে বাক্যটোও পূৰা নহয়। গতিকে এই বাক্য পূৰ্ণাংগ হ'বলৈ হ'লে আকাংক্ষাৰ সৃষ্টি আৰু নিবৃত্তি দুয়োটাৰে প্ৰয়োজন হয়। ক'বাই

খোলাৰ পাছত খেলিছে, খাব, নাজানে ইত্যাদি কিবা নহয় কিবা এটা কৰিছে, কৰিব বা কৰিলে বুলি ক'লেহে বাক্যটো সাৰ্থক হয়। গতিকে যোগ্যতা আৰু আকাংক্ষা দুয়োটা গুণেই বাক্যক সাৰ্থক কৰে। এই দুটাৰ এটা নহ'লেও বাক্য সাৰ্থক নহয়।

**আসত্তি**—সুকীয়া সুকীয়া সময়ত শুনা দুটা শব্দেৰে এটা ভাব প্ৰকাশ নহয় বা এটা বাক্য গঢ় নলয়। সিহঁতৰ মাজত যোগ্যতা আৰু আকাংক্ষাৰ সম্পৰ্কও ৰক্ষা নপৰে। এনেস্থলত দুটা শব্দৰ মাজত থকা নিকট সম্পৰ্কটোৰ বাবে উচ্চাৰণ আৰু লেখনৰ ক্ষেত্ৰত স্থিতি সামীপ্যৰ যি প্ৰয়োজন, তাকে আসত্তি বোলা হয়। এই আসত্তিও শব্দ-সংগতিৰ এটা অপৰিহাৰ্য অংগ। এই সম্পৰ্কে উদাহৰণসহ কিছু বহলাই আলোচনা কৰা আৱশ্যক।

## আসত্তি বা স্থিতিসামীপ্য আৰু একীকৰণ :

স্থিতিসামীপ্যত দুটা শব্দ ওচৰা-উচৰিকৈ উচ্চৰিত হয় আৰু তেনেকৈ লিখাও হয়। একীকৰণ লিখাত যিমান স্পষ্ট, কোৱাত সিমান স্পষ্ট নহয়; কিন্তু ভাবৰ পাৰ্থক্য স্পষ্ট কৰিবৰ কাৰণে লিখাত স্থিতিসামীপ্য আৰু একীকৰণৰ পাৰ্থক্যও ৰক্ষা কৰিবলগীয়া হয়। উদাহৰণ তলত দিয়া হৈছে—

১) বগা গৰুটো আহিছে। ২) ক'লা কাপোৰখন শুকাইছে। ৩) গছডাল দ পানীত তল গ'ল। ৪) কামকৰা মানুহবোৰ গ'লগৈ। এই বাক্যবোৰত থকা বগা, ক'লা আৰু দ বিশেষণ পদকেইটা সিহঁতৰ বিশেষ্যতকৈ পৃথক্ হৈ ওচৰত ৰহিছে। এই ক্ষেত্ৰত বিশেষ্য আৰু বিশেষণৰ মাজত আসত্তি বা স্থিতি-সাম্য দেখা গৈছে। চতুৰ্থ বাক্যটোত মানুহবোৰ বিশেষ্য আৰু কামকৰা তাৰ বিশেষণ পদ। বিশেষণ ৰূপে ভাবত এটা পদ হ'লেও তাত কাম আৰু কৰা মূলতে এই দুটা পদ আছে। এই দুটা পদ সুকীয়াকৈ লিখিলে আৰু ক'লে অৰ্থৰ পাৰ্থক্য ঘটিব। অৰ্থাৎ—কাম কৰা মানুহবোৰ গ'লগৈ। এনেধৰণ হ'ব। তেতিয়া মানুহবোৰ যোৱা বাবে কাবোবাক কাম কৰিবলৈ কোৱাৰ নিচিনা হ'ব। কৃদন্ত শব্দৰ সংযোগত বিশেষণপদ গঢ় লোৱা উদাহৰণ আমাৰ ভাষাত বহুত দেখা যায়। 'কামকৰা' বিশেষণ পদটোত কৰা এটা কৃদন্ত পদ। হাতেকটা সূতা, বাঘেমৰা গৰু, পানীয়েখোৱা ভৰি, হাতকটা চোলা আদিত যথাক্ৰমে হাতেকটা, বাঘেমৰা, পানীয়েখোৱা আৰু হাতকটা এই শ্ৰেণীৰ বিশেষণ পদ। সেইবাবে এইবোৰক দুটা শব্দ বুলি নধৰি এটা শব্দ বুলি ধৰিব লাগিব।

কেতিয়াবা কেতিয়াবা অৰ্থ ভেদে দুটা শব্দৰ প্ৰয়োগ দুই ধৰণে হোৱা দেখা যায়। যেনে—অসমৰ হাবিত বগা হাতী নাই। কেঁচী সাপ আনবোৰ সাপতকৈ বিষাক্ত। এই বাক্য দুটাত বগা আৰু কেঁচী শব্দ দুটা যথাক্ৰমে হাতী আৰু সাপৰ

বিশেষণ অৰ্থত সুকীয়া হৈ ৰহিছে ; কিন্তু তলৰ বাক্য দুটাত এই দুয়োযোৰা শব্দ দুটা বিশেষ্যত পৰিণত হোৱা বাবে দুটা শব্দহে হৈছে। আসত্তিৰ ঠাই একীকৰণে লৈছে। ১) বৰ বৈ শুনা ড্ৰেজাৰখন অসমৰ বাবে বগাহাতী হ'ল। ২) তেওঁ ঘৰলৈ সেইটো ভাল বস্তু কিনা নাই, ফেঁটীসাপহে আনিলে। ৰঙালাও, জাতিলাও, পানীগছা, কাঠকলি প্ৰভৃতি বিশেষ্য পদত দুটা শব্দ থাকিলেও দুটা শব্দই এটা বস্তুকহে বুজাইছে। সেইবাবে এইবোৰত একীকৰণ হৈছে।

বিশেষ্য, বিশেষণ মিলি এটা শব্দ হওঁতে যদি বিশেষ্য বা বিশেষণ কোনোবা এটা পদ এটা বৰ্ণৰ হয়, তেতিয়া মাজত সমাস চিন দিয়া ভাল। নহ'লে উচ্চাৰণ বিকৃত হ'ব পাৰে। যেনে—ন গাঁও = ন-গাঁও (নগাঁও আৰু ন গাঁও এই দুয়োটা উচ্চাৰণ আৰু অৰ্থৰ ফালৰ পৰা বিসংগতিপূৰ্ণ) ন-গাঁও নগৰ বুলিলে ন খন গাঁও বা নতুন গাঁও নুবুজায়। সেইদৰে দ-গাঁও, ন-নৈ, ন-হটীয়া, ন-ঘৰীয়া প্ৰভৃতিও হয়। বিশেষণ এটা বৰ্ণৰ নহ'লে এনে সমস্যা নাই। যেনে—চাৰিগাঁও, পাঁচ-আলি, দহঘৰীয়া আদি।

ক্ৰিয়াপদৰ ক্ষেত্ৰতো আসত্তি আৰু একীকৰণ সম্বন্ধে মন কৰিবলগীয়া কথা আছে। উদাহৰণ তলত দিয়া হৈছে।

১) পাছদিনা সি দেখিলে যে—সেই বৌৱাটো মৰি **পৰিআছে**। ২) তেওঁ গাত ন'লে কামটো **মৰি পৰি** হ'লেও কৰিহে এৰিব। ৩) শংটোৱেই তাক একেবাৰে **খাইদিলে**। ৪) আগৰ কথামতে তেওঁ বন্ধুটো আজি ভাত-পানী **খাই** (ভাত-পানী খোৱাৰ পাছত) দিব। ৫) সকলোৰে সহযোগত কামকেৰা যেনেতেনে **কৰাহ'ল**। ৬) তেওঁ আগতে এনে কাম নকৰিছিল, আজি কালি **কৰা** হৈছে। ৭) পিয়াহত মহা মানুহজন পানী **খাই** গ'লগৈ। ৮) এইবাৰ কোনোৱেই সুখেৰে সাৰিব পৰা নাই, সকলোৱেই **পানীখাইগৈছে**। এই বাক্যবোৰত যথাক্ৰমে ১) সংযুক্ত ক্ৰিয়া ২) ক্ৰিয়া বিশেষণ ৩) সংযুক্ত ক্ৰিয়া ৪) অসমাপিকা ক্ৰিয়া ৫) সংযুক্তক্ৰিয়া ৬) কৰা (ক্ৰিয়াবিশেষণ) হৈছে (সমাপিকা ক্ৰিয়া) ৭) অসমাপিকা ক্ৰিয়া ৮) সংযুক্তক্ৰিয়া।

২। **যতি বা বিৰাম-চিন** —ভাব প্ৰকাশৰ কাৰণে শব্দসমূহৰ মাজত যেনেকৈ সামীপ্যৰ প্ৰয়োজন, সেইদৰে বিৰামৰো প্ৰয়োজন আছে। ভাবৰ পৃথক্ পৃথক্ অংশভেদে এনে বিৰামৰ পৰিমাণ কম-বেছি হ'ব পাৰে। কথা কওঁতে স্বাভাৱিকতে এনে বিৰামৰ আশ্ৰয় ল'বলগীয়া হয়। গতিকে তাৰ বাবে কৃত্ৰিম নিয়মৰ প্ৰয়োজন নাই। অলিখিত লোক-গীতসমূহতো স্বাভাৱসিদ্ধ বিৰাম দেখা যায়; কিন্তু লিখিত সাহিত্যত পৃথক্ ধৰণৰ বিৰাম বুজাবৰ কাৰণে পৃথক্ পৃথক্ চিন ব্যৱহাৰ কৰিব লগীয়া হ'ল। এই চিনবোৰকে যতি-চিন বা বিৰাম-চিন বোলা হয়।

ভাৰতীয় ভাষাত আগতে একদণ্ড আৰু দ্বিদণ্ড (দাঁৰি<দণ্ডি<দণ্ড) এই দুটা মাত্র চিন ব্যৱহাৰ কৰা হৈছিল যেন লাগে। লম্বৰ দৰে এডাল দিয়া ৰেখা অৰ্দ্ধবিৰাম আৰু দুডাল দিয়া ৰেখা পূৰ্ণবিৰামৰ কাৰণে ব্যৱহাৰ কৰা হৈছিল। আজি-কালি আমাৰ ভাষাত ইয়াক এডাল দাঁৰি আৰু দুডাল দাঁৰি বোলা হয়। পুৰণি পদাৰ প্ৰথম শাৰীত এডাল আৰু দ্বিতীয় শাৰীত দুডাল দাঁৰি দিয়া হৈছিল। বৰ্তমান ভাৰতীয় ভাষাসমূহত প্ৰচলিত যতি-চিনসমূহ ইংৰাজী ভাষাৰ মাধ্যমেদি ইউৰোপৰ পৰা আহিছে। ইংৰাজীত ব্যৱহৃত ফুলষ্টপৰ ঠাইত এডাল দাঁৰিহে আমাৰ ভাষাত প্ৰাচীন পৰম্পৰাৰ বিৰাম-চিন ৰূপে আছে। তলত বৰ্তমান প্ৰচলিত বিৰাম-চিনবোৰ দিয়া হৈছে।

১) বাক্য সম্পূৰ্ণ বুজাবৰ কাৰণে দাঁৰি (।) ব্যৱহাৰ কৰা হয়। ইয়াক **'পূৰ্ণবিৰাম'** বুলিও কোৱা হয়।

২) **অপূৰ্ণবিৰাম** বা **অপূৰ্ণযতি** (;)—ইংৰাজীত চেমিকোলন বোলা হয়। এটা সম্পূৰ্ণ বাক্যৰ পাছত পূৰ্ণযতি বা পূৰ্ণবিৰামৰ চিনৰ পৰিবৰ্তে এই চিন ব্যৱহাৰ কৰিলে বাক্যটো অসম্পূৰ্ণ বুলি বুজিব লাগিব। এনে চিনৰ পাছত আন এটা বাক্য প্ৰয়োগ কৰিহে পূৰ্ণ বিৰামৰ চিন দিয়া যায়। যেনে—ৰাম আহিল ; কিন্তু সি নগ'ল।

৩) **লঘুযতি** বা **লঘুবিৰাম** চিন—ইংৰাজী ভাষাত এই চিনক (,) কমা বোলা হয়। দুটা শব্দৰ মাজত কম সময় ৰ'বৰ কাৰণে এই চিন দিয়া হয়। একে ধৰণৰ কেইবাটাও শব্দ একে লগে থাকিলে সিহঁতৰ প্ৰতি দুটাৰ মাজত লঘু-বিৰাম বুজাবৰ বাবে এই চিনৰ ব্যৱহাৰ সাধাৰণতে কৰা যায় ; কিন্তু শেষৰ দুটাৰ মাজত 'আৰু' অবিকাৰী শব্দহে বহে। যেনে—ৰাম, হৰি, যদু আৰু চাৰোৱান যাব। দুই-তিনিটা সৰু বাক্য গোটাই এটা পূৰ্ণবাক্য কৰোঁতেও এই চিন ব্যৱহাৰ হয়। যেনে—তেওঁ গ'লে, সি আহিলে আৰু আনিও থাকিলে কামটো হ'ব পাৰে। কোনো কোনোৱে সম্বোধনপদৰ পাছতো এই চিন দিয়ে। যেনে—হেৰা গোপাল, তুমি সোনকালে যাবা।

৪। **ভাৱবোধক চিন**—আবেগসূচক কিছুমান শব্দৰ পাছত আৰু সম্বোধনৰ পাছতো এই চিন (!) ব্যৱহাৰ কৰা হয়। যেনে—বাহ! হায় হায়! হে হৰি!

৫। **প্ৰশ্নবোধক চিন**—প্ৰশ্ন বুজোৱা শব্দৰ পাছত এই চিন (?) ব্যৱহাৰ কৰা হয়। যেনে—সেয়া কোন? তেওঁ এতিয়াও বোৱা নাইনে? ইত্যাদি।

৬। **হাইফেন** বা **সমাস চিন**—দুটা বাক্যপদ গোটাই এটা কৰি লিখিবা অৰ্থাৎ বহুত ক্ষেত্ৰত এই চিন (-) বাক্যপদ দুটাৰ মাজত ব্যৱহাৰ কৰা হয়।

যেনে —এই ৰচনাৱলীত সমাজ-চেতনাৰ কোনো চিত্ৰ দেখা পোৱা নাযায়। শিক্ষা-সংস্কৃতিৰ বিকাশৰ ক্ষেত্ৰতো এইবিলাকৰ কিবা মূল্য আছে যেন ধাৰণা নহয়। এটা শব্দ একে ঠাইতে লিখিব পৰা নহ'লে বাকী থকা বুজাবলৈকো অপূৰ্ণ শব্দৰ পাছত এই চিন দিয়া যায়। তেতিয়া তাক সমাস-চিন বুলি ধৰিব নালাগিব।

৭ **ঊৰ্ধ্বকমা** —কোমল আৰু কিছু দীঘল উচ্চাৰণ কৰিবলগীয়া ক্ষেত্ৰত সাধাৰণতে এই চিন (') বৰ্ণৰ মাত্ৰাৰ সমান্তৰালত দিয়া হয়। যেনে মানুহজন মাছ মাৰিবলৈ গ'ল। ইমান সময় হ'ল তেওঁ অহা নাই। বহুত আলোচনী আৰু কিতাপত এই চিনৰ ভুল প্ৰয়োগ দেখা যায়। 'ও' বৰ্ণ লুপ্ত হোৱা ঠাইত উচ্চাৰণ কোমল নহয়। ও'ৰ পৰিবৰ্তে উচ্চাৰণত জোৰ পৰি উচ্চাৰণ কঠোৰ আৰু কিছু দীঘলহে হয়। যেনে—হওক > হক, থাওক > থক, যাওক > যক, ইত্যাদি। এই শব্দবোৰৰ হ, থ আৰু যৰ উচ্চাৰণ কঠিন হয়। এনে স্থলত হ'ক, থ'ক, য'ক লিখাটো শুদ্ধ নহয়। 'ঐ', 'অই', 'ই' স্বৰ লুপ্ত হোৱা বৰ্ণৰ লগতহে এই চিনৰ ব্যৱহাৰ হ'ব লাগে। উদাহৰণ তলত দিয়া হ'ল। যেনে—হৈল হইল > হ'ল, গৈল > গ'ল, কহিল কইল > কৈল > ক'লে, ৰহিল ৰইল > ৰৈল > ৰ'ল, থৈল > থ'লে ইত্যাদি। এটা শব্দৰ মাজত বিৰাম বুজাবৰ কাৰণেও এই চিন হ'ব নালাগে, তেনে স্থলত হাইফেন দিলেহে উচ্চাৰণ স্বাভাৱিক হয়। যেনে —ন-গাঁও, দ-গাঁও, ন-পমুৱা, ন-বৈয়া ইত্যাদি এইবোৰ শব্দ ন'গাঁও, দ'গাঁও, ন'পমুৱা, ন'বৈয়া শুদ্ধ নহয়। *

৮ **উদ্ধৃতি-চিন** —আনৰ উক্তি বা উদ্ধৃতি দিব লগীয়া হ'লে সেই অংশৰ আৰম্ভণিতে ওপৰলৈ ওভোটা ঊৰ্ধ্বকমা আৰু সামৰণিত স্বাভাৱিক ঊৰ্ধ্বকমা দুটা-দুটাকৈ দিয়া হয়। বাক্য উদ্ধৃত নকৰি এটা শব্দ দিলে দুটাকৈ নিদি এটা-এটাকৈ ঊৰ্ধ্বকমা দিয়া হয়। যেনে—"ভাগৱত-ধৰ্মৰ ইতিহাস বৰ দীঘলীয়া। এই

---

* বৰ্তমান প্ৰচলিত হেমকোষত এই সম্বন্ধীয় নিয়ম পৃথক ধৰণে পোৱা যায়। সেইমতে কোমল উচ্চাৰণৰ বাবে ওপৰত চুটি ৰেখা দিয়া হৈছে আৰু এটা বৰ্ণ লোপ হোৱা বুজাবলৈ ঊৰ্ধ্বকমা দিছে। তাত দীৰ্ঘ স্বৰ লোপ আৰু হ্ৰস্বস্বৰ লোপৰ পাৰ্থক্য ৰক্ষা কৰা নাই। তদুপৰি দীৰ্ঘ স্বৰৰ বাবে ঊৰ্ধ্বকমা আৰু কোমল স্বৰৰ বাবে ঊৰ্ধ্বমাত্ৰা দিলে একো চিন নথকাবিলাকৰ উচ্চাৰণ কি হ'ব? এনে এটা সমস্যাও আছে। কেৱল কোমল আৰু সামান্য দীঘল স্বৰৰ বাবে ঊৰ্ধ্বকমা দিলে আন সমস্যাৰ সৃষ্টি নহয়। বৰ্তমানত হেমকোষত থকা পূৰ্বোক্ত নিয়ম স্বয়ং হেমচন্দ্ৰ বৰুৱাৰ দ্বাৰা নহয় তাতো সন্দেহ আছে।

ধৰ্মৰ প্ৰতিপাদ্য বিষয় সম্বন্ধে আলোচনা কৰা বহুত গ্ৰন্থ আছে। সেইবোৰৰ ভিতৰত 'ভাগৱত পুৰাণ'ৰ স্থান গুৰুত্বপূৰ্ণ। পিছে এই 'ভাগৱত' শব্দটোৱে কেৱল পুৰাণ বিশেষকে নুবুজায়।" বাক্যৰ আৰম্ভণিতে এই চিন (ইংৰাজীৰ সংখ্যা 66ৰ নিচিনা) আৰু সামৰণিত (99ৰ নিচিনা) হয়।

৯। গণিতত ব্যৱহাৰ কৰা কিছুমান চিনো কেতিয়াবা বিচাৰপ্ৰধান সাহিত্যত প্ৰয়োগ কৰা হয়। সেইবোৰ যোগ, বিয়োগ, পূৰণ, হৰণ, কোষ্ঠক বা বন্ধনী নামে পৰিচিত। এই বিলাকক 'গাণিতিক'চিহ্ন বা 'গণিত-চিন' বুলিব পাৰি।

১০। এফালৰ পৰা আনফালে যোৱা বুজাবৰ কাৰণে কেতিয়াবা কাঁড়চিন আৰু কেতিয়াবা কাঁড়ৰ কেৱল মুখ (→, >) ব্যৱহাৰ কৰা হয়। কেতিয়াবা অহা বুজাবৰ কাৰণে কাঁড়ৰ মুখৰ চিন বিপৰীত দিশত দিয়া হয়। যেনে—সংস্কৃত মহিষ > অসমীয়া ম'হ ; অসমীয়া কাণ < সংস্কৃত কৰ্ণ ইত্যাদি। এই শ্ৰেণীৰ চিনবোৰক 'গতি-চিহ্ন' বুলিব পাৰি।

১১। **নিৰ্দেশক চিন**—ব্যাখ্যা দিয়া বিষয় আৰু ব্যাখ্যাৰ মাজত সম্পৰ্ক নিৰ্দেশ কৰা কোনো নিৰ্দিষ্ট চিন নাই। তথাপি বুজিবৰ সুবিধাৰ কাৰণে বিসৰ্গৰ নিচিনা দুটা বিন্দু অথবা এডাল চুটি সৰল ৰেখা আৰু কেতিয়াবা বিসৰ্গৰ নিচিনা বিন্দু আৰু ৰেখা দুয়োটাকে দিয়া দেখা যায়। কেৱল বিন্দু দুটা দিলে বিসৰ্গ বুলি ভুল হোৱাৰ ভয় থাকে। গতিকে বিন্দু আৰু ৰেখাৰ সংযুক্ত প্ৰয়োগ বেছি স্পষ্ট। চকুত পৰিবৰ কাৰণে আপেক্ষিক ডাঙৰ আখৰ দিয়া হয় অথবা তলত আঁচ টনা হয়। বনকবিবলগীয়া যে—এইবিলাকৰ প্ৰথম পাঁচোটাৰ বাহিৰে পাছৰ কেইটা যতি বা বিৰামসূচক নহয়, সংকেতহে।

৩। **লয়াত্মক গতি**—বাক্যত শব্দ-সংগতিৰ দৰেই লয়াত্মক গতিৰো এটা প্ৰয়োজন হয়। লয়যুক্ত গতি নোহোৱা শব্দাৱলীৰ সংগঠন লিখিত ভাষাত বাক্য হ'লেও কথিত ভাষাত ভাবপ্ৰকাশৰ বাবে স্বভাৱতে অসমৰ্থ হ'ব পাৰে। পিছে এই লয়টো শুনি শিকা বস্তুহে। ব্যাকৰণত লিখি শিকাৰ পৰা বস্তু নহয়। যতি চিনবোৰেই এই লয় ৰক্ষাত সামান্য পৰিমাণে সহায় কৰে।

৪। **গুৰুত্বপূৰ্ণ পদ-বিচাৰ**—বাক্যত থকা সকলো পদৰ গুৰুত্ব সমান নহয়। কৰ্তা আৰু ক্ৰিয়াপদৰ গুৰুত্ব আনবোৰ পদতকৈ বেছি। কৰ্তা আৰু ক্ৰিয়াৰ পাছত সকৰ্মক ক্ৰিয়াপদৰ বাক্যত কৰ্মৰ গুৰুত্ব দেখা যায়। সেইদৰে সংজ্ঞা বা সৰ্বনাম পদতকৈ বিশেষণৰ গুৰুত্ব কম হয়। কৰ্তাপদটো সংজ্ঞা বা সৰ্বনাম শব্দহে হ'ব পাৰে, বিশেষণ হ'ব নোৱাৰে। সংজ্ঞা বা সৰ্বনামৰ বিশেষণ-ক্ৰিয়াবিশেষণ প্ৰভৃতিয়ে কৰ্তা আৰু ক্ৰিয়াৰ লগত থাকিহে ভাব প্ৰকাশত সহায় কৰিব পাৰে। এনে ধৰণৰ সহায়ক অংশবোৰ বাদ দিলে বাক্যৰ মূল অংশটোক কৰ্তা আৰু ক্ৰিয়া

এই দুটা ভাগত বিভক্ত কৰা হয়। ইহঁতক যথাক্রমে উদ্দেশ্য আৰু বিধেয় বুলিও কোৱা হয়। উদ্দেশ্য আৰু বিধেয়ৰ লগত থকা আনবোৰ পদক উদ্দেশ্যৰ সম্প্র-সাৰক বা বিধেয়ৰ সম্প্রসাৰকৰ শ্ৰেণীত ধৰা হয়। তলত উদ্দেশ্য, বিধেয় আৰু সিহঁতৰ সম্প্রসাৰকবোৰৰ সম্বন্ধে উদাহৰণসহ আলোচনা কৰা হৈছে।

বেমাৰৰ পৰা উঠাৰ পাছত স্কুলনৈ গৈ ভাগৰ লগা ল'ৰাটো স্কুলৰ পৰা আহি জলপান খায়েই লৰালৰিকৈ শুলেগৈ।

এই বাক্যটোৰ সৰ্বাধিক গুৰুত্বপূৰ্ণ পদ দুটা (উদ্দেশ্য আৰু বিধেয় বা কৰ্তা আৰু ক্রিয়া) 'ল'ৰাটো' আৰু 'শুলেগৈ'। বাকীবোৰ শব্দ এই পদ দুটাৰ লগত থাকি সিহঁতৰ লক্ষণ বা অৱস্থাৰ পৰিচয় দিয়া সম্প্রসাৰক শব্দ বা সম্প্র-সাৰক পদ। তলত এই পদ দুটাৰ সম্প্রসাৰণৰ স্তৰবোৰ দেখুৱাই দিয়া হৈছে।

| | উদ্দেশ্য | বিধেয় |
|---|---|---|
| ১) মুখ্য বাক্য | ল'ৰাটো | শুলেগৈ |
| সম্প্রসাৰক | ক) ভাগৰ লগা<br>খ) স্কুলনৈ গৈ<br>গ) বেমাৰৰ পৰা উঠাৰ পাছত | ক) লৰালৰিকৈ<br>খ) জলপান খায়েই<br>গ) স্কুলৰ পৰা আহি |
| ২) সম্প্রসাৰকসহ সম্পূৰ্ণ উদ্দেশ্য আৰু সম্পূৰ্ণ বিধেয় | বেমাৰৰ পৰা উঠাৰ পাছত<br>স্কুলনৈ গৈ<br>ভাগৰ লগা ল'ৰাটো | স্কুলৰ পৰা আহি<br>জলপান খায়েই<br>লৰালৰিকৈ শুলেগৈ। |

ওপৰৰ (১) ভাগত প্ৰথম শাৰীৰ মুখ্য বাক্য (ল'ৰাটো শুলেগৈ)। দ্বিতীয় শাৰীত কৰ্তা আৰু ক্রিয়া দুয়োটাকে বিশেষণ যোগ দি সম্প্রসাৰিত কৰা হৈছে ('ভাগৰ লগা' কৰ্তাৰ বিশেষণ, 'লৰালৰিকৈ' ক্রিয়াৰ বিশেষণ)। স্কুলনৈ গৈ আৰু জল-পান খায়েই এই দুটা পূৰ্বকালিক ক্রিয়া (আগতে হোৱা ক্রিয়া) যথাক্রমে কৰ্তা আৰু ক্রিয়াৰ সম্প্রসাৰক ৰূপে বহিছে। 'স্কুলনৈ' অসমাপিকা গৈ ক্রিয়াৰ 'নিমিত্ত' আৰু 'জলপান' খায়েই অসমাপিকা ক্রিয়াৰ 'কৰ্ম'। 'বেমাৰৰ পৰা উঠাৰ পাছত' অংশটোৱে ল'ৰা কৰ্তাৰ অৱস্থা (বিশেষণ) আৰু ক্রিয়াৰ সময়টো নিৰ্দিষ্ট কৰি দেখুৱাইছে। স্কুলৰ পৰা আহি অংশটোও পূৰ্বকালিক ক্রিয়াৰ অসমাপিকা ৰূপ। স্কুলৰ পৰা আহিলে আৰু জলপান খালে—এই দুটা সম্পূৰ্ণ বাক্য (ল'ৰা কৰ্তা)। এই বাক্য দুটাৰ আহিলে আৰু খালে সমাপিকা ক্রিয়া; কিন্তু এই বাক্যত ক্রিয়াৰ সম্প্রসাৰক ৰূপে বহোঁতে সিহঁতৰ ৰূপৰ হ্ৰাস পাইছে আৰু অসমাপিকা হৈছে।

এনে ধৰণৰ অসমাপিকা ক্ৰিয়াবোৰ সদাই মূল বা মুখ্য সমাপিকা ক্ৰিয়াৰ পূৰ্ব-কালিক ৰূপত থাকে।

এইদৰে সকলো বাক্য বিশ্লেষণ কৰি চালে দেখা যায় যে —এটা বাক্যত বহুত কৰ্তা আৰু ক্ৰিয়া থাকিলেও মূল কৰ্তা আৰু ক্ৰিয়াৰ লগত সংগতি ৰাখি বাকীবোৰে সহায়ক ৰূপ লৈ বাক্যটোক সম্প্ৰসাৰিত কৰে।

২) অংশৰ উদ্দেশ্য আৰু বিধেয়ৰ সম্প্ৰসাৰকবোৰৰ বিশ্লেষণ কৰিলেও দেখা যায় যে —প্ৰতিটো স্তৰৰ সম্প্ৰসাৰণত পূৰ্বকালিক সমাপিকা ক্ৰিয়াক অসমাপিকাক্ৰিয়া বা কৃদন্তপদলৈ ৰূপান্তৰিত কৰা হৈছে। লগতে কৰ্তাপদটো লুকুৱাই পোৱা হৈছে। যেনে —উদ্দেশ্যৰ ঘৰত থকা বাক্যবোৰ বিশ্লেষণ কৰিলে তাৰ ভিতৰতে উদ্দেশ্য আৰু বিধেয়ও আছিল —ল'ৰাটো বেমাৰৰ পৰা উঠিল ('ল'ৰাটো' উদ্দেশ্য, 'বেমাৰৰ পৰা উঠিল' বিধেয়), স্কুললৈ গ'ল (ল'ৰাটো কৰ্তা লুকাই আছে, কিন্তু 'গ'ল' ক্ৰিয়া বিধেয়), ভাগৰ লাগিল (উদ্দেশ্য 'ল'ৰাটোৰ' বিধেয় 'ভাগৰ লাগিল')।

উদ্দেশ্যটোৰ সম্প্ৰসাৰণ ঘটাওঁতে এই বাক্যবোৰৰ বিধেয় বা ক্ৰিয়াৰ অংশত কিছু পৰিবৰ্তন ঘটাই লোৱা হৈছে। বেমাৰৰ পৰা উঠিল নবুলি উঠা কৃদন্ত শব্দ কৰা হ'ল। এইখিনিত উঠাৰ পাছত নবুলি 'উঠা আৰু' বুলিও ক'ব পাৰি। বেমাৰৰ পৰা উঠা আৰু স্কুললৈ গৈ ভাগৰ লগা ল'ৰাটো বুলিলেও বাক্যটোৰ ভাবৰ একো পৰিবৰ্তন নহয়। বিধেয়ৰ ভাগটো স্কুলৰ পৰা আহিল, জলপান খালে, লৰালৰিকৈ শুলে —এই তিনিটা বাক্যৰ (কৰ্তা ল'ৰাটো) প্ৰথম দুটা ক্ৰিয়াক অসমাপিকা ৰূপ দিয়া হৈছে। বিচাৰ কৰি চালে দেখা যায় যে —উদ্দেশ্য আৰু বিধেয় উভয়ৰে সম্প্ৰসাৰক বাক্য অথবা বিশেষণ প্ৰভৃতি শব্দসমূহৰ গুৰুত্ব মূল কৰ্তা আৰু ক্ৰিয়াৰ তুলনাত বহুত কম। সেইবাবে কৰ্তা, ক্ৰিয়া আৰু কৰ্ম এই তিনিটাকেই এটা বাক্যৰ গুৰুত্বপূৰ্ণ অংশ বুলি ধৰা হয়। এই তিনিটা পদকে বাক্যৰ প্ৰধান অংশ বুলি ধৰিলে ওপৰত দিয়া বাক্যটো এনেধৰণৰ হ'ব —ল'ৰাটো জলপান খাই শুলে। কথা চমু কৰিব লগীয়া হ'লে বা সাৰাংশ লিখিব লগীয়া হ'লেও বাক্য-বিশ্লেষণৰ ওপৰত নিৰ্ভৰ কৰিব লগীয়া হয়।

৫। **কৰ্মপদ আৰু অন্যান্য পদ** —কৰ্তা আৰু ক্ৰিয়াৰ পাছত গুৰুত্বপূৰ্ণ স্থান পোৱা কৰ্মপদ দুই শ্ৰেণীৰ। একশ্ৰেণীৰ কৰ্মপদক মুখ্যকৰ্ম আৰু আনশ্ৰেণীৰ কৰ্মপদক গৌণ কৰ্ম বোলা হয়। মুখ্যকৰ্ম অপ্ৰাণীবাচক সংজ্ঞাশব্দ আৰু গৌণকৰ্ম প্ৰাণীবাচক সংজ্ঞা অথবা সৰ্বনাম শব্দ হ'ব পাৰে। প্ৰাণীবাচক কৰ্মৰ ভিতৰত মানৱ আৰু মানৱেতৰ প্ৰাণীৰ ভিতৰতে সুকীয়া ভাগ কৰিব লগীয়া হ'লে মানৱেতৰ প্ৰাণী মুখ্য কৰ্ম হয়। দুজন মানুহৰ ভিতৰতো মুখ্য আৰু গৌণৰ বিচাৰ কৰিব লগীয়া হ'ব পাৰে। মনকৰিব লগীয়া যে —মুখ্যকৰ্মত বিভক্তিৰ চিন দিয়া

নহয়, গৌণকৰ্মতহে দিয়া হয়। অপ্ৰাণীবাচক কৰ্মত দ্বিতীয়া বিভক্তিৰ চিন প্ৰায়ে দিয়া নহয়।

ক্ৰিয়াৰ লগত সম্বন্ধ থকা পদবোৰৰ ভিতৰত (কাৰকৰ ভিতৰত) কেৱল কৰ্তা আৰু কৰ্মপদতহে বিভক্তি নাথাকিব পাৰে।

অনুশীলনী —২৫

১) শব্দ-সংগঠিত থাকিবলগীয়া প্ৰধান গুণকেইটা কি কি বিচাৰ কৰা।

২) বাক্যত ব্যৱহাৰ কৰা যতি-চিন আৰু অন্যান্য সংকেতবোৰৰ বিষয়ে চমুকৈ লিখা আৰু দুটামানৰ উদাহৰণ দাঙি ধৰা।

৩) বাক্যৰ সম্প্ৰসাৰণ আৰু সাৰাংশ লেখন বা সংকোচনৰ কাৰণে কোনবোৰ কথাত চকু ৰাখিব লগীয়া হয়, উদাহৰণসহ বুজাই লিখা।

০০০৩

৬। **বাক্য-গঠন প্ৰণালীৰ ভিন্নতা বা বাচ্য** —১) বাক্য মাত্ৰেই কৰ্তা আৰু ক্ৰিয়া এই দুটা পদৰ ওপৰত নিৰ্ভৰশীল হ'লেও সিহঁত দুয়োটাই একেটা বাক্য-গঠন প্ৰণালীত সমান গুৰুত্ব লাভ কৰিব নোৱাৰে। প্ৰণালী-ভেদে কেতিয়াবা কৰ্তাত গুৰুত্ব আৰু কেতিয়াবা ক্ৰিয়াত গুৰুত্ব আৰোপ কৰা হয়। বাক্য গঠনৰ এই প্ৰণালী-ভেদৰ নামেই বাচ্যভেদ। সাধাৰণতে বাক্যৰ উদ্দেশ্য বা কৰ্তাই গুৰুত্ব লাভ কৰি থকা বা ক্ৰিয়া কৰ্তানুযায়ী হোৱা বাক্যক 'কৰ্তৃবাচ্য'ৰ বাক্য বোলা হয়। যিটো বাক্য-গঠন-প্ৰণালীত ক্ৰিয়া বা ভাৱৰ (বিধেয় অংশটোৰ) ওপৰত অধিক গুৰুত্ব দি কৰ্তা প্ৰভৃতি কাৰকসমূহক ক্ৰিয়াৰ ভিত্তিত সজোৱা হয়, সেই বাক্য-গঠন প্ৰণালীক বা বাচ্যক 'ভাৱবাচ্য' বোলা হয়। অসমীয়া ভাষাত এই দুটাই প্ৰধান বাচ্য। সাধাৰণ ভাষাত কৰ্তৃবাচ্যৰ প্ৰয়োগেই বেছি। শিষ্ট আৰু সামাজিক প্ৰয়োজনতহে ভাৱবাচ্যৰ প্ৰয়োগ পোৱা যায়। ভাৱবাচ্যৰ ক্ৰিয়া কৰ্তানিৰপেক্ষ তৃতীয় পুৰুষৰ হয়। কৰ্তৃবাচ্যৰ ক্ৰিয়া কৰ্তাৰ পুৰুষ অনুসৰি হয়। ভাৱবাচ্যৰ ক্ৰিয়া কৃদন্ত পদৰ ওপৰত নিৰ্ভৰশীল আৰু দুটা ধাতুযুক্ত হয়। প্ৰথম ধাতুটো পুৰুষ আৰু কালনিৰপেক্ষ কৃদন্ত পদত পৰিণত হয়। দ্বিতীয়টো ধাতুত কাল-সূচক বিভক্তি চিন বহে। উদাহৰণ পাছত দিয়া হৈছে।

কৰ্তৃবাচ্য আৰু ভাৱবাচ্য দুয়োটাই অকৰ্মক আৰু সকৰ্মক দুটা ভাগত বিভক্ত হ'লেও অসমীয়া ভাষাৰ বাক্যত কৰ্মভিত্তিক (কৰ্মপ্ৰধান) কোনো বাচ্য নাই। সংস্কৃত ভাষাৰ বাক্য-গঠন প্ৰণালীত কৰ্মপ্ৰধান বাক্য আছে। সেই কাৰণে

কৰ্মবাচ্য নামত সুকীয়া বাচ্যৰ বিচাৰ কৰা হয়। অসমীয়া ভাষাত সকৰ্মক ভাৱবাচ্যকে 'কৰ্মবাচ্য' বোলা হয়।

৭। **কৰ্তৃবাচ্য**—এই শ্ৰেণীৰ বাচ্যৰ বাক্যত কৰ্তাৰ পুৰুষ অনুসৰি ক্ৰিয়াৰ পুৰুষ হয়। কৰ্ম থাকিবও পাৰে নাথাকিবও পাৰে। সেই দৰেই কৰ্তা আৰু কৰ্ম উভয়তে বিভক্তিৰ চিন থকা-নথকাৰ নিৰ্দিষ্ট নিয়ম নাই। যেনে—মই যাম। তুমি যাবা। এই বাক্য দুটাত যথাক্ৰমে কৰ্তা প্ৰথম পুৰুষ আৰু দ্বিতীয় পুৰুষৰ বাবে ক্ৰিয়াও যথাক্ৰমে প্ৰথম আৰু দ্বিতীয় পুৰুষৰ হৈছে। মই ভাত খালোঁ। তুমি ভাত খাইছা। এই বাক্য দুটাটো ক্ৰিয়াই কৰ্তাৰ পুৰুষক অনুসৰণ কৰিছে আৰু কৰ্তা-কৰ্ম উভয়েই বিভক্তিহীন অৱস্থাত আছে; কিন্তু বান্ধনীয়ে মোক ভাত দিব। এই বাক্যটোত কৰ্তা, কৰ্ম উভয়েই বিভক্তিযুক্ত। কৰ্তাত প্ৰথমা বিভক্তি আৰু কৰ্মত দ্বিতীয়া বিভক্তি (গৌণ কৰ্মত) স্বাভাৱিক ধৰণে ৰহিছে।

৮। **ভাৱবাচ্য**—মোৰ যোৱা হ'ব। তোমাৰ যোৱা হ'ব। মোৰ ভাত খোৱা হ'ল। তোমালোকৰ ভাত খোৱা হ'ল। আকাশবাণীৰ দ্বাৰা বাতৰিটো প্ৰচাৰ কৰা হ'ব। এই বাক্যবোৰৰ কৰ্তা সলাই পেলালেও ক্ৰিয়া একেই থাকিব। যেনে—তেওঁৰ যোৱা হ'ব। আপোনাৰ যোৱা হ'ব। সিহঁতৰ ভাত খোৱা হ'ল। তোমাৰ ভাত খোৱা হ'ল। তোমাৰ দ্বাৰা বাতৰিটো প্ৰচাৰিত হ'ব। এই বাক্যবোৰত অকৰ্মক আৰু সকৰ্মক সকলো শ্ৰেণীৰে ক্ৰিয়া সকলো পুৰুষতে একে ৰূপত থকা দেখা গৈছে। মাত্ৰ কালভেদে বিভক্তিৰ চিনবোৰ সলনি হৈছে। তথাপি ক্ৰিয়াৰ প্ৰথম অংশৰ কৃদন্ত পদটো কাল, পুৰুষ আৰু বচন নিৰ্বিশেষে একে হৈ থাকে।

**কৰ্মবাচ্য**—অসমীয়া ভাষাত প্ৰকৃততে কৰ্মবাচ্যৰ ব্যৱহাৰ বৰ কম। সংস্কৃত ভাষাৰ অনুকৰণত কিছুমান বাক্য জোৰেৰে কৰ্মবাচ্যৰ সাঁচত গঢ় দিয়া দেখা যায় যদিও, সেইবিলাকৰ অধিকাংশৰে ব্যৱহাৰিক মূল্য নাই। তলত দুটামান কৰ্ম-বাচ্যৰ উদাহৰণ দিয়া হৈছে। এনে ধৰণৰ ব্যৱহাৰ আমাৰ ভাষাত হয়।

| কৰ্তৃবাচ্য | সকৰ্মক ভাৱবাচ্য বা কৰ্মবাচ্য |
|---|---|
| ১। মই ভাত নাখালোঁ। | মোৰ ভাত খোৱা নহ'ল। |
| ২। আকাশবাণীয়ে বাতৰিটো প্ৰচাৰ কৰিছে। | বাতৰিটো আকাশবাণীৰ দ্বাৰা প্ৰচাৰিত হৈছে। |
| ৩। সাহিত্য পৰিষদে তেওঁক সন্মান জনাইছিল। | সাহিত্য পৰিষদৰ দ্বাৰা তেওঁ সন্মানিত হৈছিল। |

ওপৰত দিয়া মোৰ খোৱা নহ'ল, বাতৰিটো প্ৰচাৰিত হৈছে আৰু তেওঁ সন্মানিত হৈছে এই তিনিওটা বাক্যই সকৰ্মক। মোৰ শোৱা নহ'ল বুলিলে অকৰ্মক হ'ব; কিন্তু মোৰ খোৱা নহ'ল আৰু মোৰ শোৱা নহ'ল এই দুয়োটা

বাক্যৰ মাজত গঠন-প্ৰণালীৰ কোনো পাৰ্থক্য নাই। গতিকে দুয়োটা ভাৱবাচ্যৰ বাক্য। খোৱা নহ'ল বোলোঁতে ওলাই নাথাকিলেও কৰ্ম থকা বুলি বুজা যায়। সেইবাবে সি সকৰ্মক ভাৱবাচ্য বা কৰ্মবাচ্যৰ বাক্য হৈছে। সেই দৰে কোনোবাই কৰা বাবেহে বাতৰিটো প্ৰচাৰিত আৰু তেওঁ সন্মানিত হৈছে। এনেস্থলত 'বাতৰি' আৰু 'তেওঁ' এই ক্ষেত্ৰত কৰ্তা নহয়। আকাশবাণী আৰু সাহিত্য পৰিষদহে কৰ্তা; কিন্তু সকৰ্মক ভাৱবাচ্যৰ কৰ্তাত ষষ্ঠী আৰু তৃতীয়া বিভক্তিহে যোগ হৈছে, কৰ্মত বিভক্তিৰ চিন যোগ হোৱা নাই। প্ৰকৃততে কৰ্মবাচ্যত কৰ্মটো কৰ্তাৰ ঠাইত বহে আৰু কৰ্তাটো কৰণ বা সম্বন্ধ কাৰকৰ স্তৰলৈ নৈগেহে ক্ৰিয়াৰ লগত জড়িত হয়। সেইবাবে কৰ্ম আৰু ক্ৰিয়াৰ সম্পৰ্কটো কৰ্তা আৰু ক্ৰিয়াৰ সম্পৰ্কৰ দৰে হয়। ওপৰত দিয়া 'ভাত খোৱা নহ'ল'। 'বাতৰিটো প্ৰচাৰিত হৈছে'। 'তেওঁ সন্মানিত হৈছে'। এই তিনিওটা পূৰ্ণ-বাক্য বুলি ধৰিলে কৰ্তৃবাচ্যৰ বাক্য যেন হয়, কিন্তু সম্বন্ধ কাৰক বা কৰণ কাৰকত থকা কৰ্তাৰ লগত সম্পৰ্ক দেখুৱালে অৰ্থাৎ সম্পূৰ্ণ বাক্যটো দাঙি ধৰিলে কৰ্মবাচ্যত পৰিণত হয়।

কৰ্মবাচ্যৰ কৰ্তাত ষষ্ঠী আৰু তৃতীয়া বিভক্তি হোৱাৰ উদাহৰণ ওপৰত দিয়া হ'ল। কোনো কোনো কৰ্মবাচ্যৰ বাক্যৰ কৰ্তাত চতুৰ্থী, পঞ্চমী আৰু সপ্তমী বিভক্তি যোগ হোৱাও দেখা যায়; কিন্তু এই সকলো ক্ষেত্ৰতে কৰ্তা আৰু ক্ৰিয়াৰ মাজত সংগতি ৰক্ষা পৰা নাযে অৰ্থাৎ কৰ্মটোৱেই কৰ্তাৰ দৰে হোৱা বাক্যৰ বাহী অংশটো কৰ্তৃবাচ্যৰ বাক্য যেন দেখা যায়। তেনে স্থলত কৰণ, নিমিত্ত, অপাদান, অধিকৰণ আৰু সম্বন্ধ কাৰকত থকা কৰ্তাপদৰ অংশটো এটা সুকীয়া বাক্যাংশৰ দৰে হৈ পৰে। প্ৰকৃততে সেইবোৰ বাক্যাংশ নহয়, বিভক্তিযুক্ত শব্দ বা কৰ্তা পদহে। এনেকুৱা কৰ্তাপদক 'অনিয়মিত কৰ্তাপদ' বুলিব পাৰি। কৰ্তৃবাচ্যৰ বাক্যৰ আগত যদি অনিয়মিত কৰ্তাপদ থাকে, তেতিয়া হ'লে তাক কৰ্মবাচ্যৰ বাক্য বুলি ধৰা হয়। উদাহৰণ তলত দিয়া হৈছে। (অনিয়মিত কৰ্তা-পদবোৰ চকুত লগাকৈ দিয়া হৈছে)।

| কৰ্তৃবাচ্যৰ বাক্য | কৰ্মবাচ্যৰ বাক্য |
|---|---|
| ক) সি মোক বিপদত পেলালে। | তাৰবাবে (তাৰপৰা) মই বিপদত পৰিলোঁ। |
| খ) মই তাক বিপদৰ পৰা ৰক্ষা কৰিলোঁ। | মোৰপৰা সি বিপদত ৰক্ষা পৰিল। |
| গ) আকাশবাণীয়ে বাতৰিটো প্ৰচাৰ কৰিছে। | আকাশবাণীৰ দ্বাৰা বাতৰিটো প্ৰচাৰিত হৈছে। |
| ঘ) তেওঁ চিঠি লিখিব। | তেওঁৰ চিঠি লিখা হ'ব। |
| ঙ) বানপানীয়ে বাটটো ছিঙিলে। | বানপানীত বাটটো ছিগিল। |

ওপৰত থকা কৰ্মবাচ্যৰ বাক্যবোৰত একোটা 'অনিয়মিত কৰ্তা' আছে। সেই অনিয়মিত কৰ্তাবোৰ বাদ দিলেও কৰ্তা-ক্ৰিয়াৰ সংগতি থকা একোটা বাক্য পোৱা যায়; কিন্তু সেইবোৰ কৰ্তৃবাচ্যৰ বাক্যহে হয়। গতিকে কৰ্মবাচ্যৰ বাক্যৰ এটা থাই লক্ষণ অনিয়মিত কৰ্তা বুলি ধৰিব পাৰি। কেতিয়াবা এটা কৰ্তৃবাচ্যৰ বাক্য কৰ্মবাচ্যলৈ ৰূপান্তৰ কৰিবলৈ গ'লে কৰ্মৰ স্থান লুপ্ত হোৱা সুকীয়া এটা কৰ্তৃবাচ্যৰ বাক্যহে গঢ় লয়। ওপৰত দিয়া শেষৰটো বাক্যৰ বাচ্য-পৰিবৰ্তনত এই লক্ষণ দেখা গৈছে। কৰ্তৃবাচ্যৰ বাক্যত থকা কৰ্তাপদটো কৰ্মবাচ্যৰ বাক্যত অধিকৰণ কাৰকলৈ ৰূপান্তৰিত হৈ অনিয়মিত কৰ্তা ৰূপে ৰহিছে।

৯। **কৰ্মকৰ্তৃবাচ্য** ঃ—কিছুমান কৰ্মবাচ্যৰ বাক্যত কৰ্তা লুপ্ত হৈ থাকে। যেনে —ইয়াৰ পৰা পৰ্বতটো দেখা যায়। নৈখনৰ সিপাৰৰ পৰা মাতিলেও ভালকৈ (মাতটো) নুশুনি। এইবিলাক বাক্যত কৰ্তা বা কৰ্ম উল্লেখ কৰা নহ'লেও ভাবৰ বিসংগতি নঘটে। কিছুমান কাৰ্য অতি সহজ ভাবে সিদ্ধ হোৱা বাবে ক্ৰিয়াৰ লগত কৰ্তাৰ সম্পৰ্কটো স্পষ্ট হৈ নাথাকে আৰু কৰ্মটোৱেই কৰ্তা যেন লাগে। এনেকুৱা কৰ্মক 'কৰ্মকৰ্তা' বোলা হয়। কৰ্মকৰ্তাই প্ৰাধান্য লাভ কৰা বাক্যৰ বাচ্যক কৰ্মকৰ্তৃবাচ্য বোলা হয়। যেনে —ব'দ দিছে। বৰষুণ দিছে। বিজুলী মাৰিছে। এইবিলাক বাক্যত কৰ্মকৰ্তাৰ পুৰুষ মতেই ক্ৰিয়াৰ পুৰুষ হয়। তিনি-ওটা কালতেই ক্ৰিয়াপদটো এই বাচ্যত কৰ্তৃবাচ্যৰ দৰে কৰ্তাৰ ওপৰত নিৰ্ভৰ-শীল হোৱা দেখা যায়। অৰ্থাৎ কৰ্তাপদত প্ৰথমা বিভক্তিৰ ভাব প্ৰকাশ পায়। কৰ্তাটো স্পষ্ট নহ'লেও বিচাৰ কৰি চালে এই কথা বুজিব পাৰি। যেনে —বৰষুণ দিছে (মেঘে)। ৰ'দ দিছে (সূৰ্যই বা বেলিয়ে)। বিজুলী মাৰিছে (মেঘে)।

১০। **অনিয়মিত বাচ্য** ঃ—কৰ্মকৰ্তৃবাচ্যত কৰ্তা লুকাই থাকে আৰু কৰ্মটো কৰ্তাৰ দৰে ক্ৰিয়াৰ আগত থাকে; কিন্তু কিছুমান বাক্য আছে, যিবোৰত কৰ্তা-কৰ্ম এটাও স্পষ্ট নহয়। কিছুমানত স্পষ্ট ভাবে অধিকৰণ কাৰক দেখা যায়। যেনে —'সুৰ সুৰাইছে' (পেটত, ভৰিত, হাতত বা ডিঙিত)। এই বাক্যত কৰ্ম নাই, কৰ্তা অস্পষ্ট, অধিকৰণ কাৰক কিছুমান ঠাইত স্পষ্ট হ'ব পাৰে। ক্ৰিয়া মিশ্ৰধাতুৰ হ'লে কৰ্তা-কৰ্ম সকলো স্পষ্ট হ'ব পাৰে। যেনে —'সি মোৰ পেটত সুৰসুৰাই দিছে'। বা 'সি মোক পেটত সুৰসুৰাই দিছে'। কিছুমান বাক্যত কৰ্তা অস্পষ্ট ভাবেও নাথাকে; কিন্তু সম্বন্ধ পদ থাকে। যেনে —'মেঠৰ বাৰখৰ মাৰিছে'। এই বাক্যত খৰ কোনে মাৰিছে উত্তৰ দিব নোৱাৰি বাবে কৰ্তাপদ অস্পষ্ট ভাবেও আছে বুলি কোৱা টান। প্ৰকৃতিয়ে খৰ মাৰিছে বুলি কোৱা নাযায়। সেইদৰে 'জাগল পাতিছে'। 'পেট কামুৰিছে'। 'সুৰ সুৰাইছে'। এই বাক্যবোৰত কৰ্তা নাই; কিন্তু কৰ্মৰ দৰে বহা জাগল, পেট, সুৰ প্ৰভৃতি পদৰ আগত সম্বন্ধ পদ বহে। যেনে —'কাড়িয়াহঁৰ' জাগল পাতিছে। 'তাৰ' সুৰ সুৰাইছে। 'মোৰ' পেট কামুৰিছে।

অকৰ্মক কৰ্তৃবাচ্যৰ বাক্য 'বতাহ' বলিছে। ইয়াক সকৰ্মক ৰূপ দিলে 'বতাহ' মাৰিছে হয়; কিন্তু বতাহ কোনে মাৰিছে তাৰ উত্তৰ নাই। বতাহ কৰ্তা-পদটোৱেই কৰ্মপদত পৰিণত হৈছে মাত্ৰ। এনেধৰণৰ বহুত বাক্যৰ ব্যৱহাৰ নানা ক্ষেত্ৰত হৈ আহিছে, যিবোৰ বাক্যৰ গঠন প্ৰণালীত কৰ্তা, কৰ্ম আৰু ক্ৰিয়াৰ নিয়মিত সম্বন্ধ ৰক্ষা পৰা বুলি ধৰিব নোৱাৰি। এনেবোৰ বাক্যৰ বাচ্যক আমি অনিয়মিত বাচ্য বুলি ধৰিছোঁ।

অনুশীলনী —২৬

১) বাচ্য বুলিলে কি বুজা? উদাহৰণসহ লিখা।

২) ভাববাচ্যক কেইটা শ্ৰেণীত বিভক্ত কৰিব পাৰি? প্ৰত্যেক শ্ৰেণীৰে উদাহৰণসহ লক্ষণবোৰ লিখা।

৩) কৰ্মকৰ্তৃবাচ্য আৰু কৰ্তৃবাচ্যৰ মাজত থকা সাদৃশ্য আৰু বৈসাদৃশ্য সম্বন্ধে আলোচনা কৰা।

৪) অনিয়মিত বাচ্য বুলিলে কি বুজা? কেইটামান অনিয়মিত বাচ্যৰ বাক্য নিয়মিত বাচ্যৰ বাক্যলৈ ৰূপান্তৰিত কৰি দেখুৱাই দিয়া।

৫) অনিয়মিতকৰ্তা বুলিলে কি বুজায়? উদাহৰণসহ তাৰ স্বৰূপ সম্বন্ধে বিচাৰ কৰা।

৬) তলত দিয়া বাক্যকেইটাক অন্য বাচ্যৰ বাক্যত লিখা। লগতে দুয়োটা বাচ্যৰ নাম দিবা। ভোকত পেট পুৰিছে। বতাহত গছ ভাগিছে। গৰুৱে গাখীৰ দিয়ে। মানুহজন নগ'ল। বাকৰা পানীয়ে মাছ মাৰে। বস্তুটো তেওঁৰ চকুত পৰা নাই। এই গছজোপা কাটিব।

০০০০

১১। **নামবিভক্তিৰ বিশেষ প্ৰয়োগ** —কাৰকৰ লগত সম্বন্ধ ৰাখি নামবিভক্তিৰ প্ৰয়োগ কেনেকৈ কৰা হয়, সেই সম্বন্ধে আগতে আলোচনা কৰা হৈছে। ভাব-বাচ্য আৰু কৰ্মবাচ্যৰ বাক্যত নামবিভক্তিৰ প্ৰয়োগত কেনে ধৰণৰ ব্যতিক্ৰম ঘটে, তাৰ উদাহৰণ বাচ্যৰ প্ৰসংগত দিয়া হৈছে। এনে ব্যতিক্ৰমৰ উপৰিও আৰু কিছুমান ক্ষেত্ৰত বিভক্তিৰ বিশেষ প্ৰয়োগ হোৱা দেখা যায়। সেই শ্ৰেণীৰ কেইটামান উদাহৰণ তলত দিয়া হৈছে।

১) 'ক্ত' প্ৰত্যয়ান্ত কৃদন্তপদৰ আগত থকা কৰ্তাপদটো সদাই 'ষষ্ঠী বিভক্তি'যুক্ত হয়। কৃদন্তপদটো সংজ্ঞা বা বিশেষণ পদ হয় কাৰণে কৰ্তাপদৰ লগত তাৰ সম্পৰ্কটো সম্বন্ধপদৰহে হয়। যেনে—মোৰ অজ্ঞাতে সকলো ঘটনা ঘটি আছে। তেওঁৰ ৰচিত কবিতা পাঠ কৰা হ'ল। সেই কথাৰ লিখিত প্ৰমাণ পোৱা নাই। ওপৰৰ বাক্যবোৰত থকা 'অজ্ঞাত', 'ৰচিত' 'লিখিত' 'ক্ত' প্ৰত্যয়ান্ত শব্দ কাৰণে সেই শব্দকেইটাৰ আগত থকা শব্দকেইটা ('মোৰ', 'তেওঁৰ', 'কথাৰ') ষষ্ঠী বিভক্তিযুক্ত হৈছে।

২) উচিত অৰ্থত তব্য, অনীয় আৰু য প্ৰত্যয় যোগ হোৱা কৃদন্তপদৰ আগতো কৰ্তাত 'ষষ্ঠী বিভক্তি' হয়। যেনে—তেওঁ নিজৰ কৰ্তব্য কৰিছে। গুৰুসকল শিষ্যৰ মাননীয়। সেই সন্মান তোমাৰ প্ৰাপ্য। কৰ্তব্য, মাননীয় আৰু প্ৰাপ্য শব্দৰ আগৰ পদটো ষষ্ঠী বিভক্তিযুক্ত হৈছে।

৩) দৰ্শন, ভোজন, পূজন, শোধন প্ৰভৃতি ক্ৰিয়াবাচক সংজ্ঞাৰ আগত দ্বিতীয়া বিভক্তিৰ পৰিবৰ্তে কৰ্মকাৰকতো 'ষষ্ঠী বিভক্তিৰ' প্ৰয়োগ দেখা যায়। যেনে—দেৱ-বিগ্ৰহৰ দৰ্শন আৰু স্পৰ্শন দুয়োটাকে ভক্তই ভাগ্যৰ কথা বুলি ভাবে। শ্ৰাদ্ধৰ আগদিনা মাংসৰ ভোজন নিষিদ্ধ কৰা আছে। চিত্তক শোধন কৰাই সকলো ধৰ্মৰ লক্ষ্য; কিয়নো চিত্তৰ শোধন নহ'লে মুক্তিৰ দুৱাৰ মুকলি নহয়। দেৱতাৰ পূজনত উসৰ্গা কৰা দ্ৰব্যৰ মূল্যতকৈ হৃদয়ৰ মূল্যহে বেছি।

সাধাৰণ কথাত এনে ধৰণৰ বাক্যৰ ব্যৱহাৰ বৰ কমহে হয়। 'ৰ' বিভক্তি লোপ পোৱা সম্বন্ধতৎপুৰুষসমাসৰ মন্ত্ৰীদৰ্শন, ৰাজদৰ্শন, দেৱদৰ্শন মাংসভক্ষণ, দেৱ-পূজন, চিত্তশোধন প্ৰভৃতি শব্দ এনে স্থলত ব্যৱহাৰ কৰা হয়। কৰ্তৃবাচ্যৰ বাক্যত দ্বিতীয়াবিভক্তিৰ প্ৰয়োগ হোৱা ঠাইত কৰ্মবাচ্য বা ভাববাচ্যত ষষ্ঠী বিভক্তিৰ ব্যৱহাৰ হোৱা দেখা যায়। যেনে—দেৱতাক পূজা নহ'ল > দেৱতাৰ পূজা নহ'ল (কৰ্তাউহ্য—কৰ্ম কৰ্তৃবাচ্য)। কৰ্তৃবাচ্যত—দেৱতাক পূজা নকৰিলে।

৪) পুৰণি অসমীয়াত 'চতুৰ্থী' বিভক্তিৰ পৰিবৰ্তেও 'ৰ' প্ৰয়োগ হোৱা দেখা যায়। আধুনিক অসমীয়াতো দুই-এটা এনে প্ৰয়োগ হয়। যেনে—খাবলৈ সময় নাই > খাবৰ সময় নাই। পুৰণি অসমীয়াত হৈবাৰ নবৈল মোৰ (মোৰ হ'বলৈ নাথাকিল—পিম্পৰা গুচুৱা, মাধৱদেৱ)।

৫) উপাদান আৰু বস্তুৰ মাজত সম্পৰ্ক দেখুৱাবলৈকো ষষ্ঠী বিভক্তি ব্যৱহাৰ কৰা হয়। প্ৰকৃততে বস্তু আৰু উপাদানৰ সম্বন্ধটো কৰণৰ সম্বন্ধহে। যেনে—সোণেৰে সজা থাল > সোণৰ থাল, মাটিৰে সজা পুতলা মাটিৰ পুতলা ইত্যাদি।

৬) বাক্যৰ ভিতৰত থকা প্ৰাসংগিক গৌণ ক্ৰিয়াৰ লগত নিমিত্ত অৰ্থত 'লৈ' বিভক্তি যোগ হয়। যেনে—মই তাক ভাত খাবলৈ কৈছোঁ। এইলৈ বিভক্তিৰ আগত থকা ক্ৰিয়াটো ভৱিষ্যৎ কালৰ 'ব' ধাতু বিভক্তিযুক্ত হয়। 'খাব' এই প্ৰাসংগিক গৌণ ক্ৰিয়াটোত 'লৈ' নিমিত্তাৰ্থক বিভক্তি যোগ হৈছে। মূল বাক্যৰ ক্ৰিয়া অতীত বা বৰ্তমান কালৰ হ'লেও এনে নিমিত্তাৰ্থক গৌণ ক্ৰিয়াত ভৱিষ্যৎ কালৰ 'ব' থাকে।

৭) ইচ্ছুক, যোগ্য, আৰু সমৰ্থ বা অনিচ্ছুক, অযোগ্য আৰু অসমৰ্থ প্ৰভৃতি ভাব প্ৰকাশক কিছুমান বাক্যত মূল ক্ৰিয়াটো লুকাই থাকে আৰু ওলাই থাকিলেও গৌণক্ৰিয়াটোহে সবল যেন দেখা যায়। এই শ্ৰেণীৰ গৌণক্ৰিয়াৰ ধাতুটো 'ব' ধাতুবিভক্তি আৰু 'লৈ' নামবিভক্তি যোগ হয়। যেনে—তেওঁ যাবলৈ ইচ্ছুক (হয়) বা তেওঁ যাবলৈ ইচ্ছা কৰে। সি কামটো কৰিবলৈ সমৰ্থ (হয়)। সি কামটো কৰিবলৈ সমৰ্থ নহয়। ল'ৰাটো এই কাম 'কৰিবলৈ' যোগ্য হয়। আমি এই সন্মান 'পাবলৈ' যোগ্য নহওঁ। কৰিবলৈ বা শুনিবলৈৰ পৰিবৰ্তে 'কৰিবৰ' বা শুনিবৰ প্ৰয়োগো হয়। সমৰ্থ অৰ্থত 'পাব্' ধাতুৰ প্ৰয়োগ হ'লে গৌণ ধাতুত কেৱল 'ব' বা 'ইব' ধাতু বিভক্তিহে যোগ কৰা হয়, 'লৈ' নামবিভক্তিটো যোগ নহয়। যেনে—তেওঁ কামটো কৰিব পাৰে। আমি তালৈ যাব পাৰোঁ। এইবোৰত কৰিবলৈ পাৰোঁ, যাবলৈ পাৰো প্ৰভৃতি প্ৰয়োগ নহয়। সেইদৰে ইচ্ছুক অৰ্থত খোজ্ ধাতুৰ প্ৰয়োগ কৰিলেও যাব খুজিছে, ক'ব খোজোঁ প্ৰভৃতি ৰূপহে হয়, যাবলৈ, ক'বলৈ ৰূপ নহয়। সকলো কাল আৰু পুৰুষত এই নিয়ম খাটে।

৮) একেটা বাক্যতে দুটা গৌণক্ৰিয়া নিমিত্তাৰ্থক হ'লে দ্বিতীয়টো সম্বন্ধসূচকো হ'ব পাৰে। যেনে—তেওঁৰ খাবলৈ যাবলৈ মন নাই, তেওঁৰ খাবলৈ যাবৰ মন নাই।

৯) এটা বাক্যত কেইবাবাৰো একেটা বিভক্তিচিন ব্যৱহাৰ হ'লে শব্দকেইটাৰ কাৰক নিৰ্ণয় কৰাত অসুবিধাৰ সৃষ্টি হয়, তেনেস্থলত বাক্যটোৰ ভাবৰ ওপৰত নিৰ্ভৰ কৰি বিভক্তিৰ চিন বা কাৰক বাছি উলিয়াব লগা হয়। যেনে—ক) হাতে হাতে বস্তুবোৰ দি যোৱা। ইয়াত 'হাতে হাতে' শব্দই 'প্ৰতিজন হাতত' বুজাইছে। (হাত+এ=হাতে, 'এ'টো সপ্তমী বিভক্তিৰ চিন)। খ) হাতে হাতে দিয়া। 'হাতত' 'হাতেৰে' দিয়া (এটা 'এ' কৰণকাৰকৰ চিন ৰে>এ)।

১০) একেবাৰে দুটা বিভক্তি যোগ হ'লে আৰু এটাও সাধাৰণ নিয়ম মতে নহ'লে কাৰক-নিৰ্ণয়ত অসুবিধা হয়। যেনে—ল'ৰা দিনক দিনে ডাঙৰ হৈ আহিছে। সি ভাতক ভাতে খোৱাইছে। এই বাক্য দুটাত ব্যৱহাৰ হোৱা বিভক্তিচিনবোৰ স্বাভাৱিক ধৰণৰ নহয়। দিনে দিনে>প্ৰতিদিনে অৰ্থত দিনক-দিনে শব্দটো ব্যৱহাৰ হৈছে। ইয়াত 'ক' বিভক্তিৰ প্ৰয়োগ বিশেষ ধৰণৰ।

সেইদৰে ভাতক ভাতে শব্দৰ ভাব 'শুদা ভাত' অৰ্থাৎ ভাতক ভাতেৰে (ভাতৰ লগত খাবলগীয়া আঞ্জা, ভজা, গাখীৰ আদি বস্তুৰ অভাৱত) চোবাইছে —এনে অৰ্থ প্ৰকাশ কৰা হৈছে। মন কৰিব লগীয়া যে —অপ্ৰাণীবাচক মুখ্য কৰ্মত কৰ্ম-কাৰকৰ বিভক্তিচিন প্ৰয়োগ কৰা নহয়। আনহাতে 'ভাতেৰে' বোলোঁতে থকা 'এৰে' বিভক্তিও ইয়াত 'এ' হৈছে।

১১) ধিক্, ধন্য প্ৰভৃতি শব্দৰ সম্পৰ্কত দ্বিতীয়া আৰু ষষ্ঠী বিভক্তি যোগ হয়; কেতিয়াবা বিভক্তিহীন প্ৰয়োগো হোৱা দেখা যায়। উদাহৰণ তলত দিয়া হৈছে। ধন্য তোমাৰ জীৱন, তোমাক ধন্যবাদ, ধন্য তুমি। ধিক্ তোমাৰ জীৱন, তোমাক ধিক্কাৰ। ইত্যাদি।

১২) কেতিয়াবা কেতিয়াবা চতুৰ্থী বিভক্তিতো (নিমিত্ত অৰ্থত) 'ত' বিভক্তি হয়। যেনে —স'ৰাটোৰ পঢ়িবলৈ মন নাই বা পঢ়াত মন নাই। তেওঁৰ ঈশ্বৰত বিশ্বাস নাই বা ঈশ্বৰৰ প্ৰতি বিশ্বাস নাই। এই বাক্য দুটাৰ পঢ়াত আৰু ঈশ্বৰত অধিকৰণ কাৰক নহয়। নদীত পানী থকাৰ দৰে ঈশ্বৰত ভক্তি আৰু পঢ়াত মন নাথাকে। ঈশ্বৰত বিশ্বাস বা ভক্তি আৰু পঢ়াত মন আন ঠাইৰ পৰা নিহে আৰোপ কৰা হয়।

ব্যাকৰণত ভাষাৰ নিয়ম লিখি অন্ত কৰিব নোৱাৰি। কথিত ভাষা শুনি আৰু লিখিত সাহিত্যৰ অধ্যয়নৰ সহায়েৰেহে এনে ধৰণৰ নিয়ম শিকিব পাৰি। এই প্ৰসংগত কেইটামান উদাহৰণহে দাঙি ধৰা হ'ল। সংক্ষেপতে নাম-বিভক্তিৰ প্ৰয়োগ সম্বন্ধীয় বিচাৰ তিনি ধৰণৰ বুলি ক'ব পাৰি। ১) কৰ্তৃবাচ্যৰ বাক্যত বিভক্তি প্ৰয়োগৰ বিচাৰ বা সাধাৰণ নিয়ম, ২) ভাৱবাচ্য আৰু কৰ্ম-বাচ্যৰ বাক্যত বিভক্তি-প্ৰয়োগৰ নিয়ম, ৩) বিশেষ ধৰণৰ বাক্য আৰু বিশেষ শব্দৰ সম্পৰ্কত ব্যৱহাৰ হোৱা নিয়ম। বিভক্তি-নিৰ্ণয়ৰ ক্ষেত্ৰত এই তিনিওটা কথালৈ চকু ৰখা আৱশ্যক।

অনুশীলনী —২৭

১) নামবিভক্তিৰ বিশেষ প্ৰয়োগৰ লগত বাচ্যৰ কি সম্পৰ্ক? প্ৰয়োজনীয় উদাহৰণ দাঙিধৰি বিচাৰ কৰা।

২) ধাতুবিভক্তি আৰু নামবিভক্তি দুয়োটা একেটা শব্দতে ব্যৱহাৰ হ'ব পাৰেনে? যদি পাৰে, কেতিয়া কেনেকৈ পাৰে উদাহৰণসহ লিখা।

৩) দ্বিতীয়া আৰু চতুৰ্থী বিভক্তিৰ পৰিবৰ্তে ষষ্ঠী বিভক্তি হোৱাৰ উদাহৰণ দিয়া।

৪) তৃতীয়া বিভক্তিৰ ঠাইত ষষ্ঠী বিভক্তি কেতিয়া হয়? উদাহৰণসহ লিখা।

৫) 'এ' বিভক্তিৰ প্ৰয়োগ কি কি কাৰকত কেনেদৰে হয় বিচাৰ কৰা। OOOO

১২। **বাক্যৰ শ্ৰেণী বিভাগ** —বাক্য প্ৰধান ভাবে দুই শ্ৰেণীৰ ; কিন্তু এই দুই শ্ৰেণীকো কিছুমান লক্ষণৰ ভিত্তিত ভাগ কৰিব পাৰি। উদাহৰণ তলত দিয়া হ'ল।




ক) এটা বাক্যত যদি এটা কৰ্তা আৰু এটা ক্ৰিয়া থাকে, সি সকৰ্মকেই হওক বা অকৰ্মকেই হওক, তাক সংক্ষিপ্ত বা মূল সৰলবাক্য বুলিব পাৰি। যেনে—ৰাম গ'ল। ৰাধাই ভাত খাইছে। মাকে ল'ৰাক ভাত খুৱাইছে। এই তিনিওটাই সৰল বাক্য হ'লেও প্ৰথমটো অকৰ্মক, দ্বিতীয়টো এটা কৰ্ম থকা সকৰ্মক আৰু তৃতীয়টো দ্বিকৰ্মক সৰল বাক্য। কেউটা বাক্যতে স্পষ্টভাবে এটা কৰ্তা আৰু এটা ক্ৰিয়া আছে। কৰ্তা, কৰ্ম আৰু ক্ৰিয়া কাৰো বিশেষণ বা অন্যান্য সম্প্ৰসাৰক পদ নাই।

খ) গোপালৰ পুতেক ৰাম ৰাতিপুৱাই ঘৰৰ পৰা লৰালৰিকৈ ওলাই গ'ল। এই বাক্যটোৰ মূল অংশটো 'ৰাম গ'ল' বিকৃত নোহোৱা অৱস্থাত আছে। 'গোপালৰ পুতেক' ৰামৰ বিশেষণ বা উদ্দেশ্যৰ সম্প্ৰসাৰক। 'লৰালৰিকৈ' আৰু 'ওলাই' এই দুটা গ'ল ক্ৰিয়াৰ বিশেষণ বা বিধেয়ৰ সম্প্ৰসাৰক। 'ৰাতিপুৱাই' আৰু 'ঘৰৰ পৰা' পদকেইটাই যথাক্ৰমে ক্ৰিয়াৰ কাল আৰু স্থান নিৰ্দেশ কৰিছে। এইবিলাকৰ উপৰিও কিয় গ'ল, কি উপায়েৰে গ'ল আদি ভাব প্ৰকাশ কৰিলে বাক্যটো আৰু সম্প্ৰসাৰিত হ'ব। যেনে—'গাখীৰ আনিবলৈ' 'চাইকেলেৰে' বুলিলে বিধেয় অংশ আৰু সম্প্ৰসাৰিত হ'ব। সেইদৰে কৰ্তা বা উদ্দেশ্যৰ বিশেষণ বঢ়াই দিলে উদ্দেশ্যটোও সম্প্ৰসাৰিত হ'ব। যেনে—'নৈ-কাষত থকা ন-পমুৱা গাঁৱৰ' গোপালৰ পুতেক ৰাম × × ×। মন কৰিব লগীয়া যে—এই প্ৰসংগত বিশেষণ শব্দটো কেৱল নাম শব্দৰ এটা শ্ৰেণী অৰ্থত ব্যৱহাৰ কৰা হোৱা নাই। সংজ্ঞাৰ জাতি, গুণ, সংখ্যা প্ৰভৃতিৰ ভাব প্ৰকাশ কৰা পদসমূহৰ দৰে উদ্দেশ্য বা বিধেয়ৰ সম্প্ৰসাৰক সকলো শ্ৰেণীৰ পদেই এই ক্ষেত্ৰত বিশেষণৰ দৰে কাম কৰে। যেনে—ওপৰত দিয়া 'নৈ-কাষত থকা ন-পমুৱা গাঁৱৰ' এই অংশটোৱে গোপাল উদ্দেশ্যটোৰ বিশেষণৰ দৰে কাম কৰিছে। অসমাপিকা ক্ৰিয়াও এনেধৰণৰ বিশেষণ ৰূপে বহিব পাৰে। যেনে—লৰাটো 'ভাত খাই' শুলে। ইয়াত খাই পদটো ক্ৰিয়াৰ বিশেষণ নহয় ; কিন্তু 'ভাত খাই' এই দুয়োটা পদ একেলগে এটা ভাবত্, শুলে ক্ৰিয়াৰ

বিশেষত্ব প্ৰকাশক অৰ্থাত বিশেষণ হৈছে। এই দৃষ্টিত উদ্দেশ্য বা বিধেয়ৰ সম্প্ৰসাৰক সকলো পদেই বিশেষণতুল্য হৈ পৰে।

গ) এটা প্ৰধান বাক্যৰ লগত এটা বা ততোধিক গৌণবাক্য থাকি এটা ভাব প্ৰকাশ কৰিলে সেই সম্পূৰ্ণ বাক্যটোক জটিল বাক্য বুলিব পাৰি। দুটা বা ততোধিক বাক্যৰ মিশ্ৰণ ঘটা বাবে এনে বাক্যক মিশ্ৰ বাক্যও বোলা হয়। যেনে— ১) যিজন লোক বিদ্বান, কিন্তু চৰিত্ৰবান নহয়, তেওঁ কেতিয়াও সুখী হ'ব নোৱাৰে। ২) যদি তেওঁ আহে, তেতিয়া মই যাম। ৩) কামটো এনেকৈ কৰিবা, যাতে কোনেও খুঁত ধৰিব নোৱাৰে। প্ৰথমটো বাক্যৰ মাই অংশ হ'ল 'তেওঁ সুখী হ'ব নোৱাৰে'। যিজন লোক বিদ্বান; কিন্তু চৰিত্ৰবান নহয়—এই অংশটোত দুটা বাক্য গোটাই এটা উপবাক্য কৰা হৈছে। 'যিজনলোক বিদ্বান হয়', 'যিজন লোক চৰিত্ৰবান নহয়'—এই দুটা বাক্য 'কিন্তু' শব্দৰ সহায়েৰে এটা বাক্য কৰা হৈছে। তথাপি সেই বাক্যটো ক্ৰিয়াহীন বা বিধেয়হীন বাক্যৰ দৰে অসম্পূৰ্ণ হৈ থাকিল। কৰ্তা বা উদ্দেশ্য 'যিজনলোক' শব্দটো নহয়, 'তেওঁ' শব্দটোহে। যিজনলোক শব্দটো 'তেওঁ' উদ্দেশ্যপদটোৰ সম্প্ৰসাৰকহে। বিদ্বান আৰু চৰিত্ৰবান নহয় শব্দ দুটা 'যিজনলোক'ৰ বিশেষণ অৰ্থাত সম্প্ৰসাৰক। এনে ধৰণৰ মিশ্ৰিত উপবাক্যৰ বহুত উদাহৰণ হ'ব পাৰে।

দ্বিতীয়টো উদাহৰণৰ মাই অংশ—'তেতিয়া মই যাম'। এই মাই অংশটোৱে 'যদি তেওঁ আহে' গৌণ অংশটোৰ ওপৰত নিৰ্ভৰ কৰিছে। 'তেওঁ আহে' এটা সম্পূৰ্ণ বাক্য; কিন্তু 'যদি' শব্দটো আগত বহা বাবে (পাছত বহিলেও হ'ব) এই বাক্যটো অসম্পূৰ্ণ অৰ্থসূচক হৈ পৰিল। গতিকে ই এটা প্ৰাসংগিক গৌণবাক্য ৰূপে তেতিয়া 'মই যাম' অংশটোৰ লগত জড়িত হৈছে। ইয়াত 'তেওঁ' প্ৰাসংগিক গৌণ কৰ্তা আৰু 'আহে' প্ৰাসংগিক গৌণ ক্ৰিয়া। 'মই' মুখ্যকৰ্তা আৰু 'যাম' মুখ্যবাক্যৰ ক্ৰিয়া।

তৃতীয়টো উদাহৰণৰ মাই অংশ—'কামটো এনেকৈ কৰিবা', তাৰ ব্যাখ্যা ৰূপে পাছৰ অংশ যোগ দিয়া হৈছে। 'যাতে' শব্দটোৱে সংযোগ নকৰা হ'লে 'কোনেও খুঁত ধৰিব নোৱাৰে' অংশটোও এটা সম্পূৰ্ণ অৰ্থসূচক বাক্য হ'লহেঁতেন। এই দুয়োটা বাক্য গোটাই এটা কৰি এনেদৰেও লিখিব পাৰি— 'কোনেও খুঁত ধৰিব নোৱৰাকৈ কামটো কৰিবা'। এই বাক্যটোতো কৰ্তা ওলাই থকা নাই। কৰ্তা, কৰ্ম আৰু ক্ৰিয়াৰ ক্ৰম ৰক্ষা কৰি বাক্যটো লিখিলে তাৰ ৰূপটো এনে ধৰণৰ হ'ব। 'তুমি কামটো কোনেও খুঁত ধৰিব নোৱৰাকৈ কৰিবা'। এই বাক্যটোৰ উদ্দেশ্য 'তুমি', বিধেয় 'কৰিবা'। 'কামটো' বিধেয়ৰ সম্প্ৰসাৰক কৰ্মপদ। 'কোনেও খুঁত ধৰিব নোৱৰাকৈ' অংশটো কৰিবা ক্ৰিয়াৰ বিশেষণ

বা সম্প্ৰসাৰক। ওপৰত থকা 'এনেকৈ' আৰু 'যাতে' এই সৰ্বনাম দুটা নোহোৱা পাছৰ বাক্যটো (কৰ্তা উহ্য থাকিলেও) এটা সৰল বাক্য হৈছে।

তৃতীয়টো বাক্যৰ দৰে আগৰ দুটা বাক্যকো একোটা সৰল বাক্যলৈ ৰূপান্তৰিত কৰিব পাৰি। মাজত থকা সৰ্বনাম পদ আৰু অবিকাৰী পদবোৰ গুচাই বাক্যটো নতুনকৈ সজালেই জটিল বাক্য সৰল বাক্যত পৰিণত হয়। যেনে—'তেওঁ আহিলে মই যাম'। 'চৰিত্ৰবান নহ'লে বিদ্বানজনো কেতিয়াও সুখী হ'ব নোৱাৰে'। অন্য এজনৰ উক্তি বাক্যৰ মাজত ব্যৱহাৰ কৰিবলগীয়া হ'লেও বাক্যটো জটিল হয়। এটা বাক্যত আন এজনৰ উক্তি দুই ধৰণে ব্যৱহাৰ কৰিব পাৰি। আনৰ উক্তি তেওঁৰ দৰেই ব্যৱহাৰ কৰিলে তাক 'প্ৰত্যক্ষ উক্তি' বোলে আৰু নিজৰ গাঁচত ব্যৱহাৰ কৰিলে 'পৰোক্ষ উক্তি' বোলে। যেনে—ৰামে তেতিয়া ক'লে—"মই যাব নোৱাৰোঁ।" (প্ৰত্যক্ষ উক্তি)। তেতিয়া ৰামে যাব নোৱাৰোঁ বুলি ক'লে (পৰোক্ষ উক্তি)। প্ৰত্যক্ষ উক্তিৰ বাক্যটো উদ্ধৃতি-চিন বা প্ৰক্ষেপ-চিনৰ ভিতৰত দিয়া হয়। প্ৰত্যক্ষ উক্তিত দুটা বাক্যৰ সম্পৰ্ক স্থাপন কৰিবলৈ অবিকাৰী শব্দ বা সৰ্বনাম শব্দ ব্যৱহাৰ কৰা নহয় যদিও 'উদ্ধৃতি-চিন' ব্যৱহাৰ কৰা হয় আৰু দুটা বাক্য মিলিহে এটা ভাব প্ৰকাশ পায়। সেই বাবে ইয়াকো মিশ্ৰ বাক্যৰ শ্ৰেণীত ধৰিব পাৰি। পৰোক্ষ উক্তিত "যে—" অবিকাৰী শব্দ ব্যৱহাৰ কৰা হয় বাবে তাক মিশ্ৰবাক্যৰ শ্ৰেণীভুক্ত বুলি সহজে ধৰিব পাৰি। যেনো, বোলে, যে, বুলি কৈছে, আদি শব্দ প্ৰয়োগ কৰি প্ৰত্যক্ষ উক্তিক পৰোক্ষ উক্তিলৈ নিয়া হয়।

**ঘ) দুটা বা ততোধিক স্বয়ংসম্পূৰ্ণ বাক্য এক হৈ এটা বাক্যত পৰিণত হ'লে নতুনকৈ গঢ় লোৱা বাক্যটোক যৌগিক বাক্য বোলে। এনে যৌগিকবাক্য তিনি বিধ। ১) সৰল বাক্য + সৰল বাক্য = যৌগিক বাক্য, ২) সৰল বাক্য + মিশ্ৰবাক্য = যৌগিক বাক্য, ৩) মিশ্ৰ বাক্য + মিশ্ৰবাক্য = যৌগিক বাক্য।**

১) **ৰাম আহিল**; 'কিন্তু' গোপাল নাহিল। ইয়াত **'ৰাম আহিল' আৰু 'গোপাল নাহিল' এই দুয়োটা স্বয়ংসম্পূৰ্ণ সৰল বাক্য 'কিন্তু' অবিকাৰী শব্দটো যোগ কৰি এটা যৌগিক বাক্য গঢ় দিয়া হৈছে। কিন্তু, বা, অথবা, তথাপি প্ৰভৃতি অবিকাৰী শব্দই দুটা বা ততোধিক সৰলবাক্য যোগ কৰিব পাৰে।**

**২) আব্দুল্লা পৰীক্ষাত উত্তীৰ্ণ নহ'ল; তথাপি তেওঁ যে এজন যোগ্য ব্যক্তি, সেই কথাও সকলোৱে স্বীকাৰ কৰিব। 'আব্দুল্লা পৰীক্ষাত উত্তীৰ্ণ নহ'ল' এটা সম্পূৰ্ণ ভাবপ্ৰকাশ কৰিব পৰা সৰল বাক্য। 'সেই কথাও সকলোৱে স্বীকাৰ কৰিব' এই অংশও এটা সম্পূৰ্ণ সৰল বাক্য। 'তেওঁ যে এজন যোগ্য ব্যক্তি'**

এই অংশটো স্বয়ং সম্পূর্ণ বাক্য নহয়, গৌণ বাক্যহে। গতিকে "তেওঁ যে এজন যোগ্য ব্যক্তি সেই কথা সকলোৱে স্বীকাৰ কৰিব" এইটো এটা মিশ্র বাক্য। আগৰ সৰল বাক্য (আব্দুল্লা পৰীক্ষাত উত্তীর্ণ নহ'ল) আৰু এই মিশ্ৰবাক্যটোক 'তথাপি' এই অবিকাৰী শব্দটোৱে সংযোগ কৰিছে।

৩) 'ৰাম যে বনবাসী', 'সেই কথা ৰাৱণে জানিছিল'; কিন্তু 'বনবাসী ৰাম যে বজ্ৰাতকৈয়ো শক্তিশালী হ'ব পাৰে', 'সেই কথা ৰাৱণে জনা নাছিল'। এই যৌগিক বাক্যটোক 'কিন্তু' অবিকাৰী শব্দই তাৰ আগে-পাছে থকা দুটা মিশ্র-বাক্যক একেলগ কৰি এটা যৌগিক বাক্য গঢ় দিছে।

একেটা ভাবকে পৃথক্ শ্রেণীৰ বাক্যেৰে প্ৰকাশ কৰিব পাৰি। গতিকে এটা ভাব প্ৰকাশ কৰা এটা বাক্য সামান্য সালসলনি ঘটাই অন্য শ্রেণীৰ বাক্যত পৰিণত কৰিলেও ভাবৰ বিসংগতি নহ'ব পাৰে। জটিল বাক্যক সৰল বাক্যলৈ ৰূপান্তৰিত কৰাৰ উদাহৰণ এটা আগতে দিয়া হৈছে। তলত এটা যৌগিক বাক্যক সৰল বাক্যলৈ ৰূপান্তৰিত কৰা হৈছে।

দুটা মিশ্র বাক্য গোটাই এটা যৌগিক বাক্য কৰাৰ যিটো উদাহৰণ দিয়া হৈছে, তাকে নতুনকৈ সজাই সৰল বাক্য কৰিব পাৰি। বাক্যটো বিশ্লেষণ কৰি চালে দেখা যায় যে—সেই বাক্যটোৰ উদ্দেশ্য 'ৰাৱণে' আৰু বিধেয় 'জনা নাছিল'। কি জনা নাছিল? —বজ্ৰাতকৈয়ো শক্তিশালী বুলি জনা নাছিল। গতিকে 'বজ্ৰাত-কৈয়ো শক্তিশালী বুলি' অংশটো বিধেয়ৰ সম্প্ৰসাৰক। ৰাৱণে 'ৰামক' শক্তিশালী বুলি জনা নাছিল। এই 'জনা' নাছিল ক্ৰিয়াটোৰ কৰ্ম বা বিধেয়ৰ প্ৰধান সম্প্ৰসাৰক ৰামৰ বিশেষণ 'বনবাসী' শব্দটো কৰ্মপদটোৰ সম্প্ৰসাৰক। এতিয়া একেবাৰে উদ্দেশ্য-বিধেয় আৰু সম্প্ৰসাৰক ব্যৱহাৰ কৰি তলৰ সৰল বাক্যটো গঢ় দিব পাৰি। 'ৰাৱণে বনবাসী ৰামক বজ্ৰাতকৈয়ো শক্তিশালী বুলি জনা নাছিল। ওপৰৰ যৌগিক বাক্যটোত উদ্দেশ্যৰ সম্প্ৰসাৰক নাছিল। ত্ৰৈলোক্যবিজয়ী, লংকাধিপতি, দশানন প্ৰভৃতি অনেক বিশেষণ ৰাৱণ শব্দৰ আগত থকা হ'লেও উদ্দেশ্যৰ সম্প্ৰসাৰক সেই পদবোৰে সৰল বাক্য গঠন হওঁতে কোনো প্ৰকাৰৰ বাধা সৃষ্টি কৰিব নোৱাৰিলেহেঁতেন।

ৰাম আছিল। গোপাল নাছিল। এই দুটা সৰল বাক্য। ৰাম আছিল; কিন্তু গোপাল নাছিল (যৌগিক বাক্য)। 'ৰাম আছিল যদিও গোপাল নাছিল' (মিশ্রবাক্য)। ইয়াত 'গোপাল নাছিল' অংশটোহে বাক্যৰ মূল ভাগ ৰূপে গণ্য হৈছে। 'ৰাম আছিল' অংশটো তাৰ লগত জড়িত গৌণ বা প্ৰাসংগিক অংশত পৰিণত হৈছে।

১৩। **খণ্ডবাক্য আৰু বাক্যাংশ**—সাধাৰণ অৰ্থত খণ্ড আৰু অংশ দুয়োটা শব্দৰ ভাব একে। এই দৃষ্টিত খণ্ডবাক্য আৰু বাক্যাংশৰ মাজত থকা পাৰ্থক্য বুজিবলৈ টান। গতিকে এই প্ৰসংগত খণ্ডবাক্য আৰু বাক্যাংশৰ স্বৰূপ সম্বন্ধে বিশেষ ভাবে মন কৰিব লগীয়া আছে। এই দুয়োটাই সম্পূৰ্ণ বাক্য নহয়; কিন্তু খণ্ডবাক্যত সম্পূৰ্ণ বাক্যৰ ভাব প্ৰকাশ কৰিব পৰা মূল বস্তু কৰ্তা আৰু ক্ৰিয়া থাকে, বাক্যাংশত এই দুয়োটা বস্তু নাথাকে। মিশ্ৰ বা যৌগিক বাক্যত সোমাই থকা এটা সম্পূৰ্ণ সৰল বাক্যকে খণ্ডবাক্য বোলে। যেনে—'পৰ্বতত যে শিল আছে', 'সেই কথা সকলোৱে জানে'। এই মিশ্ৰ বাক্যটোত দুটা সৰল বাক্যৰ মিশ্ৰণ ঘটিছে। 'যে' অবিকাৰী শব্দটো মাজত সোমাই পৰা বাবেই 'পৰ্বতত শিল আছে' এই পূৰ্ণাংগ সৰল বাক্যটো এটা অপূৰ্ণাংগ ভাবসূচক 'খণ্ডবাক্য'ত পৰিণত হ'ল। 'সেই কথা সকলোৱে জানে' অংশটো এই মিশ্ৰ বাক্যৰ অধিক গুৰুত্বপূৰ্ণ অংশ। 'সকলোৱে' কৰ্তাপদ আৰু 'জানে' ক্ৰিয়াপদ। 'সেই কথা' কৰ্মপদ; কিন্তু 'সেই কথা' বুলিলে যাক বুজায়, তাকে ইয়াত খণ্ডবাক্য বোলা হৈছে। পৰ্বতত শিল আছে এই সৰল বাক্যটো এইক্ষেত্ৰত মিশ্ৰবাক্যটোৰ কৰ্মৰূপে গণ্য হৈছে। সম্পূৰ্ণ মিশ্ৰবাক্যটোৰ এটা খণ্ডৰ ভাবহে এই প্ৰসংগত এই সৰল বাক্যটোৱে প্ৰকাশ কৰিছে বাবে ইয়াক এই ক্ষেত্ৰত খণ্ডবাক্য বোলা হৈছে। মন কৰিব লগীয়া যে—'শিল আছে' বোলাৰ পাছতো পূৰ্ণ বিৰাম চিন ব্যৱহাৰ হোৱা নাই। মাজত থকা 'যে' অবিকাৰী পদটোৱে সেই কথাৰ লগত সম্পৰ্ক স্থাপন কৰা বাবে আছে শব্দই ভাবৰ পূৰ্ণ বিৰামত বাধা সৃষ্টি কৰিছে। এই বাবে 'আছে' এই প্ৰসংগত অসম্পূৰ্ণভাবসূচক সমাপিকাক্ৰিয়াত পৰিণত হৈছে।

কৰ্তা আৰু ক্ৰিয়া স্পষ্ট ৰূপে নথকা দুটা বা ততোধিক শব্দই বাক্যৰ মাজত থাকি বিশেষ ভাব প্ৰকাশ কৰিলে সেই শব্দকেইটাৰ সমষ্টিটোক বাক্যাংশ বোলা হয়। যেনে—বাপেক মৰা ল'ৰাটো কালি ঘৰলৈ গ'ল। এই বস্তুবোৰ সেই উলিয়াই দিয়া ছোৱালীজনীলৈ থৈছে। এই বাক্য দুটাত থকা 'বাপেক-মৰা ল'ৰা' আৰু 'উলিয়াই দিয়া ছোৱালী' এই দুটা বাক্যাংশ প্ৰথমটো বাক্যাংশৰ ল'ৰা শব্দটো কৰ্তা; কিন্তু দ্বিতীয়টো বাক্যাংশৰ ছোৱালী শব্দটো কৰ্তা, কৰ্ম একো নহয়, নিৰ্বিভক্তিকহে।

**খণ্ডবাক্য আৰু বাক্যাংশৰ শ্ৰেণী বিভাগ**—ভাবৰ ফালৰ পৰা বিচাৰ কৰি চাই খণ্ডবাক্য আৰু বাক্যাংশক বিশেষ্য স্থানীয়, বিশেষণ স্থানীয় আৰু ক্ৰিয়াবিশেষণ স্থানীয় এই তিনিটা শ্ৰেণীত বিভক্ত কৰিব পাৰি। বাক্যাংশৰ অবিকাৰী শব্দপ্ৰধান আৰু ক্ৰিয়াপ্ৰধান এই দুটা সুকীয়া ভাগো আছে।

**ক) বিশেষ্য স্থানীয় খণ্ডবাক্য আৰু বাক্যাংশ**—বিশেষ্যপদ বা বিশেষ্যৰ পৰিবৰ্তে বহা সৰ্বনামপদ সকলো কাৰকতে থাকিব পাৰে। গতিকে ক্ৰিয়াৰ লগত জড়িত সকলো কাৰকৰ ভাব প্ৰকাশ কৰিব পৰা খণ্ডবাক্য আৰু বাক্যাংশক বিশেষ্য স্থানীয় বোলা হয়।

গান্ধীজীয়ে আজীৱন দেশসেৱা কৰিলে, সেইবাবে দেশবাসীয়ে আজি তেওঁক সোঁৱৰে। এই যৌগিক বাক্যটোত দুটা সৰল বাক্য আছে যদিও পাছৰ বাক্যটোহে প্ৰধান বাক্য হৈছে। এই প্ৰধান বাক্যটোৰ কৰ্তা দেশবাসী, কৰ্ম তেওঁক আৰু ক্ৰিয়া সোঁৱৰে। 'তেওঁক' কৰ্ম পদটোতে 'আজীৱনদেশসেৱা কৰা গান্ধীজীক' ভাবটো প্ৰকাশ পাইছে। গতিকে তেওঁক বা গান্ধীজীক শব্দৰ ঠাইত অপ্ৰধান খণ্ডবাক্যটো (গান্ধীজীয়ে আজীৱন দেশসেৱা কৰিলে) বহিছে বুলি ধৰি তাক 'বিশেষ্য স্থানীয় খণ্ডবাক্য' বোলা হৈছে। তেওঁক বা গান্ধীজীক সোঁৱৰে কাৰণে এইবাক্যত খণ্ডবাক্যটো কৰ্মসূচক বিশেষ্যস্থানীয় হৈছে।

গান্ধীজী এজন সাধক আছিল, তাত সন্দেহ নাই। এই বাক্যত অধিকৰণ-কাৰকসূচক 'তাত' শব্দটোৱে খণ্ডবাক্যটোৰ ভাবৰ প্ৰতিনিধিত্ব কৰিছে। গতিকে 'গান্ধীজী এজন সাধক আছিল' এই খণ্ডবাক্যটো এটা 'অধিকৰণসূচক' 'বিশেষ্য-স্থানীয় খণ্ডবাক্য'।

দুটা বা ততোধিক পদৰ সমষ্টি বাক্যাংশই যদি মাত্ৰ 'এটা বিশেষ্যপদৰ ভাব' প্ৰকাশ কৰে তেনেহ'লে তাক 'বিশেষ্য স্থানীয় বাক্যাংশ' বোলা হয়। বিশেষ্য স্থানীয় খণ্ডবাক্যৰ দৰে বিশেষ্য স্থানীয় বাক্যাংশও সকলো কাৰকৰ সূচক হ'ব পাৰে। যেনে—'শিৱাজীৰ অভ্যুত্থান' মোগল সাম্ৰাজ্যৰ ক্ষতিকাৰক আছিল। 'শিৱাজীৰ অভ্যুত্থানক' মোগল সম্ৰাটে বাধাগ্ৰস্ত কৰিছিল। 'শিৱাজীৰ অভ্যুত্থানত' মাৱলীসকলৰ ভূমিকা গুৰুত্বপূৰ্ণ আছিল। এই বাক্যবোৰত 'শিৱাজীৰ্ অভ্যুত্থান' বাক্যাংশটো স্বকীয়া স্বকীয়া কাৰকসূচক বিশেষ্য স্থানীয় হৈছে। মানসিক বল, সামাজিক উন্নতি, জনসমূহ প্ৰভৃতি যুটীয়া আৰু গুটীয়া শব্দবোৰ এনেধৰণৰ বিশেষ্য পদ, কিন্তু গুটীয়া শব্দটো সাধাৰণ বিশেষ্য আৰু যুটীয়া-বোৰ বিশেষ্যস্থানীয় বাক্যাংশ।

**বিশেষণ স্থানীয় খণ্ডবাক্য আৰু বাক্যাংশ**—যিটো খণ্ডবাক্যই মূল বা প্ৰধান বাক্যৰ বিশেষণৰ দৰে কাম কৰে, সেই খণ্ডবাক্যটোক বিশেষণ স্থানীয় খণ্ডবাক্য বুলি ধৰা হয়। যেনে—যি কাম নকৰে, তেওঁৰ উন্নতি হ'ব নোৱাৰে। ইয়াত 'যি কাম নকৰে' এটা খণ্ডবাক্য। মূল বাক্যত থকা তেওঁ শব্দটোৰ বিশেষণ ৰূপে এই খণ্ডবাক্যটো ব্যৱহাৰ কৰা হৈছে। গতিকে এই খণ্ডবাক্যটো বিশেষণ স্থানীয় খণ্ডবাক্য। খণ্ডবাক্যত থকা ক্ৰিয়াপদটোক কৃদন্ত পদ ৰূপে ব্যৱহাৰ

কৰিলে খণ্ডবাক্যৰ ঠাইত বাক্যাংশ হ'ব। যেনে —'কাম নকৰা' মানুহৰ উন্নতি হ'ব নোৱাৰে। নাইবা কাম নকৰা মানুহে উন্নতি কৰিব নোৱাৰে। ইয়াত কাম নকৰা মানুহ বিশেষণ স্থানীয় বাক্যাংশ। বিশেষণ স্থানীয় খণ্ডবাক্য আৰু বাক্যাংশবোৰো পৃথক্ পৃথক্ কাৰকত ব্যৱহাৰ হ'ব পাৰে। যেনে —যি কাম নকৰে, তেওঁৰ নিমিত্তে উন্নতিৰ বাট বন্ধ (নিমিত্তকাৰক)। 'কাম নকৰা' মানুহৰ কাৰণে উন্নতিৰ বাট বন্ধ (নিমিত্ত কাৰক)। 'অশুদ্ধচিত্তে কৰা' কামৰ ফল ভাল নহয় (কৰণ কাৰক)।

**ক্ৰিয়াবিশেষণস্থানীয় খণ্ডবাক্য আৰু বাক্যাংশ** —যিটো খণ্ডবাক্যই মাই বাক্যটোৰ ক্ৰিয়াপদৰ বিশেষণৰ দৰে ভাব প্ৰকাশ কৰে, সেই খণ্ডবাক্যক ক্ৰিয়াবিশেষণস্থানীয় খণ্ডবাক্য বোলা হয়। যেনে —যি যেনে কাম কৰে, সি তেনে ফল পায়। ইয়াত 'ফল পায়' ক্ৰিয়াপদৰ বিশেষণ ৰূপে থকা 'তেনে' শব্দটো 'যেনে কাম কৰে' খণ্ডবাক্যটোৰ ওপৰত নিৰ্ভৰশীল। গতিকে 'যেনে কাম কৰে' ক্ৰিয়াবিশেষণস্থানীয় খণ্ডবাক্য। সেইদৰে —তেওঁ 'যেতিয়া বাজনা বজায়', তেতিয়া গীত গায়। 'ঈশ্বৰে যিটো কৰে', সেইটো ভালকে কৰে। বাজনা বজাই গীতগায় অথ ত 'গায়' ক্ৰিয়াৰ বিশেষণ 'বাজনা বজাই' অংশটো এটা স্বাভাৱিক ক্ৰিয়াবিশেষণ; কিন্তু 'যিটো কৰে' স্বাভাৱিক ক্ৰিয়াবিশেষণ নহয়; কৰে ক্ৰিয়াৰ বিশেষণ 'ভালকে'ৰ ঠাইত 'যিটো কৰে' অংশটো বহা কাৰণেহে তাক ক্ৰিয়াবিশেষণস্থানীয় বোলা হৈছে। 'মন দি' পঢ়িলে জ্ঞান হয়। 'হাত্ধৰি' খৰচ কৰিলে কম ধনেৰেই চলিব পাৰি বা 'হাত ধৰি' খৰচ কৰা মানুহে কম উপাৰ্জনেৰে চলিব পাৰে। কিতাপখন তেওঁ 'হাতে হাতে' দিছে। এই বাক্যাংশবোৰে যথাক্ৰমে পঢ়িলে, খৰচ কৰিলে আৰু দিছে ক্ৰিয়াৰ বৈশিষ্ট্য বা লক্ষণ দেখুৱাইছে। সেইবাবে এইবিলাক ক্ৰিয়াবিশেষণস্থানীয় বাক্যাংশ। একাধিক শব্দ থকা বাবে এইবোৰক বাক্যাংশ বোলা হৈছে যদিও প্ৰকৃততে এইবোৰ সাধাৰণ ক্ৰিয়াবিশেষণ।

**অবিকাৰীশব্দপ্ৰধান বাক্যাংশ** —একোটা বাক্যাংশত অবিকাৰী শব্দবহে ভাবটো প্ৰধান যেন হৈ পৰে। এনেধৰণৰ বাক্যাংশক অবিকাৰী শব্দপ্ৰধান বাক্যাংশ বুলিব পাৰি। যেনে —'সোণ যেন' হ'ল (বৰ মূল্যৱান হ'ল)। 'বিনামেঘে' বজ্ৰপাত (কাৰণৰ অজ্ঞাতেই কাৰ্য হোৱা)। 'চিঙিৰি তুলা যেন' হৈ আছে (বৰকৈ খঃ উঠি আছে) এই বাক্যাংশবোৰত 'বিনা' আৰু 'যেন' এই অবিকাৰী শব্দ দুটাৰ ওপৰত ভাবটোৱে নিৰ্ভৰ কৰিছে।

**ক্ৰিয়াপ্ৰধান বাক্যাংশ** —এই বাক্যাংশবোৰত ক্ৰিয়াৰ ভাবটো প্ৰধান হৈ থাকে। ক্ৰিয়া সদাই বাক্যৰ শেষত থাকে, কিন্তু বাক্যাংশ বাক্যৰ মাজতো থাকিব পাৰে। যেনে – বেলি 'মাৰ গৈছে'। সি বেলি 'মাৰ গ'লে' আহিব। তাৰ বাবে আমাৰ 'নাক-কাণ কটা গৈছে'। কনা-শুনালোকৰ কথাতে 'কাণ দিব নালাগে'। ক্ৰিয়াৰ

ভাব প্ৰকাশ কৰিবলৈ এটা ক্ৰিয়াপদেই যথেষ্ট ; কিন্তু ক্ৰিয়াৰ ভাব এটা পদতে প্ৰকাশ নহৈ এটা বাক্যাংশৰ যোগেদি প্ৰকাশ পালে তাক ক্ৰিয়াপ্ৰধান বাক্যাংশ বোলা হয়। মনদিয়া, চকুৰখা, হাতদিয়া, জুটিলোৱা প্ৰভৃতি এনে ধৰণৰ বাক্যাংশ। এই ক্ষেত্ৰত শব্দৰ সাধাৰণ অৰ্থতকৈ বাক্যাংশৰ অৰ্থ বা ভাব কিছু পৃথক্ হোৱাটো লক্ষ্য কৰিব লগীয়া কথা।

১৪। **শব্দৰ পাৰস্পৰিক সম্বন্ধ**—এটা বাক্যত থকা সকলো পদৰ পাৰস্পৰিক সম্বন্ধ সমান গাঢ় আৰু সমান গুৰুত্বপূৰ্ণ নহয়। কেইটামান পদ একেটা বাক্যৰ ভিতৰতে এটা উপবাক্যৰ দৰে সুকীয়া ভাৱে সংগঠিত হৈ থাকিব পাৰে। যৌগিক বাক্য আৰু মিশ্ৰ বাক্যৰ মাজত সৰল বাক্য সোমাই থকাৰ দৰেই খণ্ডবাক্য আৰু বাক্যাংশও বাক্যৰ মাজত সোমাই থকাৰ উদাহৰণ ওপৰত দিয়া হ'ল। মন কৰিব লগীয়া যে—দুটা বাক্যৰ মাজত সম্পৰ্ক স্থাপন কৰিবলৈ আৰু খণ্ডবাক্য বা বাক্যাংশক বাক্যৰ আন পদৰ লগত জড়িত কৰিবলৈ অবিকাৰী শব্দ অথবা সৰ্বনাম শব্দৰ সহায় লোৱা হয়। সৰ্বনাম শব্দবোৰ বিষয় বা ভাববাচক, বস্তু অথবা ব্যক্তিবাচক, স্থানবাচক, কালবাচক আৰু ক্ৰিয়াবাচক ৰূপতেই বেছিকৈ ব্যৱহাৰ হয় (যি, য'ত, যেতিয়া, যেনেকৈ, ; কি, ক'ত, কেতিয়া, কেনেকৈ ; সি, ত'ত, তেতিয়া, তেনেকৈ)। যদি, যেন, হেন, নিচিনা প্ৰভৃতি অবিকাৰী শব্দবোৰৰ ব্যৱহাৰো এই ক্ষেত্ৰত বহু পৰিমাণে হোৱা দেখা যায়। এনে ধৰণৰ অবিকাৰী আৰু সৰ্বনাম শব্দবোৰ বাক্যাংশ বা খণ্ডবাক্যৰ আগত বা পাছতহে বহে। কেতিয়াবা সৰ্বনাম শব্দৰ প্ৰয়োগ অবিকাৰী শব্দৰ দৰেও হয়। যেনে—যাতে, তেনে, এতেকে ইত্যাদি কিছুমান শব্দ বাক্যত অবিকাৰী ৰূপত বহে যদিও মূলতে সেইবোৰ সৰ্বনাম শব্দ। কেতিয়াবা সৰ্বনাম শব্দ যুৰীয়া ৰূপত ক্ৰিয়াবিশেষণৰ দৰেও হয়। যেনে—কামটো 'যেনেতেনে' কৰিবা। সংজ্ঞা আৰু বিশেষণ শব্দও এনেদৰে যুৰীয়া ৰূপত কেতিয়াবা ক্ৰিয়াবিশেষণ হয়। যেনে—তেওঁ 'ভালে ভালে' সাৰিল। মানুহজন 'মাতে-কথাই' শ'ল। 'হাতে-পাতে ধৰি' কামটো কৰিলে হ'ব।

নিষেধ বুজাবৰ কাৰণে ক্ৰিয়াৰ আগত 'ন'টোকে পৃথক্ পৃথক্ ৰূপে যোগ দিয়া হয়। যেনে—তেওঁ নগ'ল, মই নাযাওঁ, সি নিদিয়ে। তেখেতে নেদেখে। ক্ৰিয়াৰ লগত স্বৰসাম্যৰ কাৰণে অথবা সহজ উচ্চাৰণৰ কাৰণে 'ন'>না, নি, নু, নে, নো আৰু নৌ হোৱা দেখা যায়। (নুবুজে, নোৱাৰে, নৌ হয় ইত্যাদি)। মূল ক্ৰিয়াৰ আগত কৃদন্ত পদ থাকিলে ন প্ৰয়োগত ব্যতিক্ৰম দেখা যায়। যেনে—কামটো 'কৰা' 'নহ'ল'। মূল ক্ৰিয়াৰ আগত নিষেধাৰ্থক 'ন' কৰা কৃদন্ত পদৰ পাছত বহিছে ; কিন্তু বহুত সময়ত কামটো 'নকৰা হ'ল'। নকৰা হয়। নোখোৱা হ'ব আদি প্ৰয়োগো হয়। মন কৰিব লগীয়া যে—বিটোপদৰ আগত যোগ দিয়া হয়, সেইটো পদতে নিষেধাত্মক ন যোগ দিয়া হয়। 'নগ'ল', 'নাযাওঁ',

'নিদিবা' আদি ক্ৰিয়াবোৰ এবাৰ হোৱা অৰ্থত জোৰ দি ব্যৱহাৰ কৰা হয়; কিন্তু কৃদন্ত শব্দ কৰা, যোৱা, খোৱা প্ৰভৃতিৰ 'আগত নিষেধাৰ্থক পদ যোগ হ'লে 'ক্ৰিয়াটো নিত্য বা বহুবাৰসূচক হয়'। নকৰা হ'ল বুলিলে আগতে কৰা কামটো কৰিবলৈ এৰি দিয়া বুজায়। স্বাভাৱিক কাৰণত নিষেধাত্মক ক্ৰিয়াপদত সদাই 'ন' পদটো ধাতুৰ আগত সাধাৰণ ভাবে বহে। যেনে—অন্ধই চকুৰে 'নেদেখে'। আমিও সকলো বস্তু চকুৰে 'নমনো ইত্যাদি। সম্ভাৱনা অৰ্থত ব্যৱহৃত 'পাৰ্' ধাতুটো 'ব' প্ৰত্যয়ান্ত (ধাতুভেদে 'আব' বা 'ইব' হয়) 'ধাতুৰ পাছত নিষেধাৰ্থক হৈ বহিলে' কিছু পৃথক্ ধৰণৰ হয়। যেনে—কৰিব পাৰি > কৰিব 'নোৱাৰি', দিব পাৰে > দিব 'নোৱাৰে', দিব পৰা > দিব 'নোৱৰা'; যাব পাৰা > যাব 'নোৱাৰা' ইত্যাদি অতীত আৰু ভৱিষ্যৎ কালতো এনে দৰেই হ'ব। যেনে—দিব পাৰিলে, দিব নোৱাৰিলে, দেখিব পাৰিলে, দেখিব নোৱাৰিলে। কিন্তু 'দেখিব পাৰে' আৰু 'দেখিব নোৱাৰে', দেখিব 'পৰা হৈছে, দেখিব 'নোৱৰা হৈছে'; 'দেখিব পৰা হ'ব' প্ৰভৃতি বাক্যাংশৰ সুকীয়া অৰ্থও আছে। 'দেখিব পৰা' বাক্যাংশ 'সম্ভাৱসূচক' আৰু 'দেখিব নোৱৰা' বাক্যাংশটো 'অসম্ভাৱসূচকো হয়'। যেনে—সাধু স্বভাৱৰ লোকে অসাধু স্বভাৱৰ লোকক দেখিব নোৱাৰে (চকুৰে নেদেখে অৰ্থত নহয়)। হৈ যোৱা ঘটনাটোৰ পাছৰ পৰা বাপেকে পুতেকক দেখিব নোৱৰা হৈছে। আজিকালি তেওঁ সিহঁতক আগতকৈও দেখিব পৰা হৈছে ইত্যাদি। এটা বাক্যত থকা পদবোৰৰ পাৰস্পৰিক সম্পৰ্ক আৰু ভাৱগত গুৰুত্বৰ ওপৰত নিৰ্ভৰ কৰি বাক্যৰ ভিতৰত সুকীয়া সুকীয়া বাক্যাংশ গঢ় লয়। প্ৰকৃততে এনে ধৰণৰ বাক্যাংশসমূহৰ ভাৱগত শ্ৰেণীবিভাজন সম্ভৱ নহয়। এই প্ৰসংগত কেইটামান উদাহৰণ মাত্ৰ দাঙি ধৰা হ'ল।

১৩। **বাক্য সম্প্ৰসাৰণ আৰু সংকোচন**—উদ্দেশ্য আৰু বিধেয়ৰ সংগতি ৰাখি সম্পূৰক বা সংপ্ৰসাৰকৰ সহায়েৰে বাক্যৰ সংপ্ৰসাৰণ ঘটোৱা হয়। বাক্যৰ উদ্দেশ্য আৰু বিধেয় বাছি উলিয়াই কাৰ লগত কোনটো সম্পূৰক শব্দ বা বাক্যাংশ যোগ দিয়া হৈছে, সেই সম্বন্ধে কৰা বিচাৰক 'বাক্য বিশ্লেষণ বোলা হয়। শব্দ-সংগতিৰ পৰা আৰম্ভ কৰি গুৰুত্বপূৰ্ণ পদবিচাৰ, বস্তি-বিচাৰ, কৰ্ম-প্ৰভৃতি পদ-বিচাৰ, বাচ্য, বিভক্তিৰ বিশেষপ্ৰয়োগ, বাক্যৰ শ্ৰেণীবিভাগ, খণ্ডবাক্য তথা বাক্যাংশ-বিচাৰ আৰু শব্দৰ পাৰস্পৰিক সম্বন্ধ-বিচাৰ এই সকলো কথা বাক্য-বিশ্লেষণৰ লগত জড়িত। বাক্য-সংগঠনো বাক্য-বিশ্লেষণৰ লগৰ কথা। গতিকে বাক্য বিশ্লেষণ সম্বন্ধে সুকীয়াকৈ আলোচনা কৰাৰ প্ৰয়োজন নাই।

লেখকভেদে বা বক্তাভেদে একেটা ভাব প্ৰকাশ কৰা বাক্যৰ শব্দ আৰু গঠন-প্ৰণালী সুকীয়া হয়। কোনো কোনো লেখক বা বক্তাই কম শব্দতে আৰু সহজে বহুত ভাব প্ৰকাশ কৰিব পাৰে। এইটো তেওঁৰ নিশ্চয় যোগ্যতাৰ

পৰিচায়ক। বহুত শব্দেৰে আৰু জটিল ধৰণে ভাব প্ৰকাশ কৰাটো বহুত ক্ষেত্ৰত যোগ্যতাৰ পৰিচায়ক নহয় যদিও, এনেধৰণৰ বাক্যৰো প্ৰয়োজন আছে। কিছু-মান ক্ষেত্ৰত ভাবপ্ৰকাশ কৰোঁতাৰ যোগ্যতাৰ দৰে ভাবগ্ৰহণকৰোঁতাৰো যোগ্য-তাৰ প্ৰয়োজন হয়। গতিকে শ্ৰোতা বা পাঠকৰ যোগ্যতালৈ চকু ৰাখি বাক্য-বোৰৰ ধৰণ সুকীয়া কৰিব লগীয়া হয়। এই দৃষ্টিত বাক্য-সংকোচন আৰু সম্প্ৰসাৰণ দুয়োটা কৌশলকে গ্ৰহণ কৰিব লাগিব।

বাক্যৰ সম্প্ৰসাৰিত অংশবোৰত অতিৰঞ্জনা আৰু বিশেষণ বহু পৰি-মাণে থাকিব পাৰে। অন্য বস্তুৰ লগত তুলনা বা প্ৰাসংগিক উল্লেখ থাকিব পাৰে। উদ্দেশ্য আৰু বিধেয় উভয় শ্ৰেণীৰে সম্পূৰক শব্দাৱলীৰ পৰা এনেধৰণৰ বিশেষণ আৰু অতিৰঞ্জন বাদ দিলেও মূল ভাবটো প্ৰকাশ পাব পাৰে। কেইবাটাও বাক্য থকা এটা ভাবৰ প্ৰকাশক অনুচ্ছেদৰ সাৰাংশ লিখিবৰ কাৰণেও বাক্য-সংকো-চনৰ এই কৌশলকে অৱলম্বন কৰিব লগীয়া হয়। কেতিয়াবা কেতিয়াবা একোটা বাক্যাংশকো এটা শব্দতে সামৰি লোৱা হয়। যেনে —ওৰে ৰাতি চোৰটো গৰু-বন্ধা ঘৰটোৰ আঁৰতে লুকাই থাকিল। 'গৰুবন্ধা ঘৰটোৰ' পৰিবৰ্তে 'গোহালি' শব্দ ব্যৱহাৰ কৰিলে বাক্যটো সহজ আৰু চুটি হয়। এইদৰে বাক্যৰ ধৰণভেদে একোটা বাক্যাংশৰ ঠাইত একোটা শব্দ ব্যৱহাৰ কৰিব পাৰি। যেনে —যি মৃত্যুক জয় কৰিছে তেওঁ 'মৃত্যুঞ্জয়ী', আঙা বা ভজা কৰি খোৱা কলগছৰ পুলি পছলা, লোকে কৰি খোৱা উপকাৰ পাহৰি যোৱা মানুহ অকৃতজ্ঞ বা অগুণকাৰী ইত্যাদি।

জটিল বাক্য আৰু যৌগিক বাক্যক সৰল বাক্যলৈ নিলেও বাক্য সংকু-চিত হয়। কৃৎপ্ৰত্যয় আৰু তদ্ধিত প্ৰত্যয়ৰ সহায়তো কেইবাটাও শব্দক সামৰি এটা শব্দ কৰিব পাৰি। যেনে —গাখীৰ খীৰোৱা গাই গৰু খীৰতীগাই, কৰিব লগীয়া কাম কৰ্তব্য। সমাসৰ সহায়েৰেও কিছুমান ক্ষেত্ৰত শব্দৰ সংকোচন ঘটোৱা হয়।

অনুশীলনী —২৮

১) সৰল বাক্য আৰু জটিল বাক্যৰ মাজত থকা পাৰ্থক্যবোৰ বাছি উলিওৱা।

২) বাক্যাংশ আৰু খণ্ডবাক্যৰ মাজত থকা পাৰ্থক্যবোৰ উদাহৰণসহ দেখুৱাই দিয়া।

৩) বাক্য-সংকোচন আৰু সম্প্ৰসাৰণ কেনেকৈ কৰিব পাৰি উদাহৰণসহ লিখা।

৪) তলত দিয়া বাক্যটোৰ উদ্দেশ্য-সম্প্ৰসাৰক আৰু বিধেয়-সম্প্ৰসাৰকবোৰ বাছি উলিওৱা। ল'ৰাটোৱে এটা ভাল চাকৰি পালে যদিও, ঘৰৰ পৰা দূৰত থকা বাবে সিমানৰ বৰ লাভ নহ'ল।

৫) সংজ্ঞা আৰু বিশেষণ শব্দ ক্ৰিয়াবিশেষণৰ দৰে ব্যৱহাৰ হোৱাৰ উদাহৰণ দিয়া।

৬) বাক্যত একে অৰ্থতে ক্ৰিয়াপদৰ ঠাইত কৃদন্তপদ বহাৰ উদাহৰণ দাঙিধৰা।

৭৭৭৭

১৬। **পদান্বয়** —বাক্যত থকা প্ৰতিটো শব্দৰ পাৰস্পৰিক সম্পৰ্কলৈ চকু ৰাখি প্ৰতিটো পদৰ বিস্তৃত পৰিচয় দাঙিধৰাকে পদান্বয় বোলা হয়। পদান্বয়ৰ কাৰণেও উদ্দেশ্য-বিধেয়ৰ বিচাৰ প্ৰথম কথা। তাৰ পাছতহে উদ্দেশ্য আৰু বিধেয়ৰ সম্প্ৰসাৰক বাছি ল'ব লাগে। তাকে কৰিবলৈ যাওঁতে সৰল বাক্য, জটিল বাক্য প্ৰভৃতি বাক্যৰ সুকীয়া সুকীয়া ভাগবোৰ ওলাই পৰে। কোনটো পদৰ কেনে গুৰুত্ব সেই কথায়ো তাৰ ওপৰত নিৰ্ভৰ কৰে। এইবিলাকৰ পাছত সংজ্ঞা, বিশেষণ, সৰ্বনাম, ক্ৰিয়া আৰু অবিকাৰী শব্দৰ নিজ নিজ লক্ষণ সম্বন্ধে বিচাৰ কৰিব লাগে। এই ক্ষেত্ৰত কোন শ্ৰেণীৰ শব্দৰ বিচাৰ কৰোঁতে কোনবোৰ কথালৈ চকু দিব লাগে তাৰ বিৱৰণ তলত দিয়া হৈছে।

১) বিশেষ্য পদ —বিশেষ্যৰ ভাগ, লিংগ, বচন, পুৰুষ, বিভক্তি, কাৰক, কোন ক্ৰিয়াৰ লগত সম্বন্ধ ; সম্বন্ধপদ হ'লে কাৰ লগত সম্বন্ধ দেখুৱাব লাগে।

২) বিশেষণ পদ —কোন বিধৰ বিশেষণ, কোনটো নাম শব্দ বা ক্ৰিয়াপদৰ গুণ বা ধৰণ বুজাইছে ? বিশেষ্যৰ বিশেষণত লিংগৰ পৰিচয়ো হ'ব পাৰে।

৩) সৰ্বনাম পদ —কোন বিধৰ সৰ্বনাম, সম্ভৱস্থলত কোন বিশেষ্যৰ ঠাইত ব্যৱহাৰ হৈছে ; বাকীবোৰ বিশেষ্যপদৰ দৰে হ'ব।

৪) ক্ৰিয়াপদ —মুখ্য ক্ৰিয়ানে গৌণক্ৰিয়া বা প্ৰাসংগিক ক্ৰিয়া ? মুখ্য ক্ৰিয়া হ'লে সমাপিকানে অসমাপিকা, অকৰ্মকনে সকৰ্মক ; সকৰ্মক হ'লে কৰ্মৰ উল্লেখ, অসমাপিকা হ'লেও কৰ্তাৰ উল্লেখ কৰিব লাগে।

ক) সমাপিকা ক্ৰিয়াৰ কৰ্তা, কৰ্তাৰ পুৰুষ, বচন, কাল, বিভক্তি, বাচ্য ; সকৰ্মক হ'লে কৰ্মৰ উল্লেখ কৰিব লাগে। পাঁচনীক্ৰিয়া হ'লে মূল কৰ্তা আৰু পাঁচনী কৰ্তাৰ পৰিচয় দিব লাগে। বাকীবোৰ অন্য সমাপিকা ক্ৰিয়াৰ দৰে হয়।

খ) সহায়ক ক্ৰিয়া হ'লে, কোন ক্ৰিয়াৰ সহায়ক ; যি ক্ৰিয়াৰ সহায়ক তাৰ পৰিচয় সমাপিকা ক্ৰিয়াৰ দৰে দিব লাগে।

গ) অনিয়মিত ক্ৰিয়াৰ কৰ্তা, পুৰুষ আৰু কাল উল্লেখ কৰিব লাগে।

ঘ) কৃদন্ত শব্দ হ'লে বিশেষ্য অৰ্থতনে, বিশেষণ অৰ্থত প্ৰয়োগ হৈছে উল্লেখ কৰিব লাগিব। ক্ৰিয়াৰ লগত সম্পৰ্ক, কাৰক আৰু কৰ্তাৰ লগত সম্পৰ্কও দেখুৱাব লাগে।

ঙ) নাম ধাতু হ'লে কোনটো নাম শব্দক ধাতুৰূপে ব্যৱহাৰ কৰা হৈছে উল্লেখ কৰিব লাগে। নামধাতুৰ পৰা হোৱা ক্ৰিয়াৰ পৰিচয় অন্যধাতুৰ পৰা হোৱা ক্ৰিয়াৰ দৰেই দিবলগীয়া।

৫) অবিকাৰী শব্দ হ'লে তাৰ শ্ৰেণী আৰু লক্ষণ সম্বন্ধে পৰিচয় দিব লাগে। তলত উদাহৰণ স্বৰূপে কেইটামান বাক্যৰ পদান্বয় কৰা হৈছে।

**ক) মানুহজনে পুতেকৰ উন্নতিৰ অৰ্থে বহুত যত্ন কৰিছিল।**

**উদ্দেশ্য বা কৰ্তাপদ**—মানুহজনে, **বিধেয় বা ক্ৰিয়াপদ**—কৰিছিল। **বিধেয়-সম্প্ৰসাৰক কৰ্মপদ**—যত্ন। 'উন্নতিৰ অৰ্থে' বাক্যাংশটো বিধেয়ৰ সম্প্ৰসাৰক; উদ্দেশ্যৰ সম্প্ৰসাৰক কোনো পদ বাক্যটোত নাই। এতিয়া পদবোৰে বাক্যটোত পোৱা গুৰুত্ব অনুসৰি প্ৰত্যেকটো পদৰ পৰিচয় তলত দিয়া হৈছে।

মানুহজনে—ব্যক্তিবাচক সংজ্ঞা (মানুহজনৰ নাম উল্লেখ কৰা নাই যদিও জাতিবাচক মানুহ শব্দটোক জন শব্দই ব্যক্তিবাচক কৰিছে), পুংলিংগ একবচন, তৃতীয় পুৰুষ, প্ৰথমা বিভক্তি, কৰ্তা কাৰক, 'কৰিছিল' ক্ৰিয়াৰ কৰ্তা।

কৰিছিল—মুখ্য সমাপিকা ক্ৰিয়া, সকৰ্মক, 'মানুহজনে' কৰ্তাৰ ক্ৰিয়া, এই ক্ৰিয়াৰ কৰ্ম যত্ন, কৰ্তৃবাচ্যৰ বাক্য কাৰণে ক্ৰিয়াটো কৰ্তানুযায়ী, তৃতীয় পুৰুষ।

যত্ন—কৰিছিল ক্ৰিয়াৰ কৰ্ম, ভাববাচক বিশেষ্য, ক্লীৱলিংগ, তৃতীয় পুৰুষ, (বহুবচনত প্ৰয়োগ কৰা হৈছে), বিভক্তি-চিনৰহিত কৰ্মকাৰক।

উন্নতিৰ অৰ্থে—চতুৰ্থীবিভক্তিযুক্ত নিমিত্ত কাৰক (উন্নতিলৈ-ভাব বুজোৱা বাক্যাংশ) ভাববাচক বিশেষ্য, ক্লীৱ লিংগ, একবচন, তৃতীয় পুৰুষ, 'পুতেকৰ' পদৰ লগত জড়িত সম্বন্ধিত পদ।

পুতেকৰ—সম্বন্ধসূচক বিশেষ্যপদ, মানুহজনে কৰ্তাৰ লগত জড়িত, পুংলিগ, একবচন, তৃতীয়পুৰুষ, ষষ্ঠীবিভক্তি, সম্বন্ধপদ, উন্নতি বিশেষ্যৰ লগত সম্বন্ধ।

বহুত—বিশেষ্যৰ বিশেষণ, যত্ন বিশেষ্যৰ পৰিমাণ বুজাইছে।

বাক্যৰ উদ্দেশ্য আৰু বিধেয় ভাগ কৰি নোলোৱাকৈ শব্দবোৰৰ অন্বয় একাদিক্ৰমে কৰি গ'লেও পদান্বয় হ'ব। তলত দিয়া বাক্যটোৰ পদান্বয় এই ধৰণে কৰা হৈছে।

**খ) পৰীক্ষা যে হ'ব, সেই কথা মই ভালকৈজানোঁ।**

পৰীক্ষা—ভাববাচক বিশেষ্য, ক্লীৱলিংগ, একবচন, তৃতীয় পুৰুষ, বিভক্তিৰহিত কৰ্তাকাৰক, 'হ'ব' ক্ৰিয়াৰ কৰ্তা।

যে—অবিকাৰী শব্দ, 'পৰীক্ষা' আৰু 'হ'ব' এই পদ দুটাৰ মাজত সংযোগ, স্থাপন কৰিছে।

*হ'ব—পৰীক্ষা কৰ্তাৰ ক্ৰিয়াপদ, অকৰ্মক সমাপিকা ক্ৰিয়া; মূলবাক্যৰ ক্ৰিয়া নহয় খণ্ডবাক্যৰ (পৰীক্ষা যে হ'ব) ক্ৰিয়া; ভৱিষ্যৎ কাল।*

সেই —বিশেষণ সৰ্বনাম ; কথা বিশেষ্যৰ বিশেষণ, ক্লীৱলিংগ , 'পৰীক্ষা যে হ'ব' এই খণ্ডবাক্যটোৰ পৰিবৰ্তে (বিশেষ্য স্থানীয় খণ্ডবাক্যটোৰ পৰিবৰ্ত্তে) 'সেইকথা' বাক্যাংশৰ ব্যৱহাৰ কৰা হৈছে।

কথা —ভাববাচক বিশেষ্যপদ, ক্লীৱ লিংগ, তৃতীয়পুৰুষ, একবচন, বিভক্তিৰহিত কৰ্মকাৰক, 'জানো' এই সমাপিকা ক্রিয়াৰ (মূল বাক্যৰ) 'কৰ্ম'।

মই —ব্যক্তিবাচক সৰ্বনাম, বক্তাৰ নিজৰ নামৰ পৰিবৰ্ত্তে ব্যৱহাৰ হৈছে, উভয় লিংগ, একবচন, প্ৰথমপুৰুষ, বিভক্তিৰহিত কৰ্তাকাৰক, 'জানো' ক্রিয়াৰ কৰ্তা।

ভালকৈ —ক্রিয়া বিশেষণ, 'জানো' ক্রিয়াৰ ধৰণ বুজাইছে।

জানোঁ —মূল বাক্যৰ সমাপিকা ক্রিয়া, সকৰ্মক, 'কথা' কৰ্মৰ লগত জড়িত, মূল বাক্যৰ কৰ্তা 'মই'ৰ ক্রিয়াপদ।

গ) বৰষুণ সদাই দিছে ; কিন্তু পথাৰত পানী হোৱা নাই।

বৰষুণ —বস্তুবাচক বিশেষ্য, ক্লীৱলিংগ, একবচন, তৃতীয় পুৰুষ, বিভক্তিৰহিত কৰ্মকাৰক, কৰ্মকৰ্তৃবাচ্য, 'দিছে' ক্রিয়াৰ কৰ্ম, কৰ্তাপদ যেযে উহ্য হৈ আছে।

সদাই —কালবাচক সৰ্বনাম, কিছুমান দিনৰ নাম উল্লেখ নকৰি তাৰ পৰিবৰ্ত্তে সদাই শব্দৰ প্ৰয়োগ কৰা হৈছে, সপ্তমী বিভক্তি, অধিকৰণ কাৰক, 'দিছে' ক্রিয়াৰ সময় বুজাইছে।

দিছে —সকৰ্মক সমাপিকা ক্রিয়া, কৰ্মপদটো বৰষুণ, তৃতীয় পুৰুষৰ ক্রিয়া।

কিন্তু —বিয়োজক অবিকাৰী শব্দ, বৰষুণ হ'লে পানী হোৱাটো স্বভাৱসিদ্ধ কথা। এই বাক্যত কিন্তু শব্দটোৱে বৰষুণৰ এই স্বভাৱটোৰ অভাৱ বা বিয়োগ বুজাত সহায় কৰিছে।

পথাৰত —বস্তুবাচক সংজ্ঞা, ক্লীৱলিংগ, তৃতীয় পুৰুষ, একবচন, সপ্তমীবিভক্তি-যুক্ত অধিকৰণ কাৰক, পানীৰ আধাৰ অৰ্থত ব্যৱহাৰ হৈছে।

পানী —বস্তুবাচক সংজ্ঞা, ক্লীৱলিংগ, তৃতীয় পুৰুষ, একবচন, বিভক্তিৰহিত কৰ্তা (মূল বা প্ৰধান বাক্যৰ কৰ্তা), হোৱা নাই ক্রিয়াৰ কৰ্তা।।

হোৱা নাই —কৃদন্ত প্ৰধান মিশ্ৰ ক্রিয়া, হোৱা কৃদন্তপদৰ মূলধাতু 'হ', 'নাই' অনিয়মিত ক্রিয়া (ইয়াৰ সুকীয়া ধাতু পোৱা নাযায়) ; 'হোৱা' কৃদন্ত আৰু 'নাই' অনিয়মিত ক্রিয়া মিলি এটা অৰ্থ প্ৰকাশ কৰিছে। 'নাই' ক্রিয়াই 'হ' ধাতুৰ পৰা হোৱা কৃদন্ত পদটোক নিষেধাৰ্থক কৰিছে। এই নিষেধাৰ্থক ক্রিয়াৰ কৰ্তা পানী, কৰ্ম নাই (অকৰ্মক)। প্ৰধান বাক্যৰ সমাপিকা ক্রিয়া।

ওপৰত পদান্বয় কৰি দেখুউৱা তিনিটা বাক্য যথাক্ৰমে সৰল, মিশ্ৰ আৰু যৌগিক শ্ৰেণীৰ বাক্য। প্ৰথমটো বাক্যৰ পদান্বয় কৰোঁতে উদ্দেশ্য-বিধেয় ভাগ কৰি পদৰ পাৰস্পৰিক সম্বন্ধ দেখুৱাবলৈ যত্ন কৰা হৈছে। পাছৰ দুটা বাক্যতো/

পদান্বয় সেইদৰে কৰিব পাৰি। মিশ্ৰ বাক্যবো মূল বাক্য আৰু প্ৰাসংগিক বাক্য পৃথক্ কৰি দেখুৱাই ল'লে পদৰ অন্বয় অধিক স্পষ্ট হয়। যৌগিক বাক্যত থকা প্ৰতিটো বাক্য অকলে স্বয়ংসম্পূৰ্ণ যদিও যৌগিক ৰূপ লোৱাৰ পাছত দ্বিতীয়টো বাক্যৰ গুৰুত্ব বৃদ্ধি পোৱা দেখা যায়। ওপৰত দিয়া যৌগিক বাক্যত সেই কথাটো স্পষ্ট হৈ পৰিছে। 'পানী হোৱা নাই' বাক্যটোক সহায় কৰিবলৈহে যেন 'বৰষুণ দিছে' বাক্যটো অনা হৈছে। পানী হোৱা বাঞ্ছিত ফলটো পাবৰ বাবে বৰষুণৰ প্ৰয়োজন; কিন্তু বৰষুণ হ'লেও উদ্দেশ্যটো সিদ্ধি হোৱা নাই। এই কথাহে যৌগিক বাক্যত প্ৰকাশ পাইছে। উদ্দেশ্য সিদ্ধি নোহোৱা বাবে বৰষুণ দিয়া ক্ৰিয়াৰ গুৰুত্বটো হ্ৰাস পাইছে।

ঘ) ধ্বনি সাম্যৰ দৃষ্টিত কিছুমান শব্দ একে অৰ্থসূচক যেন লাগিলেও প্ৰকৃততে একাৰ্থক নহয়। গতিকে পদান্বয় কৰোঁতে সেই শ্ৰেণীৰ শব্দৰ ব্যৱহাৰ সম্বন্ধে সতৰ্ক হোৱা উচিত। যেনে—১) তেওঁ কথাটো ক'ম বুলিও নকলে। ২) কামটো কৰিম বুলিয়েই ভাবিছোঁ। এই বাক্য দুটাত থকা 'বুলি' শব্দটো একাৰ্থক নহয়। প্ৰথমটো বাক্যৰ 'বুলি' অসমাপিকা ক্ৰিয়া। তাক সমাপিকা ৰূপ দিলে 'বুলিলে' হ'ব। তেওঁ কথাটো ক'ম বুলিলে, কিন্তু নক'লে—এনে ভাব সেই বাক্যত প্ৰকাশ পাইছে। দ্বিতীয়টো বাক্যত থকা 'বুলি' শব্দটোৱে আগতে মুখেৰে কৰিম বুলি কৈ পাছত সেই বিষয়ে ভলা নুবুজায়, কৰিবলৈ মনতে স্থিৰ কৰাহে বুজায়। সেইদৰে হ'ব বুলি আশা কৰিছোঁ, ভালক বুলি কৈছোঁ ইত্যাদি বাক্যাংশৰ 'বুলি' এটা অবিকাৰী শব্দহে। দেখি, শুনি, চাই প্ৰভৃতি এনে কিছুমান শব্দ দেখাত অসমাপিকা ক্ৰিয়া যেন লাগিলেও বহুত সময়ত ক্ৰিয়াবিশেষণৰ দৰে ব্যৱহাৰ হয়। যেনে—তেওঁ ভাত খাইআছে (খালে, তাৰ পাছত আছে এনে অৰ্থত নহয়), কথা কৈ আছে (আগতে ক'লে, পাছত আছে, বা কোৱাৰ পাছত আছে অৰ্থত নহয়), দেখি থাকিব, শুনিগ'ল, চাইথাকিল প্ৰভৃতি যৌগিক ধাতুৰ ক্ৰিয়াত আগৰ ধাতুৰ অসম্পূৰ্ণতাসূচক ৰূপটো পাছৰ ধাতুৰ পৰা হোৱা ক্ৰিয়াপদৰ বিশেষণহে, অসমাপিকা ৰূপ নহয়। গতিকে এইবোৰ ক্ৰিয়াবিশেষণহে। পদান্বয়ৰ সময়ত এনেধৰণৰ প্ৰয়োগৰ প্ৰতি লক্ষ্য কৰিব লাগিব।

অনুশীলনী—২৯

১) পদৰ অন্বয় বুলিলে কি বুজা আৰু পদান্বয় কৰোঁতে কোনবোৰ কথালৈ চকু ৰাখিব লাগে, যথাসম্ভৱ কাৰণ দৰ্শাই লিখা।

২) ল'ৰাটোৱে পৰীক্ষাত উত্তীৰ্ণ হ'ম বুলি ভাবিছিল। এই বাক্যটোৰ পদান্বয় কৰা।

৩) পদান্বয় কৰিব পাৰিলে ভাষা-শিক্ষাৰ ক্ষেত্ৰত কি সহায় হ'ব বুলি ভাবা, কাৰণ দেখুৱাই লিখা।

৪) পদান্বয় আৰু বাক্য-বিশ্লেষণৰ মাজত কেনে ধৰণৰ সম্পৰ্ক আছে বুলি ভাবা, উদাহৰণসহ লিখা।

০০০০

# চতুৰ্থ ভাগ

## ভাৱ-বিচাৰ

১। **শব্দাৰ্থ আৰু ভাৱাৰ্থ**—ভাব প্ৰকাশৰ কাৰণে ধ্বনি বা ধ্বনি-সমষ্টিৰ (শব্দৰ) প্ৰয়োগ কৰা হয়। ধ্বনি বা ধ্বনি-সমষ্টিস্বৰূপ শব্দ আৰু ভাবৰ মাজত থাকি অৰ্থই ভাৱ-প্ৰকাশত সহায় কৰে। অৰ্থৰ এই সহায় সকলো ক্ষেত্ৰতে সমান নহয়। কিছুমান ক্ষেত্ৰত অৰ্থৰ সহায় অত্যন্ত বেছি পৰিমাণে ল'বলগীয়া হয় আৰু কিছুমান ক্ষেত্ৰত অৰ্থৰ এই সহায়টো নামমাত্ৰ হৈ পৰে। গুটীয়াকৈ থকা এটা শব্দৰ সাধাৰণ অৰ্থ বাক্যৰ মাজত সলনি হোৱাটো এই শ্ৰেণীৰ উদাহৰণ। অৰ্থৰ এনে পৰিবৰ্তন সাধন কৰিব পৰা গুণটোলৈ লক্ষ্য কৰি শব্দৰ শক্তি বা ক্ষমতাক তিনিটা স্তৰত বিভক্ত কৰা হৈছে। এই তিনিটা স্তৰকে শব্দ-শক্তি বোলা হৈছে। সাধাৰণতে ইইঁতক শক্তিৰ তিনিটা স্তৰ নুবুলি তিনিটা শক্তি বুলিয়েই কোৱা হয়। বাক্যৰ ভিতৰত নাথাকি এটা শব্দই তাৰ যি সাধাৰণ অৰ্থ প্ৰকাশ কৰে, তাক শব্দাৰ্থ বোলা হয়। বাক্যৰ মাজত থাকি শব্দই প্ৰকাশ কৰা স্বকীয়া অৰ্থক ভাৱাৰ্থ বোলা হয়। বহুত সময়ত ভাৱাৰ্থ শব্দৰ পৰিবৰ্তে কেৱল ভাৱ শব্দটোকে ব্যৱহাৰ কৰা হয়। বাক্যত অৰ্থ আৰু ভাব (ভাবাৰ্থ) এই দুটাৰ ভিতৰত ভাৱৰেই গুৰুত্ব বেছি। এই সম্বন্ধীয় উদাহৰণ তলত দিয়া হৈছে।

সংস্কৃত ভাষাৰ গোপ আৰু গোপাল দুয়োটা শব্দৰ অৰ্থ একেটাই (গৰু-গাই পোহা মানুহ)। অসমীয়া ভাষাত গোপালৰ তদ্ভৱ ৰূপ 'গোৱাল' আৰু গোপৰ স্ত্ৰীলিংগ ৰূপ গোপী বা 'গোপিনী'। ইয়াৰ তদ্ভৱ ৰূপ গোৱালনী হয়; কিন্তু বাক্যত ব্যৱহাৰ হোৱা গোপী বা গোপিনী আৰু গোৱালনী শব্দই একে অৰ্থ প্ৰকাশ নকৰে। গোৱালনী আহিছে বুলিলে গোৱাল নামৰ মানুহ এজনৰ ঘৈণীয়েক বা গৰু-গাই পুহি জীৱিকা চলোৱা তিৰোতা মানুহ অহা বুজায়। আনহাতে গোপিনী-সকল আহিছে বুলিলে নামঘৰলৈ যোৱা মহিলাসকল অহা বুজায়। এই গোপিনী-সকলৰ ভিতৰত এগৰাকী গোৱালনীও নাথাকিব পাৰে। এই ক্ষেত্ৰত গোপিনী শব্দই গোপপত্নী নুবুজাই নাম-কীৰ্তন কৰা ভকতনীক বুজায়। আনহাতে ভকতনী শব্দটো সদাই ভক্তিমতী তিৰোতাকে নুবুজায়। প্ৰকৃত ভক্তিমতী নহ'লেও ভকতৰ পত্নী বা বৰকৈ ধৃতি-নীতি মানি চলা তিৰোতাকো ভকতনী বোলা হয়। কৃষ্ণ শব্দৰ ভাৱো এইদৰেই ক্ষেত্ৰ-ভেদে স্বকীয়া স্বকীয়া হয়। 'শ্ৰীকৃষ্ণ' বুলিলে বসুদেৱ-দেৱকীৰ পুত্ৰ, অৰ্জুনৰ সখি কৃষ্ণক বুজায়। শ্ৰীকৃষ্ণ নুবুলি কেৱল 'কৃষ্ণ' বুলিলেও

এই ভাবকে গ্ৰহণ কৰা হয়; কিন্তু 'কৃষ্ণপক্ষ' শব্দই শ্ৰীকৃষ্ণৰ লগত একো সম্পৰ্ক নেদেখুৱায়। আন্ধাৰ পক্ষহে বুজায়। 'কৃষ্ণ' শব্দটোৰ এটা অৰ্থ ক'লা। এই অৰ্থত 'কৃষ্ণচন্দ্ৰ' শব্দটোৰ সাধাৰণ অৰ্থ ক'লাচন্দ্ৰ হ'ব। এই দৃষ্টিত কৃষ্ণচন্দ্ৰ শব্দটোৰ কোনো সাৰ্থকতা নাই। কিয়নো ক'লা বৰণৰ চন্দ্ৰ নাই। সেই বাবে কৃষ্ণচন্দ্ৰ শব্দটোত চন্দ্ৰ শব্দই আকাশৰ জোনটোক নুবুজায়। এনে ধৰণৰ বহুত উদাহৰণ আছে। গতিকে এনে সিদ্ধান্ত গ্ৰহণ কৰিব পাৰি যে —শব্দৰ অৰ্থ সকলো ক্ষেত্ৰতে একে হৈ নাথাকিবও পাৰে। বাক্যভেদে ভাব অনুসৰি তাৰ অৰ্থৰো পৰিবৰ্তন ঘটে। সেই বাবে শব্দৰ অৰ্থক সাধাৰণ আৰু বিশেষ দুটা স্তৰত ভগাব পাৰি। ভাবাৰ্থকো শব্দৰ বিশেষ অৰ্থৰ শ্ৰেণীত ঠাই দিব পাৰি। প্ৰকৃততে ভাৱাৰ্থ বুলি একেবাৰে পৃথক্ একো বস্তু নাই। শব্দৰ আশ্ৰয় নোহোৱাকৈ ভাৱ প্ৰকাশ পাব নোৱাৰে।

২) **শব্দাৰ্থৰ শ্ৰেণী বিভাগ** —ভাব অনুসৰি শব্দৰ অৰ্থক তলত দিয়া ধৰণে বিভক্ত কৰিব পাৰি।




প্ৰাচীন ভাৰতৰ শব্দশাস্ত্ৰজ্ঞসকলে শব্দৰ ভাব প্ৰকাশ কৰা গুণটোক শব্দ-শক্তি বুলিছে আৰু সেই শব্দশক্তিক ওপৰত দিয়া তিনিটা শ্ৰেণীৰ লগত সংগতি ৰাখি তিনিটা ভাগত বিভক্ত কৰিছে। ক) **অভিধা শক্তি** —বস্তু বা ভাব সম্বন্ধীয় মনত থকা সাধাৰণ ধাৰণাটো জগাই তুলিব পৰা শব্দৰ শক্তিটোক অভিধা শক্তি বোলা হয়। অভিধা শক্তিৰ দ্বাৰা প্ৰকাশ পোৱা অৰ্থক **অভিধাৰ্থও** বোলা হয়। অভিধান বা শব্দকোষত থকা শব্দৰ সাধাৰণ অৰ্থ এই অভিধাৰ্থৰ শ্ৰেণী-ভুক্ত। এই শ্ৰেণীৰ অৰ্থটো প্ৰধান ভাবে চিত্ৰধৰ্মী। যেনে—গৰু শব্দটোৰ (ধ্বনি সমষ্টিৰ) যিটো ভাব সি চাৰিঠেঙীয়া এটা জন্তুৰ চিত্ৰ মনৰ আগত দাঙিধৰে। পৰম্পৰাই গঢ় দিয়া মানসিক সংস্কাৰৰ ওপৰত নিৰ্ভৰ কৰি গৰু শব্দই এই চিত্ৰটো দাঙিধৰিব পাৰে। খ) **লক্ষণা শক্তি** —যেতিয়া শব্দৰ শক্তিটোৱে চিত্ৰটোৰ ওপৰত গুৰুত্ব নিদি চিত্ৰৰ আঁৰত থকা ভাব ভাব বা লক্ষণৰ ওপৰতহে গুৰুত্ব

দিয়ে, তেতিয়া তাক লক্ষণা শক্তি বোলে। যেনে—"সিও এটা গৰুহে, তাক জানো মানুহৰ লেখত ধৰিব পাৰি?" এই বাক্যটোত গৰু শব্দটোৱে গৰুৰ লক্ষণ মূৰ্খতাটোহে বুজাইছে। এটা মানুহ গৰুৰ দৰে মূৰ্খ বুলি বুজাবৰ কাৰণে মানুহকে গৰু বোলা হৈছে। সেইদৰে বাটিতে তেওঁৰ ঘৰ বুলিলে বাটিৰ কাষতে বুলিহে বুজা যায়, বাটিৰ মাজতে বুলি বুজা নাযায়। ইয়াত বাটি শব্দটোৱে প্ৰকাশ কৰা 'ভাবপ্ৰধান' অৰ্থটোক লক্ষ্যাৰ্থ বুলি কোৱা হয়। 'বাটি' শব্দটোৱে ইয়াত অভিধা অৰ্থৰ পৰিবৰ্তে 'বাটিৰ কাষত' বুজোৱা শক্তিটোক লক্ষণাশক্তি বোলা হয়। নৈখনৰ দলং পালেই তেওঁৰ ঘৰ পালা, দলঙতেই তেওঁৰ ঘৰ। 'গাখীৰতে মহৰ খুটি, সান্দহতে হাত' প্ৰভৃতি বাক্যটো এনে ধৰণে লক্ষণা-শক্তিয়ে কাম কৰিছে। 'দলং' শব্দটোৱে লক্ষণাশক্তিৰ সহায়েৰে 'সামীপ্য' আৰু 'গাখীৰ' তথা 'সান্দহ' শব্দই লক্ষণাশক্তিৰ সহায়েৰে 'প্ৰাচুৰ্য' বুজাইছে।

**ব্যঞ্জনা শক্তি**—গড়গঞা কটাৰীৰ ডাবেও কাটে। গড়গাঁও কথা শুনি তল যাওঁ। বুকুত একুৰা জুই লৈ শুলে টোপনি আহিব ক'ৰ পৰা? এই তিনিওটা বাক্যতে শব্দৰ সাধাৰণ অৰ্থ বা বাচ্যাৰ্থতকৈ (অভিধা অৰ্থতকৈ) পৃথক বিশেষ অৰ্থ প্ৰকাশ পাইছে, কিন্তু এই বিশেষ অৰ্থটো কেৱল এটা শব্দৰ ওপৰতে নিৰ্ভৰশীল নহয়। বাক্যটোত থকা কেউটা শব্দৰে সমষ্টিগত ভাবটোতহে এটা বিশেষ অৰ্থই নিৰ্ভৰ কৰিছে। প্ৰথম বাক্যত থকা **কটাৰীৰ ডাবেও কাটে** অংশটো সাধাৰণ অৰ্থত শুদ্ধ নহয়, কিন্তু 'গড়গঞা' এই শব্দটোৰ সম্পৰ্কত 'কটাৰীৰ ডাবেও' এই অংশটোৱে সুকীয়া ভাৱাৰ্থ প্ৰকাশ কৰে। আহোম ৰজাৰ ৰাজধানী গড়গাঁও নগৰখনৰ প্ৰভাৱ সেই সময়ৰ প্ৰজাৰ ওপৰত কেনেকৈ পৰিছিল, তাকে এটা বাক্যত বুজোৱা হৈছে। প্ৰকৃততে কটাৰীৰ ডাবে ক'তো কাটিব নোৱাৰে। **অসম্ভৱো সম্ভৱ হ'ব পাৰে** এই ভাব প্ৰকাশ কৰিবলৈহে **কটাৰীৰ ডাবেও কাটে** বোলা হৈছে। **গড়গাঁৱত অসম্ভৱো সম্ভৱ হ'ব পাৰে**—এইটোহে প্ৰথম বাক্যটোৰ ভাৱাৰ্থ। গড়গাঁও নগৰৰ শক্তিৰ পৰিচয়সূচক এনেধৰণৰ বহুত কথা সেই সময়ৰ প্ৰজাৰ মাজত প্ৰচাৰ হৈছিল। এনেধৰণৰ চমৎকাৰপূৰ্ণ অপাৰ কথা বুজাবৰ কাৰণে **গড়গাঁও কথা শুনি তল যাওঁ** উক্তিটোৰ প্ৰচলন হ'বলৈ পালে। প্ৰচুৰ পানীত তল যোৱাৰ দৰে প্ৰচুৰ কথাত তল যোৱাৰ ভাব প্ৰকাশ কৰা হৈছে। কথাৰ প্ৰাচুৰ্য আৰু চমৎকাৰিত্বৰ ভাব এই বাক্যটোৰ বক্তব্য। তৃতীয়টো বাক্যত জুই শব্দটোৰ ভাব-চিন্তা, মনৰ দুখ-বেজাৰ অথবা শাৰীৰিক ব্যাধিজনিত জ্বলনি-পোৰণিহে, প্ৰকৃততে অগ্নি নহয়। এনেদৰে পোনপটীয়া অৰ্থ প্ৰকাশ নকৰি আওপকীয়াকৈ অন্য অৰ্থ প্ৰকাশ কৰিব পৰা শব্দাৰ্থৰ যি শক্তি তাক 'ব্যঞ্জনা শক্তি' বোলা হয়। শব্দৰ এনে অৰ্থক 'ব্যংগ্যাৰ্থ' অথবা 'ধ্বনি' বুলিও কোৱা হয়। সাহিত্যত অলংকাৰ বা ভাষাৰ সৌন্দৰ্য ৰূপে ব্যৱহাৰ কৰা এই

ধ্বনি শব্দটো বায়ুৰ কম্পনজনিত ভাষা-ধ্বনিতকৈ পৃথক্ অৰ্থত ব্যৱহাৰ কৰা হয়। ভাষা-ধ্বনিতকৈ পৃথক্ ব্যৱহাৰৰ কাৰণে ইয়াক ভাৱ-ধ্বনি বুলি ক'ব পাৰি। কম শব্দৰ সহায়েৰে বেছি বহল আৰু গভীৰ ভাব প্ৰকাশ কৰিব পৰাটোৱেই শব্দৰ ব্যঞ্জনা শক্তি বা ভাৱ-ধ্বনিৰ বৈশিষ্ট্য। লোকভাষা আৰু সাহিত্যিক ভাষা সকলোতে এই ব্যঞ্জনা বা ভাৱধ্বনিৰ গুৰুত্বপূৰ্ণ প্ৰভাৱ মন কৰিব লগীয়া।

৩) **বিশেষ অৰ্থব্যঞ্জক বাক্যাংশ আৰু খণ্ডবাক্য**—প্ৰতিটো ভাষাৰে একোখন মূল ভাষা ক্ষেত্ৰ আৰু একোখন সমাজ থাকে। ভৌগোলিক, আৰ্থিক আৰু সামাজিক কাৰণত ভাষাত ভাৱপ্ৰকাশৰ স্বকীয়া স্বকীয়া ধৰণ গঢ় লৈ উঠিব পাৰে। এই ধৰণটোৰ ওপৰতেই ভাষাৰ বৈশিষ্ট্যই নিৰ্ভৰ কৰে। অসমীয়া ভাষাত ভাষাৰ এই বৈশিষ্ট্যটোক জতুৱা ঠাচ বোলা হয়। এই জতুৱা ঠাচবোৰে বাক্যাংশ আৰু খণ্ডবাক্যৰ ওপৰতেই নিৰ্ভৰ কৰে। এইবিলাকত লক্ষণা আৰু ব্যঞ্জনাৰ প্ৰভাৱ যথেষ্ট দেখা যায়। লক্ষণাত এটা বস্তুৰ গুণ (প্ৰাচুৰ্য, সাদৃশ্য প্ৰভৃতিৰ যোগেদি) অন্য এটা বস্তুত আৰোপ কৰি দুটা বস্তুৰ মাজত কৃত্ৰিম সমতা প্ৰদৰ্শন কৰা হয়। ব্যঞ্জনাত ভাবটো পোনপটীয়া ধৰণে প্ৰকাশ নাপায়; কেতিয়াবা ব্যঞ্জনাই বিপৰীত অৰ্থও প্ৰকাশ কৰে। জতুৱা বাক্যাংশ আৰু জতুৱা খণ্ডবাক্যত এইবিলাক কথালৈকো চকু দিব লগীয়া হয়। নহ'লে তাৰ প্ৰকৃত অৰ্থ নোলায়। সমাজৰ লগত গাঢ় সম্বন্ধ নৰখা লোকে কেৱল পুথিগত বিদ্যাৰ বলেৰে জতুৱা খণ্ডবাক্য আৰু জতুৱা বাক্যাংশৰ ভাব বুজিব নোৱাৰে। তলত কিছুমান জতুৱা প্ৰয়োগৰ উদাহৰণ দিয়া হৈছে। মন কৰিব লগীয়া যে—খণ্ডবাক্যবোৰৰ কৰ্তা কেতিয়াবা ওলাই নাথাকিবও পাৰে।

পানী শব্দৰ লগত জড়িত লক্ষণাযুক্ত কেইটামান বাক্যাংশ এনেধৰণৰ—'পানীগছা' (দেখাত গছৰোপাৰ দৰে পানীৰ এটা অৱস্থা ভাৱৰ), 'পানীচাং' (পানীৰ পাত্ৰ থোৱা চাং বা পাভচি, অন্য বস্তুও তাত থাকিব পাৰে), 'পানীকচু' (পানী হোৱা ঠাইত থকা কচু), 'পানীকেঁচুৱা' (পানী যেন কোমল, দৃঢ়তা নথকা কেঁচুৱা) ইত্যাদি। পানীৰ মিঠৈ, পানীৰ তলৰ কাঁইট, পানী কাঁহুদী বা পানীটেঙা, পানীয়ে খোৱা, পানীলোৱা, পানী কৰা, পানীছোৱা, পানীত কোবোৱা, পানীত পৰা, পানীলগা প্ৰভৃতি বাক্যাংশ আৰু খণ্ডবাক্যৰ কিছুমানত ব্যঞ্জনাও আছে (পানীৰ মিঠৈ, পানীৰ তলৰ কাঁইট, পানীত কোবোৱা আৰু পানীত পৰা ব্যঞ্জনাযুক্ত প্ৰয়োগ)।

এইবিলাকৰ দৰে লক্ষ্যাৰ্থ আৰু ব্যংগ্যাৰ্থ থকা আন কিছুমান বাক্যাংশ আৰু খণ্ডবাক্য তলত দিয়া হৈছে।

আওৰণে মৰা (নিজৰ দোষত নমৰিব লগীয়া হৈয়ো মৰা বা কষ্ট পোৱা), আওবাটে যোৱা (ভুল পথ বা ভুল আদৰ্শ লোৱা), ওভত গোৰে মচা (বৰ উৎপাত কৰা), এহাতৰ হুল দুহাতে কাঢ়িব নোৱৰা হোৱা (নিজৰ দোষত হোৱা সমস্যাৰ সমাধান কৰিব নোৱৰা হোৱা), ঔচ্ বুলিলে লৰ মৰা (নিজৰ সন্মান ৰক্ষা নকৰি লোকৰ আহ্বানত যোৱা), ওলট বিয়নি পিঠিত কুঁজ (লোকৰ বিষয়ে কোৱা কথা নিজৰ গাতে পৰে), কল-পচলা কটা (অনাচা মাত মাতি কথা কোৱা), কাণত ধৰা (কিবা এটা কাম নকৰোঁ বুলি দৃঢ়প্ৰতিজ্ঞ হোৱা), কানত কানমাৰি সৰা (কোনো এটা কাম কথমপিহে নোহোৱাকৈ পাৰ হোৱা), কান সমনীয়া (সমান ওখ ডাঙৰ হোৱা), কথালৈ কাণ নিদিয়া (কোৱা কথাত গুৰুত্ব নিদিয়া), কলত টোকা টোকাত কল (এটা আনটোৰ সহায়ক), খোজত পদুম ফুলা (খোজ দিয়াটোকে পদুম যেন ধুনীয়া দেখা), খোজত খোজ মিলাই (একেবাৰে কাৰো-বাক অনুসৰণ কৰি), খোপনি পোতা (নিজৰ স্থিতি আনে লৰাব নোৱৰাকৈ দৃঢ় কৰা), খোপত খোপে (ক্ৰমান্বয়ে, এটাৰ পাছত এটাকৈ), খোলাকটি তাল (যি কথা কোৱা হ'ল যদিও, তাত গুৰুত্ব দিয়া নহ'ল—গালোঁ, মালোঁ খোলা-কটি তাল), খোৱা-কামোৰা লগা (হাই-কাজিয়া লগা), গত লগা (যিটো বস্তু য'ত থাকিব লাগে, ত'ত থকা বা খোৱা), গাত লোৱা (দায়িত্ব লোৱা), গা ধৰা (শকত হোৱা), গাই-বাই চোৱা (কিবা উদ্দেশ্য সিদ্ধিৰ কাৰণে কাৰোবাক কৈ-মেলি যত্ন কৰি চোৱা), গাঁতৰ এন্দুৰ (গাঁতত থকা এন্দুৰে বাহিৰৰ কথা নজনাৰ দৰে ঘৰতে থাকি আন কথা নজনা মানুহ), গা-গধুৰ (এলেহুৱা, সহজে কামলৈ আগ নবঢ়া), ঘৰ পতা (বিয়া-বাৰু কৰাই গৃহস্থী হোৱা), ঘৰ লোৱা (পোহনীয়া জন্তু গৃহস্থৰ ঘৰত থাকিবলৈ লোৱা), ঘৰ গোনা (সদাই ঘৰতে থকা মানুহ), চকুত লগা (চকুৰে ধুনীয়া দেখা), চকু পোৰা (আনৰ ভাল দেখি সহিব নোৱৰা), চকু পকা (ভাল-বেয়া, লাভ-লোকচান বুজিব পৰা হোৱা), চকু চৰহা (লোকৰ শ্ৰী দেখিব নোৱৰা), চাউল উঠা বা চাউল মৰা (জীৱিকাৰ বাট বন্ধ হোৱা), জড়ভৰত বা জলভৰত হোৱা (নিৰুৎসাহ হৈ কাম বন নকৰি মন মাৰি বহি থকা), জয় ঢোল কোবোৱা (নিজৰ গৌৰৱ প্ৰচাৰ কৰা), জুই লগা (ক্ষতিকাৰক, দুৰ্ভগীয়া), জোৰপুৰি হাতপোৱা (বিপদ ওচৰ চপা), টকা কোবাই ফুৰা (জীৱিকাৰ উপায় নথকা বাবে উপায় বিচাৰি ঘূৰি ফুৰা), টেকেলি দিয়া (দৰাঘৰৰ পৰা কন্যাঘৰলৈ জোৰণ দিয়া), ঠন ঠন মদনগোপাল (মূৰ্তিৰ দৰে বহি থকা অকামিলা মানুহ), ঠেং দাঙি থকা (ক'ৰবালৈ যাবলৈ সাজু হৈ থকা), তান-সুৰীয়া (দুটা সমান), তুলসীৰ লগত কলপটুৱাৰ মুক্তি (শ্ৰেষ্ঠজনৰ লগতে নিকৃষ্ট জনেও সুবিধা লাভ), দম কাকুটি এৰা (বিবুদ্ধি বা নিৰুপায় হোৱা), দাঁতে ওঠে নলগা (সামান্য মিলাপো নোহোৱা), দেও উঠা (অপদেৱতা লগা), মনে মনে লগা (অতিপ্ৰিয়, একিন

নোৱৰা), নাককটা (লাজ পাবলগীয়া), নাককোঁচোৱা (পছন্দ নোহোৱা বা ঘিণ কৰা), পথা খোৱা (বৰ দুষ্ট), বাটচোৱা (অপেক্ষা কৰা), বাটকুৰি বোৱা (বহুত দূৰ খোজ কাঢ়ি যোৱা), ভাত মুকলি কৰা (খোৱাৰ উপায় উলিওৱা), ভাতঘৰ (খাই-বৈ থাকিব পৰা আপোন মানুহৰ ঘৰ), ভাত মৰা (জীৱিকাৰ উপায় বন্ধ হোৱা), মাটি কৰা (নষ্ট কৰা বা বিফল কৰা), মাটি-পানী লোৱা (শৌচ কৰাৰ পাছত মাটি-পানীৰে হাত-ভৰি পৰিষ্কাৰ কৰা), মাটিৰ মানুহ বা মাটি যেন মানুহ (সৰল মানুহ), যোৱা-খোৱা (মৰোঁ মৰোঁ হোৱা), ৰণচণ্ডী হোৱা তিৰোতাই চণ্ডী গোসানীৰ দৰে উগ্ৰৰূপ ধৰা), বসতে নাম ধোৱা (কোনো বস্তু বা কাম বিৰক্তিকৰ হোৱাৰ আগতে এৰি দিয়া), বাম টাঙোন (ডাঙৰ আঘাত), ৰুদ্ৰমূৰ্তি ধৰা (খঙত ভয়ানক ৰূপ ধৰা), শাৰী পূৰোৱা (অযোগ্য লোকে যোগ্য লোকৰ লগত ঠাই লোৱা), সোপা ঢিলা (কামত বা স্বভাৱত দৃঢ়তা নথকা), হাতত ধৰা (বাধা দিয়া), হাতদীঘল (ক্ষমতাশালী), হাতবাগৰা (আগতে কেইবাজনেও ব্যৱহাৰ কৰা), হাত কৰা (নিজৰ পক্ষলৈ অনা), হাত দিয়া (কৰিবলৈ লোৱা), হাড়ত বন গজা (মৃত্যুৰ পাছত বহুদিন হোৱা) ইত্যাদি।

এনেধৰণৰ জতুৱা বাক্যাংশ আৰু জতুৱা খণ্ডবাক্যৰ বিস্তৃত বিৱৰণ দাঙি ধৰাটো প্ৰকৃততে ব্যাকৰণৰ বিষয় নহয়। এইবোৰ পৃথক্ শব্দকোষৰ বিষয়। সাধাৰণ শব্দকোষ মূলতঃ অভিধা শক্তিৰ ওপৰত নিৰ্ভৰশীল অৰ্থৰ গ্ৰন্থ। তথাপি লক্ষণা আৰু ব্যঞ্জনাৰ প্ৰয়োগ থকা বহুত বাক্যাংশ আৰু খণ্ডবাক্য শব্দকোষ বা অভিধানত দেখা যায়। ব্যাকৰণৰ নিৰ্দিষ্ট নিয়মে এনে ধৰণৰ বিশিষ্ট অৰ্থৰ সামান্য সংকেত মাত্ৰ দিব পাৰে।

৪। **স্থানীয় শব্দ**—কিছুমান স্থানীয় শব্দ প্ৰয়োগ হোৱা সাধাৰণ খণ্ডবাক্য শুনাত জতুৱা ঠাচৰ যেন লাগিলেও সেইবোৰত লক্ষণা বা ব্যঞ্জনা নাই। অভিধা অৰ্থ বা বাচ্যাৰ্থহে তাত প্ৰকাশ পায়। যেনে—চকুত চাং মাৰি ধৰা, গালমাৰি খোৱা, খেৰেৰে চালত খোঁচা মৰা বা খোহা মৰা, চিপ্ মাৰি দঙা, জুমবান্ধি থকা, ঠেহ পতা, ঠন ধৰা, দেওদি যোৱা, ফুটনি মৰা, হাক দিয়া আদি খণ্ডবাক্যবোৰে একো পৃথক্ ভাব প্ৰকাশ নকৰে; কিন্তু সাধাৰণ অৰ্থত ব্যৱহাৰ নকৰি যদি কিবা প্ৰসংগত সাদৃশ্য ৰক্ষা কৰি বিশেষ অৰ্থত ব্যৱহাৰ কৰা হয়; তেনেহ'লে সেইবিলাকক সেই প্ৰসংগত জতুৱা খণ্ডবাক্য বুলি ধৰিব লাগিব। যেনে—হঠাৎ পৰা চোকা পোহৰটোৱে তাৰ চকুত **চাং মাৰি ধৰিলে** (সাধাৰণ প্ৰয়োগ)। তেওঁৰ ৰূপ-লাৱণ্যই এওঁৰ চকুত **চাং মাৰি ধৰিলে** (বিশেষ ভাব বোধক প্ৰয়োগ)। ঘৰটোৰ চালত **খোঁচামাৰিবৰ হ'ল** (সাধাৰণ)। ঘৰ চালেহে, **খোঁচা মাৰিবলৈ আছেই** (কৰা কামত দোষ থকা বাবে শুধৰাবলৈ বাকী থকা ভাবত মুখীয়া অৰ্থ প্ৰকাশ কৰিছে) ইত্যাদি।

লিখিত সাহিত্য আৰু কথিত ভাষা উভয়তে লক্ষণা আৰু ব্যঞ্জনাৰ প্ৰয়োগ প্ৰচুৰ ভাবে হয়। এনেধৰণৰ প্ৰয়োগ বুজিব নোৱাৰিলে ভাষা বুজাটো কঠিন হৈ পৰে। সেই বাবে এইবোৰ সাহিত্যৰ বিষয় হ'লেও ব্যাকৰণৰ লগত জড়িত হৈ পৰিছে।

অনুশীলনী —১০

১) শব্দাৰ্থ আৰু ভাৱাৰ্থৰ মাজত থকা পাৰ্থক্যৰ বিষয়ে উদাহৰণ দি বুজাই লিখা।

২) শব্দশক্তি বুলিলে কি বুজা? অসমীয়া ভাষাত শব্দশক্তিৰ ব্যৱহাৰ সম্বন্ধে নিজৰ মত দাঙিধৰা। আৰু উদাহৰণ দি কোনটো কোনশ্ৰেণীৰ শব্দশক্তি বুজাই লিখা।

৩) তলৰ ঠাঁচত শব্দশক্তিৰ ব্যৱহাৰলৈ চকু ৰাখি তলত দিয়া খণ্ডবাক্য আৰু বাক্যাংশবোৰৰ অৰ্থ প্ৰকাশ পোৱাকৈ বাক্য-ৰচনা কৰা।

হাতত ধৰা, পানী কৰা, কণাৰ লাখুটি, হাতুলীৰ, সাতবাটৰ চেঙেলি।

৪) ভাৱধ্বনি আৰু ভাষাধ্বনিৰ পাৰ্থক্য উদাহৰণসহ বুজাই লিখা।

০০০০

৫। **লোকবাণী বা লোকোক্তি** —নিজ নিজ সমাজত বহুকলীয়া অভিজ্ঞতাবোৰ লোকজীৱনে কিছুমান লঘাত্মক বাক্যৰ যোগেদি ভৱিষ্যৎ পুৰুষৰ কাৰণে সাঁচি থৈ গৈছে। এই বাক্যসমূহক লোকবাণী বা লোকোক্তি বুলিব পাৰি। এইবোৰ কোনো পণ্ডিত বা সাহিত্যিকৰ ৰচনা নহয়। এনে লোকোক্তিসমূহক দুটা শ্ৰেণীত ভগোৱা হৈছে। ক) **ফকৰা** —এটা সম্পূৰ্ণ ভাব প্ৰকাশ কৰিব পৰা লঘাত্মক এটা বাক্য বা বচনক ফকৰা বোলা হয়। যেনে —**বেতনিত ঔ পবিত্ৰ বাসুদেৱায় নমঃ**। খ) **যোজনা** —উপমা বা উদাহৰণৰ সহায়েৰে এটা কথা এফাঁকি পদ্যত প্ৰকাশ কৰিলে তাক যোজনা বোলা হয়। যেনে —**খাই কাৰ-শলা পহুত উঠিল। কাঠী চেলেকাৰ মৰণ মিলিল।** দোষীৰ পৰিবৰ্তে নিৰ্দোষীয়ে শাস্তি পোৱা অৰ্থত এই যোজনাটো কোনো ঘটনাৰ লগত সাদৃশ্য দেখুৱাই ব্যৱহাৰ কৰা হয়। হৈ যোৱা ঘটনাটো এই যোজনাৰ উদাহৰণ বুলি ধৰা হয়।

ওপৰৰ ফকৰাত দুটা চৰণ বা ভাগ আছে ('বেতনিত ঔ পবিত্ৰ-বাসুদেৱায় নমঃ')। যোজনাটোৰ প্ৰতিশাৰী বা কাঁকিত দুটাকৈ মুঠ চাৰিটা চৰণ আছে (খাই কাৰশলা—পহুত উঠিল—কাঠীচেলেকাৰ—মৰণ মিলিল)। প্ৰথম, দ্বিতীয়

আৰু তৃতীয়, চতুৰ্থ চৰণৰ মাজত লঘু বিৰাম চিন প্ৰয়োগ নকৰিলেও স্বাভাৱিকতে লঘু বিৰাম হয়। দ্বিতীয় আৰু তৃতীয় চৰণৰ মাজতো এটা পূৰ্ণ বিৰামৰ চিন প্ৰয়োগ কৰা হয়; কিন্তু সম্পূৰ্ণ ভাবৰ বিৰাম চতুৰ্থ চৰণৰ পাছতহে হয়। ককবাত দ্বিতীয় চৰণৰ পাছতে ভাবো সম্পূৰ্ণ হয়। এই শ্ৰেণীৰ বাণীসমূহত থকা 'লয়াত্মক অনুশাসনে' ভাষা-ধ্বনিত যি সৌন্দৰ্যৰ সৃষ্টি কৰিছে, সেই সৌন্দৰ্যকে **ছন্দ** বোলা হয়। বাক্য-গঠনৰ দৃষ্টিত ছন্দ এক প্ৰকাৰৰ অনুশাসন বা বন্ধনৰ নাম। এই বন্ধনে অৰ্থৰ সহায় নোলোৱাকৈয়ে ভাষা-ধ্বনিৰ সহায়েৰে ভাৱধ্বনি বা ব্যঞ্জনাক সহায় কৰিব পাৰে। সেই বাবে সকলো ধৰণৰ ছন্দ আৰু লয় সকলো ধৰণৰ ভাৱ প্ৰকাশৰ ক্ষেত্ৰত সমান উপযোগী নহয়। বাক্যবোৰ মনত ৰখাত সহায় কৰাটো ছন্দৰ স্বকীয়া এটা ব্যৱহাৰিক মূল্য। লিখিত সাহিত্যৰ প্ৰচলন বৰ কম থকা প্ৰাচীন কালত মনত ৰাখিবৰ সুবিধাৰ কাৰণে লিখিত আৰু মৌখিক উভয় শ্ৰেণীৰ সাহিত্যকে ছন্দযুক্ত বা পদ্যাত্মক ৰূপ দিয়া হৈছিল। লোকবাণীসমূহ পদ্যাত্মক হোৱাৰ ইও এটা মাই কাৰণ।

বিশিষ্ট অৰ্থ আৰু স্বাভাৱিক ছন্দ এই দুটা লোকবাণীসমূহৰ বৈশিষ্ট্য। প্ৰায় ভাগ লোকবাণীতে শব্দৰ অৰ্থই লক্ষণা আৰু ব্যঞ্জনাৰ ওপৰত নিৰ্ভৰ কৰে। সেই বাবে কেৱল অভিধা অৰ্থ গ্ৰহণ কৰিলে লোকবাণীসমূহৰ প্ৰকৃত ভাৱাৰ্থ প্ৰকাশ নাপায়। ওপৰত উদ্ধৃত ফকৰা আৰু যোজনা উভয়তে ব্যঞ্জনা আছে।

অভিধা, লক্ষণা আৰু ব্যঞ্জনা তিনিওবিধ শব্দ-শক্তিৰ সহায়েৰে ভাব প্ৰকাশ কৰিব পাৰি যদিও, বহুত ক্ষেত্ৰত এটা বস্তুক আন এটা বস্তুৰ সহায়েৰে বুজাবলৈ যত্ন কৰোঁতে **উপমাৰ** সহায় লোৱা হয় (কৰ্মধাৰয় সমাসৰ প্ৰসংগত উপমাৰ বিষয়ে আলোচনা কৰা হৈছে)। উপমাই উক্তিৰ সৌন্দৰ্য বৃদ্ধি কৰে। এনেধৰণে উক্তিসমূহৰ সৌন্দৰ্য বৃদ্ধিৰ কাৰণে জীৱনৰ বহুমুখী উপলব্ধিজনিত ভাবৰ বিস্তৃতি আৰু গভীৰতাৰ প্ৰয়োজন হয়। শব্দ আৰু অৰ্থৰ মাজেদি প্ৰকাশ পোৱা এনে ধৰণৰ ভাবকে **সাহিত্য** বোলা হয়। চমু কথাত সাহিত্যৰ সৌন্দৰ্যক অলংকাৰ বুলিও কয়।

৬। **ভাব-সৌন্দৰ্যত সাৰ্থক আৰু অসাৰ্থক ধ্বনি**—অলংকাৰে মানৱ দেহৰ সৌন্দৰ্য বৃদ্ধি কৰাৰ দৰে ভাবৰ সৌন্দৰ্য বৃদ্ধি কৰা সাৰ্থক আৰু অসাৰ্থক উভয় শ্ৰেণীৰে ধ্বনিসমূহক সাহিত্যৰ অলংকাৰ বোলা হয়। অলংকাৰৰ শ্ৰেণী-বিভাজন তলত দিয়া ধৰণে কৰিব পাৰি।

সাহিত্যৰ অলংকাৰ বা সৌন্দৰ্য-বিধান




এইবিলাকৰ প্ৰতিটোৰে সুকীয়া সুকীয়া পৰিচয় তলত দিয়া হৈছে।

৭। **ছন্দ**—ছন্দ কাক বোলে, এই বিষয়ে ওপৰত কোৱা হৈছে। বাক্যৰ গতিটো ভাবৰ অনুকূলে লয়াত্মক অনুশাসনৰ ভিতৰত ৰখাটো ছন্দৰ কাম। ভাবৰ অনুকূলতাই ইয়াৰ সৌন্দৰ্য। ছন্দযুক্তধ্বনি আৰু ছন্দহীনধ্বনিৰ মাজত অৰ্থৰ পাৰ্থক্য নাই; কিন্তু ভাবৰ পাৰ্থক্য আছে। এই পাৰ্থক্যৰ ওপৰতে ছন্দৰ সৌন্দৰ্য ই নিৰ্ভৰ কৰিছে। এই সৌন্দৰ্যটো অৰ্থৰ ওপৰত নিৰ্ভৰশীল নহয় কাৰণেই ইয়াক অসাৰ্থক ধ্বনিৰ শ্ৰেণীত ধৰা হৈছে। ছন্দৰ শ্ৰেণীবিভাগ তলত দিয়া ধৰণে কৰা হয়।




**গদ্যাত্মক ছন্দ**—কোনো কোনো সময়ত আবেগপ্ৰধান কিছুমান বাক্য গদ্য হ'লেও পদ্যৰ দৰে লয়াত্মক নিৰ্দিষ্ট গতিযুক্ত হৈ উঠা দেখা যায় আৰু ধ্বনিসাম্যও পৰিলক্ষিত হয়। এই ক্ষেত্ৰত ভাবৰ নিয়মিত স্পন্দনেই ছন্দৰ বাহ উপাদান হৈ পৰে। এনেবোৰ ছন্দক গদ্যাত্মক ছন্দ বুলিব পাৰি। এই শ্ৰেণীৰ ছন্দৰ উদাহৰণ বৰ কম আৰু ছন্দৰ লক্ষণ অস্পষ্ট ধৰণৰ। উদাহৰণ তলত দিয়া হৈছে।

১) ধৰধৰ সোণজনী,
তোমাৰ চিঠিয়ে দিলা বুলীয়া খবৰটিয়ে
মনটো বুইছা মোৰ উকৰ-পুকৰ কৰিছিয়ে। ([illegible])

২) তুমি আহিবা, আমি যাম।
সকলোৱে প্ৰকৃতিৰ কোমল বুকুত
বালিঘৰ সাজি ধেমালি কৰিম,

পানীৰ খিলখিলনিত
আমাৰ হাঁহিৰ খিলখিলনি মিলি যাব;
আমি হাঁহিম, নাচিম, গীত গাম, পানীত বুৰ দিম
আনন্দত তল যাম।

এই দুয়োটা উদাহৰণ বিশুদ্ধ গদ্য নহয়; কিন্তু বৰ্ণ বা মাত্ৰাৰ সাম্য আদি নিৰ্দিষ্ট বন্ধনযুক্ত পদ্যও নহয়।

**বৰ্ণভিত্তিক ছন্দ**—এই শ্ৰেণীৰ ছন্দকো মিত্ৰাক্ষৰা আৰু অমিত্ৰাক্ষৰা দুটা প্ৰধান ভাগত ভগোৱা হয়। অসমীয়া ভাষাত সাধাৰণতে এই দুয়োভাগৰে ছন্দ পোৱা যায়। বৰ্ণ উচ্চাৰণ কৰোঁতে হ্ৰস্ব-দীৰ্ঘৰ বিধান মনা নহয় বাবে মাত্ৰাবৃত্তৰ প্ৰয়োগ আমাৰ ভাষাত নহয়। বৰ্ণভিত্তিক বা বৰ্ণবৃত্তক অন্তিম বৰ্ণৰ ধ্বনিসাম্য বা মিত্ৰ অক্ষৰা আৰু অন্তিম বৰ্ণৰ ধ্বনিসাম্য নথকা বা অমিত্ৰ অক্ষৰা এই দুটা ভাগত ভগোৱা হৈছে। প্ৰতিটো ছন্দকে দুটা প্ৰধান ভাগত ভগোৱা হয়। অন্তিম বৰ্ণ বুলিলে এই ভাগ দুটাৰ অন্তিম বৰ্ণক বুজায়।

পুৰণি অসমীয়া ভাষাত 'অমিত্ৰাক্ষৰ' ছন্দৰ ব্যৱহাৰ নাছিল। খ্ৰী° ১৯ শতিকাৰ বংগৰ কবি মাইকেল মধুসূদন দত্তই প্ৰথমতে বংগ ভাষাত এই ছন্দৰ ব্যৱহাৰ কৰে। তেওঁৰ অনুকৰণত অসমীয়া ভাষাতো এই ছন্দৰ প্ৰয়োগ হ'বলৈ ধৰিলে। সংস্কৃত ভাষাত অমিত্ৰাক্ষৰ ছন্দৰ প্ৰয়োগ আগৰে পৰা আছে। ইয়াত লয়াত্মক-সাম্যাই ধ্বনিসাম্যৰ গুৰুত্ব নোহোৱা কৰিছে। উদাহৰণ তলত দিয়া হৈছে।

১) অমিত্ৰাক্ষৰ ছন্দ বিবিধ বৰ্ণ সংখ্যাভিত্তিক বহুশ্ৰেণীৰ হ'ব পাৰে; কিন্তু প্ৰচলিত পৰম্পৰা অনুসৰি ব্যৱহাৰ হোৱা দুটা শ্ৰেণীৰহে উদাহৰণ ইয়াত দিয়া হৈছে। 'অমিত্ৰাক্ষৰ' নামে পৰিচিত প্ৰথম ছন্দটোত ১৪ টাকৈ দুটা ভাগত মুঠ আঠাইশটা বৰ্ণ থাকে।

আছিলা তুমিয়ে প্ৰিয়া ঋষি আশ্ৰমত।
ফুলৰ কুঁৱৰী সাজি পুষ্প উপবন॥ (ৰঘুনাথ চৌধাৰী)

এই উদাহৰণৰ প্ৰথম আঠোটা বৰ্ণৰ পাছত লঘু লয়াত্মক বিৰাম আৰু চৌদ্দটা বৰ্ণৰ পাছত অৰ্দ্ধ বিৰাম হৈছে। পদ্যৰ অৰ্দ্ধ বিৰামতো পূৰ্ণ বিৰামৰ চিন প্ৰয়োগ কৰা দেখা যায়। দ্বিতীয় ভাগতো আঠোটা বৰ্ণৰ পাছত লয়াত্মক লঘু বিৰাম হয়, চৌদ্দটাৰ পাছত (মুঠ আঠাইশটাৰ পাছত) পূৰ্ণ বিৰাম হয়। প্ৰথম

ভাগৰ অন্তিম বৰ্ণ ত আৰু দ্বিতীয় ভাগৰ অন্তিম বৰ্ণ ন হৈছে। প্ৰথম ভাগৰ প্ৰথম চৰণ আৰু দ্বিতীয় ভাগৰ প্ৰথম চৰণত আঠোটাকৈ বৰ্ণ থাকে। দুয়োটা ভাগৰে শেষৰ চৰণ দুটাত ছ-টাকৈ বৰ্ণ থাকে।

২) অমিত্ৰাক্ষৰ ছন্দৰ আধাৰত গঢ় দিয়া বংগৰ নাট্যশিল্পী গিৰিশ চন্দ্ৰ ঘোষৰ নতুন ছন্দটোক গৈৰিশছন্দ বোলা হ'ল। এই আহিতে অসমীয়া নাটকতো গৈৰিশ ছন্দৰ প্ৰচলন হৈছিল। এই ছন্দত যতি চিনৰ প্ৰয়োগ বা চৰণসমূহৰ গাঁথনি কিছু সুকীয়া হোৱা দেখা গৈছে। উদাহৰণ তলত দিয়া হ'ল।

কি কোৱা বাসন্তী!
সাগৰত পৰোঁ বুলি
ওলায় যেতিয়া নদী, পৰ্বত বিদাৰি।

কাৰ সাধ্য বোধে তাৰ গতি?
ৰক্ষৰ বোৱাৰী মই দানৱ জীয়াৰী
মইনো কৰোঁনে ভয় ভিক্ষুক ৰামক
যোৱাঁ তুমি আনা মাতি সকলো সখীকে
ৰণৰ সাজেৰে শীঘ্ৰে আহক সকলো। (চন্দ্ৰধৰ বৰুৱা)

ওপৰত দিয়া অংশটোৰ চৰণৰ বৰ্ণ সংখ্যা বিশ্লেষণ কৰিলে যথাক্ৰমে ৬, ৮, ৮, ৬। ১০, ৮, ৬, ৮, ৬, ৮, ৬, ৮, ৬। দেখা যায়। ৰোমাণ্টিক যুগৰ পাছৰ নতুন অসমীয়া কবিতাসমূহত মিত্ৰাক্ষৰা, অমিত্ৰাক্ষৰা আৰু গদ্যাত্মক ছন্দৰ মিশ্ৰিত নয়াত্মক বহুত ছন্দ প্ৰয়োগ হৈছে। এই প্ৰসংগত ছন্দৰ বিস্তৃত বিশ্লেষণ আলোচনাৰ বিষয় নহয়। তদুপৰি নয় প্ৰধান বহুত নতুন ছন্দৰ নামকৰণ হোৱা নাই। গতিকে এই শ্ৰেণীৰ ছন্দৰ অধিক উদাহৰণ ইয়াত দিয়া নহ'ল।

**মিত্ৰাক্ষৰা ছন্দ** — মিত্ৰাক্ষৰা মূল ছন্দ দুই শ্ৰেণীৰ। এক শ্ৰেণীত চাৰিটা মুঠ চৰণ থাকে আৰু আনটো শ্ৰেণীত ছ-টা মুঠ চৰণ থাকে। প্ৰথম শ্ৰেণীত পদ, একাবলী বা ঝুনা, হ্ৰস্ব ঝুনা, দীৰ্ঘ ঝুনা কুসুমমালা আৰু লুৰুবি ছন্দ পৰে। উদাহৰণ তলত দিয়া হ'ল।

১) **পদ** — প্ৰথম দুটা চৰণত বৰ্ণৰ সংখ্যা ৮, ৬ বা ৬, ৮ কৈ চৌদ্ধটা হয়। তৃতীয় আৰু চতুৰ্থ চৰণতো ৮, ৬ বা ৬, ৮ কৈ চৌদ্ধটা বৰ্ণ থাকে। দ্বিতীয় আৰু চতুৰ্থ চৰণৰ অন্তিম বৰ্ণত ধ্বনি-সাম্য একান্ত প্ৰয়োজনীয়। বৰ্ণৰ সংখ্যা ৮, ৬ বা ৬, ৮ ৰ পৰিবৰ্তে ৭, ৭ ও হ'ব পাৰে। তলৰ উদাহৰণত এইটো স্পষ্ট হয়।

প্ৰথমে প্ৰণামো ব্ৰহ্মৰূপী সনাতন।
সৰ্ব অৱতাৰৰ কাৰণ নাৰায়ণ ॥

এই অংশৰ প্ৰথম চৰণত ছটা, দ্বিতীয় চৰণত আঠোটা, তৃতীয় আৰু চতুৰ্থ চৰণত সাতোটাকৈ চৌদ্ধটা-চৌদ্ধটা মুঠ আঠাইশটা বৰ্ণ আছে।

২) **ঝুনা বা একাৱলী**—প্ৰতি শাৰীত (দুটা চৰণত) ১১ টা বৰ্ণ থকা এই ছন্দৰ নাম আৰু লক্ষণৰ সাম্য ৰক্ষা কৰি মনত ৰাখিবৰ সুবিধাৰ কাৰণে একাদশাৱলী বুলিও ক'ব পাৰি। যেনে—

শুনিয়া হাসি চাহি চক্ৰপাণি।
নোহন্ত আদিত্য বুলিলা বাণী ॥

ইয়াত বৰ্ণ-সংখ্যা যথাক্ৰমে ৫, ৬। ৬, ৫ দেখা গৈছে।

৩) **হ্ৰস্বঝুনা**—দুটা চৰণৰ এটা শাৰীত ঝুনাতকৈ এটা বৰ্ণ কম কাৰণে হ্ৰস্ব ঝুনা বোলা হৈছে। প্ৰতিশাৰীত দহোটাকৈ বৰ্ণ থকা বাবে ইয়াক দশাৱলী বুলিও মনত ৰাখিব পাৰি। একোটা চৰণৰ বৰ্ণ সংখ্যা ৬ বা ৪ হয়। যেনে—

দূৰতে ধৰ্মক পৰিহৰি।
যিটো চিন্তে হৃদি ৰূপ ধৰি ॥

ওপৰৰ অংশটোৰ চৰণবোৰত যথাক্ৰমে ৬, ৪। ৪, ৬ ॥ কৈ বৰ্ণ দেখা গৈছে।

**দীৰ্ঘ ঝুনা বা কুসুম মালা**—ঝুনা বা একাৱলীত এঘাৰটাকৈ বৰ্ণ থকা একোটা শাৰীৰ পৰিবৰ্তে ইয়াত বাৰটাকৈ মুঠ ২৪ টা বৰ্ণ থাকে। সেইবাবে ইয়াক দীৰ্ঘ-ঝুনা বোলা হয়। উদাহৰণ তলত দিয়া হৈছে।

নমো নাৰায়ণ সংসাৰ কাৰণ।
ভকত ভাৰণ তোমাৰ চৰণ ॥

প্ৰতিটো চৰণতে ছটাকৈ চাৰিওটা চৰণতে চৌবিশটা বৰ্ণ দেখা গৈছে।

৫) **ঝুমুৰা বা ঝুমুৰি**—বৰ্ণ সংখ্যা প্ৰতিটো চৰণতে চাৰিকৈ হ'লেও কেতিয়াবা একোটা চৰণত পাচোঁটা হ'ব পাৰে। যেনে—

হেন শুনি জাম্ববন্ত।
ধাইলা মহা বলবন্ত ॥

তৃতীয় চৰণত পাচোঁটা বৰ্ণ ৰহিছে। সাধাৰণতে ৪ টাকৈ ১৬ টা বৰ্ণ হোৱা দেখা যায়।

এই সকলো উদাহৰণ (মিত্ৰাক্ষৰা ছন্দৰ) মহাপুৰুষ শংকৰদেৱৰ কীৰ্তনৰ পৰা দিয়া হ'ল।

ছটাকৈ চৰণ থকা ছন্দৰ ভিতৰত দুলৰি, ছবি আৰু লেছাৰি প্ৰধান।

৬) **দুলৰি**—তিনিটাকৈ চৰণ থকা একোটা শাৰীত যথাক্ৰমে ৬, ৬, ৮ কৈ ২০টা বৰ্ণ থাকে। সম্পূৰ্ণ ছন্দত ৪০ টা বৰ্ণ থাকে। যেনে—

পাছে ত্ৰিনয়ন দিব্য উপবন দেখিলন্ত বিদ্যমান।
ফল ফুল ধৰি জক মক কৰি আছে যত বৃক্ষগণ॥

৭) **ছবি**—তৃতীয় আৰু ষষ্ঠ চৰণত দহোটাকৈ বাকীবোৰ চৰণত আঠোটাকৈ বৰ্ণ এই ছন্দত থাকে। যেনে—

একান্ত ভকত সবে নিৰ্গুণ কৃষ্ণৰ গুণ
গায়ে সদা বসিয়া যথাত।
বৈকুণ্ঠক পৰিহৰি যোগীৰ হৃদয় এৰি
থাকে হৰি সাক্ষাতে তথাত॥

৮) **লেছাৰি**—তৃতীয় আৰু ষষ্ঠ চৰণত ১৪ টাকৈ, বাকীবোৰ চৰণত ১০ টাকৈ বৰ্ণ থাকে। সম্পূৰ্ণ ছন্দটোত মুঠ বৰ্ণ সংখ্যা ৬৮ হয়। প্ৰতিটো চৰণেই দীঘল বাবে মাজত লঘুবিৰামৰ সহায়েৰে লয়ৰ গতি নিয়ন্ত্ৰণলৈ অনা হয়। এই লঘবিৰামৰ ৬, ৪=১০, ৬, ৪=১০ আৰু ৬, ৮=১৪ বৰ্ণৰ পাছত হয়। যেনে—

তাৰত কৃষ্ণৰ ভক্ত নৰে ভক্তি অবিৰোধী কৰ্ম কৰে
কৃষ্ণৰ সেৱাত ৰতি যাৰে নোপজয়।
যাৰে ভৈল কৃষ্ণ-কথাৰত নিত্য নৈমিত্তিক আদি যত
কথাৰ বিৰোধী জানিয়া সবে তেজয়॥

**সংকৰ ছন্দ**—অসমীয়া ভাষাত সম্পূৰ্ণ মাত্ৰাপ্ৰধান ছন্দ নাই; কিন্তু বৰ্ণৰ সংখ্যা কম বা বেছি হ'লেও উচ্চাৰণ দীৰ্ঘ বা হ্ৰস্ব কৰি লয় ৰক্ষা কৰা হয়। এনে স্থলত ছন্দটো মাত্ৰাভিত্তিক নহ'লেও মাত্ৰাৰ দ্বাৰা প্ৰভাৱিত হৈ পৰে। এইদৰে বৰ্ণবৃত্ত আৰু মাত্ৰাবৃত্ত উভয় শ্ৰেণীৰে লক্ষণ মিশ্ৰিত কোনো ছন্দক সংকৰ-ছন্দ বুলিব পাৰি। কোনো কোনো পণ্ডিতে এনেধৰণৰ ছন্দক মাত্ৰাছন্দ বুলি ক'লেও প্ৰকৃততে এইবোৰ মাত্ৰাবৃত্ত বা মাত্ৰিকছন্দ নহয়। যেনে—

কি কহব ৰমণীক ৰূপ প্ৰচুৰ।
বদনক হেৰি চান্দ ভেলি দূৰ॥
নয়নক পেখি পাই বৰ লাজ।
কমল জাল কমল জলমাজ॥

এই পদ্যাংশৰ প্ৰথম শাৰীত ১৩টা বৰ্ণ আছে। বাকীবোৰত ১২ টাকৈ বৰ্ণ আছে; কিন্তু লয় আৰু সময়ৰ দৃষ্টিত কেইটা শাৰীৰ মাজত পাৰ্থক্য নাই। সংস্কৃত ভাষাৰ উচ্চাৰণৰ ৰীতি মতে বিচাৰ কৰিলে প্ৰথম শাৰীত ১৩টা

মাত্রা হয়। তৃতীয় শাৰীতো ১৫টা মাত্রা হয়। আনহাতে দ্বিতীয় শাৰীত ১৬টা আৰু চতুৰ্থ শাৰীত ১৪ টাহে মাত্রা হয়। গতিকে এইটো মাত্ৰাভিত্তিক ছন্দ হ'ব নোৱাৰে। এনে স্থলত এনেধৰণৰ ছন্দক লয়াত্মক সংকৰছন্দ বোলাটোহে বেছি যুক্তিসংগত। এই ছন্দটোৰ প্ৰতি শাৰীৰ অন্তিম বৰ্ণটোৰ উচ্চাৰণ হ্ৰস্ব আৰু তাৰ পূৰ্ব বৰ্ণৰ উচ্চাৰণ দীৰ্ঘ হয়। বৰ্ণৰ সংখ্যাৰ দৃষ্টিৰে বিচাৰ কৰিলে সুকীয়া সুকীয়া বৰ্ণবৃত্তৰ লগত মিল যেন লাগিলেও পৃথক্ লয়যুক্ত ভটিমাসমূহত এই লক্ষণ দেখা যায়। সকলো ভটিমাৰে মাত্ৰা সংখ্যা আৰু বৰ্ণ সংখ্যা একে নহয় বাবে ইয়াক ভটিমাছন্দ বুলিও ক'ব নোৱাৰি। সেই বাবে **লয়াত্মক সংকৰছন্দ** বুলি এটা সুকীয়া শ্ৰেণীৰ ভিতৰত ঠাই দিয়াৰ বাহিৰে এনেবোৰ ছন্দক অন্য নাম দিবলৈ টান হৈ পৰে।

দীৰ্ঘ ঝুনা বা কুসুমমালা ছন্দতো এশাৰীত ১২ টাকৈ সম্পূৰ্ণ ছন্দত ২৪টা বৰ্ণ থাকে; কিন্তু ওপৰৰ উদাহৰণত থকা দ্বিতীয়, তৃতীয় আৰু চতুৰ্থ শাৰীৰ লগত ইয়াৰ লয়ৰ মিল নাই। হ্ৰস্ব ঝুনাৰ দৰে এফাকিত ১০ টাকৈ বৰ্ণ থকা সংকৰ ছন্দও আছে। যেনে—

১) শুন শুন ৰুকমিণী মাই।
কৃষ্ণগুণ কহন নযায়॥

ওপৰত দিয়া—দূৰতে ধৰ্মক পৰিহৰি। বিটো চিত্তে হৃদি ৰূপ ধৰি॥ এই অংশৰ লগত ইয়াৰ লয়ৰ পাৰ্থক্য আছে। 'মাই' আৰু 'নযায়' শব্দ দুটাৰ প্ৰত্যেকৰে অন্তিমবৰ্ণ দুটা যথাক্রমে দীৰ্ঘ মাত্রা আৰু হ্ৰস্ব মাত্রা হোৱা বাবে এই পাৰ্থক্য দেখা গৈছে। মাত্ৰা অনুসৰি উচ্চাৰণ কৰা নহ'লেই এই পাৰ্থক্য দেখা নাযায়; কিন্তু এই ভটিমা ফাঁকি গোৱাৰ প্ৰচলিত প্ৰথাৰতে এই বৰ্ণ দুটাৰ উচ্চাৰণ মাত্ৰাভিত্তিক হৈ আহিছে।

**নাম-ঘোষাৰ ছন্দ**—নাম-ঘোষাৰ 'ঘোষাছন্দ' আৰু 'নামছন্দ' এই দুয়োটা ভাগতে বহুসংখ্যক সংকৰ ছন্দ আছে। এই ছন্দসমূহৰ বিষয়ে বিস্তৃত আলোচনা হ'বলৈ এতিয়াও বাকী আছে।

**আধুনিক ছন্দ আৰু লয়**—গদ্যাত্মকেই হওক বা পদ্যাত্মকেই হওক সকলো শ্ৰেণীৰে বাক্যত কম বেছি পৰিমাণে একোটা সুৰ বা লয় থাকে। লয়হীন কেৱল ধ্বনি সমষ্টিয়ে ভাব প্ৰকাশৰ বাবে সমৰ্থ বাক্য সৃষ্টি কৰিব নোৱাৰে। লয়ৰ পৰিবৰ্তনে বাক্যৰ ভাবো সুকীয়া কৰিব পাৰে। শব্দাৰ্থৰ পৰিবৰ্তন নঘটোৱাকৈয়ো লয়ে ভাবৰ পৰিবৰ্তন ঘটাব পাৰে। এই লয়নো কি বস্তু? বাক্যত ব্যৱহাৰ হোৱা ধ্বনিসমূহৰ তৰংগময় গতিয়েই লয়। তৰংগ বা ঢৌবোৰৰ স্বৰূপ নিৰ্ণয় কৰোঁতে উচ্চতা, বিস্তাৰ আৰু কালৰ সহায় লোৱা হয়। বাক্যৰ লয়কো ধ্বনিৰ উচ্চতা,

মন্দতা আৰু কালব্যাপ্তি বা মাত্ৰাৰ সহায়েৰে জুখিব পাৰি। ধ্বনিৰ উচ্চতা বা তীব্ৰতা, মন্দতা আৰু কালমাপক মাত্ৰাৰ লঘুতা আৰু গুৰুতাই বাক্যৰ শব্দাৱলীক ওজঃ, মাধুৰ্য প্ৰভৃতি সুকীয়া সুকীয়া ভাবপ্ৰকাশৰ বাবে সমৰ্থ কৰি তোলে। লয়ে ভাব-পৰিবৰ্তন কৰাৰ এটা সাধাৰণ উদাহৰণ তলত দিয়া হৈছে। তুমি যাবা। এই বাক্যটোৰ ভাব লয়ভেদে সুকীয়া হ'ব। যেনে—তুমি যাবা! তুমি যাবা? তুমি যা-বা। তু-মি যা-বা। ইত্যাদি।

ছন্দত থকা লয় ভাবানুকূল হ'লেও বহু পৰিমাণে যান্ত্ৰিক। এইখিনিত ছন্দ শব্দটো মাত্ৰাৰ সংখ্যা বা বৰ্ণৰ সংখ্যাৰে নিয়ন্ত্ৰিত বাক্যগতি অৰ্থত ব্যৱহাৰ কৰা হৈছে। প্ৰকৃততে লয় সৃষ্টিৰ উদ্দেশ্যেহে ছন্দৰ সহায় লোৱা হয়। ভাবানুকূল লয় সৃষ্টি কৰিব নোৱাৰিলে ছন্দৰ প্ৰয়োগ কেৱল যান্ত্ৰিক হৈয়ে থাকে। সেই বাবে কাব্যত ছন্দতকৈ লয়ৰ গুৰুত্ব বেছি। শব্দত অৰ্থ লুকাই থকাৰ দৰেই লয়ত তাৰ ভাব লুকাই থাকে। শব্দই অৰ্থৰ সহায়েৰে ভাব প্ৰকাশ কৰিবলৈ যি চেষ্টা কৰে, সেই চেষ্টাক লয়ে সফল কৰি তোলে। বাক্য অধিক সুৰপ্ৰধান বা সংগীতধৰ্মী হ'লে বাদ্যৰ সহযোগত অৰ্থৰ সহায় নোলোৱাকৈয়ো ভাব গ্ৰহণ কিছু পৰিমাণে হ'ব পাৰে। বাক্যহীন কেৱল বাদ্যৰ লয়তো ভাবপ্ৰকাশ হয়। গতিকে ভাষাৰ দৃষ্টিত অসাৰ্থক ধ্বনিও ভাবগ্ৰহণৰ ক্ষেত্ৰত সাৰ্থক বা সফল হোৱা দেখা যায়। সাৰ্থক বাক্যত থকা ছন্দকো সংগীতত থকা লয়াত্মক বাদ্যৰ ধ্বনিৰ দৰে যান্ত্ৰিক প্ৰয়াস বুলিব পাৰি। কেৱল বৰ্ণ-সংখ্যা বা মাত্ৰা সংখ্যাই ছন্দৰ সৌন্দৰ্য্য প্ৰকাশ কৰিব নোৱাৰে। ছন্দৰ লগত ভাবানুকূল ভাষা-ধ্বনিৰ লয় আৱশ্যক. ভাষাধ্বনিৰ এই লয় শব্দালংকাৰ আৰু ৰীতি-বিচাৰৰ লগত জড়িত হৈ আছে।

আধুনিক যুগৰ পদ্য আৰু কবিতাত পুৰণি ছন্দৰ প্ৰয়োগ দেখা যায়; কিন্তু ছন্দ একে হ'লেও গোৱাৰ লয় একে নহয়। প্ৰাক্‌শংকৰী যুগৰেপৰা ৰোমান্টিক যুগৰ আগলৈকে অসমীয়া সাহিত্যত ব্যৱহাৰ হোৱা দুলৰি, ছবি, ঝুনা, পদ প্ৰভৃতি ছন্দবোৰ যেনে লয়ত গোৱা হয়, তেনে লয়ত গাব পাৰিলেও কীৰ্ত্তন, নাম-ঘোষা প্ৰভৃতি কিছুমান পুথিত থকা সেইবোৰ ছন্দৰে পদসমূহ সুকীয়া লয়তহে গোৱা হয়। কীৰ্ত্তন আৰু নাম-ঘোষাৰ মাজতো লয়ৰ পাৰ্থক্য বহুত দেখা যায়। সুৰ আৰু লয় দুয়োটা বস্তুৱেই ভাবৰ ওপৰত নিৰ্ভৰ কৰে। এই ধৰণে একেটা ছন্দই পুৰণি আৰু নতুন ৰূপত সুকীয়া ভাবৰ অনুকূলে সুকীয়া লয়যুক্ত হোৱাৰ উদাহৰণ তলত দিয়া হ'ল।

১) আঙুলি বুলাব জনা হ'লে আজি
পেলালোঁহেঁতেন টানি
হিমালয় চূড়া বুৰালোঁহেঁতেন
উছলি কলীয়া পানী ॥ (চন্দ্ৰকুমাৰ আগৰৱালা)

৬, ৬, ৮।৬, ৬, ৮ ॥ বৰ্ণ সংখ্যাৰ এই ছন্দটো পুৰণি দুলৰি ছন্দৰে একে; কিন্তু ভাব অনুসৰি গোৱাৰ লয় পৃথক্ হৈছে। পৃথক্ লয়ৰ পৰম্পৰাটোহে এই ক্ষেত্ৰত ছন্দৰ বৰ্ণ সংখ্যাতকৈ বেছি গুৰুত্বপূৰ্ণ। পুৰণি দুলৰি ছন্দৰ লয়ত এই কবিতা ফাঁকি গালে ভাবৰ বিসংগতি ঘটিব। মিলাই চাবৰ কাৰণে তলত দুলৰি ছন্দৰ এফাঁকি ঘোষা দিয়া হ'ল।

২) পৰম ঈশ্বৰ স্বৰূপে জীৱৰ আছন্ত হুয়া আশ্ৰয়।
এতেকেসে তাংক বুলি নাৰায়ণ নামৰ দিব্য অন্বয় ॥ (নামঘোষা, ১৫৯)

নলিনীবালাদেৱীৰ জন্মভূমি কবিতাটোৰ ছন্দ পুৰণি ছবি ছন্দেৰে একে; কিন্তু ছবি ছন্দৰ কীৰ্তন অথবা নামঘোষাৰ লগত তাৰ লয় নিমিলে। উদাহৰণ তলত দিয়া হৈছে।

৩) মেলিলোঁ প্ৰথম চকু তোমাৰ কোৱাতে আই
জনমৰ আদিম পুৱাত।
মুদিম আকৌ চকু তোমাৰ কোলাতে শুই
জীৱনৰ শেষ-সন্ধিয়াত।

৪) অনন্ত চৈতন্য আত্মা সদানন্দ ঈশ্বৰত
যোগীজনে সদাই ৰময়।
এহি হেতু ৰামপদে পৰমব্ৰহ্ম স্বৰূপক
কহে ৰাম নামৰ অন্বয় ॥ (না॰ ঘো॰, ১৫৪)

৮। **ভাৱ অনুসৰি লয়ৰ লক্ষণ**—কোন ধৰণৰ ভাৱৰ কাৰণে কোন ধৰণৰ বৰ্ণ, শব্দ আৰু লয়ৰ প্ৰয়োজন তাৰ লগত ছন্দৰ সম্বন্ধ আছে। প্ৰেম, ভক্তি প্ৰভৃতি মধুৰ ভাবৰ কাৰণে মৃদুগতিত আগবঢ়া দীঘলীয়া লয়ৰ ছন্দ বেছি উপযোগী। নামঘোষাতেই প্ৰথমে ব্যৱহাৰ হোৱা লেছাৰি ছন্দ এই শ্ৰেণীৰ ভাল উদাহৰণ। উগ্ৰ আৰু উৎসাহপূৰ্ণ ভাব প্ৰকাশৰ বাবে দ্ৰুতগতিৰ লয় অধিক উপযোগী। প্ৰেম, ভক্তি আদি কোমল ভাবৰ লগত উৎসাহ আৰু আবেগিক তীব্ৰতাৰ সমন্বয় ঘটিলে দ্ৰুত আৰু মৃদু উভয় লক্ষণযুক্ত মিশ্ৰিত ছন্দ বা সংকৰ ছন্দৰ সৃষ্টি হ'ব পাৰে। নামঘোষাত এনে উদাহৰণ পোৱা যায়; যেনে—

১) জগতজীৱন যদু এ—যাদৱানন্দ
জগতকাৰণ যদুপতি।
তুমিসে কেৱলে নিজ ভকতৰ গতি॥ ৭৮২

এই সংকৰ ছন্দটোৰ বৰ্ণ-সংখ্যা ক্ৰমে ১৪, ১০, ১৪।

২) করুণাময় ৰাম করুণাময়।
কৰিয়ো কৃপা যেন উচিত হয়॥ (নামঘোষা, ৭৮৫)

এই ছন্দৰ বৰ্ণ সংখ্যা ১২, ১২। কুসুমমালা বা দীৰ্ঘ ঝুমুৰাতো ৬, ৬।৬, ৬॥ মুঠ ১২, ১২ কৈ ২৪ টা বৰ্ণ থাকে, কিন্তু চৰণ বিভাগত পাৰ্থক্য দেখা যায়। এই ছন্দৰ চৰণবোৰত বৰ্ণ সংখ্যা ৭, ৫। ৭, ৫ কৈ ২৪ হৈছে। গতিকে লয় সুকীয়া হৈ পৰিছে।

৩) ছন্দ দীঘল হ'লেও ভাব অনুসৰি গতি খৰ হ'ব পাৰে। উদাহৰণ তলত দিয়া হৈছে।

সোণালী ৰথত আলোকি বিমানে
নামিলে সুৰুযে সোণৰ কাঁড়।
পলাল আন্ধাৰ হৰিণীয়ে যেন,
হয় নিমিষতে চকুৰ আঁৰ॥ (যতীন্দ্ৰনাথ দুৱৰা)

ভটিয়াব দৰে প্ৰতি শাৰীৰে অন্তিম বৰ্ণৰ আগৰ বৰ্ণ দীৰ্ঘ মাত্ৰাযুক্ত (উচ্চাৰণতো দীৰ্ঘতা ৰক্ষা কৰা হয়) হোৱা কাৰণে বৰ্ণৰ সংখ্যা এটা কম হ'লেও লয়ৰ দৃষ্টিত মাত্ৰাৰ সমতা ৰখা হয়। বৰ্ণ-সংখ্যাৰ দৃষ্টিত প্ৰথম তিনিটা আৰু পঞ্চম, ষষ্ঠ, সপ্তম চৰণৰ বৰ্ণ সংখ্যা ৬ টাকৈ; কিন্তু চতুৰ্থ আৰু অষ্টম চৰণত পাঁচোটাকৈ বৰ্ণ আছে।

লয়ৰ দৃষ্টিত সমান জোখৰ আঠোটা চৰণ থকা এইটো এটা নতুন ছন্দ। ৰথৰ গতি, কাঁড়ৰ গতি, অন্ধকাৰ দূৰ হোৱা সময়ৰ গতি আৰু হৰিণী পলোৱাৰ গতিত যিটো ক্ষিপ্ৰতা আছে, সেইটো প্ৰকাশ কৰিবৰ কাৰণে প্ৰয়োজনীয় লয় সৃষ্টি কৰিবলৈ এই কবিতা আকৰ ছন্দত অনুকূল শব্দ গাঁথনিৰ সহায় লোৱা হৈছে। বৰগীতৰ দৰে পুৰণি কবিতাতো এনেধৰণৰ ভাবানুকূল লয় আৰু শব্দ বা ধ্বনি-সংগঠনৰ উদাহৰণ দেখা যায়। যেনে—

৪) ঠাট প্ৰকটপটু কোটি কোটি কপি
গিৰিশিখৰত পদপ্ৰহাৰে।
আবিৰি তীৰ তৰি-দৰে ধনুধাৰী
ধৰি ধৰি সমৰক ধাৱে॥ (শংকৰদেৱৰ বৰগীত)

এই গীত ফাঁকিৰ ছন্দটোও এটা সংকৰ ছন্দ। ইয়াত বৰ্ণবৃত্ত আৰু মাত্ৰা-বৃত্তৰ মিশ্ৰণ ঘটিছে। বৰ্ণ সংখ্যা যথাক্ৰমে ৭, ৬ ; ৬, ৪ । ৭, ৮ ; ৪, ৬ ॥ অৰ্থাৎ প্ৰথম ভাগত ২৩ টা বৰ্ণ আৰু দ্বিতীয় ভাগত ২৫ টা বৰ্ণ হয়। মাত্ৰাৰ দৃষ্টিৰে চালে যথাক্ৰমে ৮, ৮, ১২ । ৯, ৯ ; ১২ । হয়। 'বাৰিধি তৰি তৰি' পাঠ গ্ৰহণ কৰিলেও চতুৰ্থ চৰণত ৮ মাত্ৰা আৰু পঞ্চমচৰণত ৯ মাত্ৰা হয়। সংস্কৃত ভাষাৰ মাত্ৰা বিচাৰ মতে 'কৰে' শব্দত 'ৰে' দ্বিমাত্ৰা হয়, কিন্তু কাব্য আৰু গীত কোনো পদ্ধতিতে এই 'ৰে'টোৰ উচ্চাৰণ দ্বিমাত্ৰিক কৰা নহয়। গতিকে এই পদ্য ফাঁকি মাত্ৰিক ছন্দত বুলিও ধৰিব নোৱাৰি। মাত্ৰাবৃত্তৰ অনুকৰণত কেইটামান দীৰ্ঘ-স্বৰযুক্ত বৰ্ণত জোৰ দি লয়প্ৰধান সংকৰ ছন্দৰ সৃষ্টি কৰা হৈছে। লয়ৰ দৃষ্টিত মাত্ৰাক্ৰম এনেধৰণৰ —৮, ৮, ১২ । ৮, ৮ ১২ ॥ তৃতীয় আৰু ষষ্ঠ চৰণকো দুটা ভাগত ভগাব পাৰি, কিন্তু মাত্ৰাৰ দৃষ্টিত ভাগবোৰ সমান নহ'ব। যুদ্ধলৈ যোৱা সৈন্যৰ বৰ্ণনা দিয়া এই পদত গতিৰ তীব্ৰতা আৰু ভাবৰ উগ্ৰতা প্ৰকাশ কৰা হৈছে। তাৰ কাৰণে যথাক্ৰমে কম সংখ্যক মাত্ৰাৰে গঢ় দিয়া চৰণ আৰু কঠোৰধ্বনিযুক্ত বৰ্ণৰ ব্যৱহাৰ কৰা হৈছে। ভাবপ্ৰকাশৰ ক্ষেত্ৰত শব্দৰ অৰ্থতকৈ ধ্বনিৰ গতি আৰু কঠোৰতা-মৃদুতা আদিৰ ওপৰত গুৰুত্ব আৰোপ কৰা ধৰণটোক সৌন্দৰ্য-বিচাৰৰ দৃষ্টিত 'ৰীতি' বোলা হয়। এইক্ষেত্ৰত 'ৰীতি' শব্দটো ইংৰাজী ভাষাৰ 'ষ্টাইল' অৰ্থত ব্যৱহাৰ কৰা হোৱা নাই। বৰ্ণপ্ৰয়োগৰ বৈশিষ্ট্যকহে এই ক্ষেত্ৰত ৰীতি বোলা হৈছে। অৰ্থৰ গুৰুত্ব নথকা বাবে ৰীতিক অসাৰ্থক ভাব-ধ্বনি বুলি ক'ব পাৰি।

**অনুশীলনী —৩১**

১) ছন্দ বুলিলে ধ্বনিৰ কোনবোৰ লক্ষণক বুজায়? ভাবপ্ৰকাশৰ লগত ছন্দৰ সম্পৰ্ক দেখুৱাই সেই বিষয়ে চমু বিৱৰণ দিয়া।

২) সংকৰ ছন্দ আৰু লয়ৰ মাজত থকা সম্পৰ্ক দেখুৱাই ছন্দৰ শ্ৰেণী বিভাগ কেনেকৈ কৰিব পাৰি উদাহৰণসহ লিখা।

৩) বৰ্ণপ্ৰধান আৰু মাত্ৰাপ্ৰধান ছন্দৰ পাৰ্থক্য দেখুৱাই অসমীয়া ভাষাত প্ৰচলিত ছন্দসমূহৰ লক্ষণ বিশ্লেষণ কৰা।

৪) অসমীয়া প্ৰাচীন সাহিত্য আৰু আধুনিক সাহিত্যৰ ছন্দসমূহৰ মাজত থকা পাৰ্থক্যবোৰৰ সম্বন্ধে নিজা বিচাৰ দাঙি ধৰা।

OOOO

৯। **ৰীতি :**—সংস্কৃত ভাষাৰ লক্ষণগ্ৰন্থত 'বৈশিষ্ট্যপূৰ্ণ পদৰচনা'কে ৰীতি বুলি কৈছে। অভিধা অৰ্থ একে হ'লেও ধ্বনি বা বৰ্ণৰ ভিন্নতাই ভাবৰ ক্ষেত্ৰত যি পাৰ্থক্যৰ সৃষ্টি কৰে, সেই পাৰ্থক্যকে এই ক্ষেত্ৰত বৈশিষ্ট্য বুলি ধৰা হৈছে। ইয়াত বৰ্ণই ভাবৰ লগত পোনপটীয়া সম্পৰ্ক ৰক্ষা কৰে।

ভাব বহুত শ্ৰেণীৰ হ'ব পাৰে। ভৰত মুনিয়ে নাট্য শাস্ত্ৰত আঠবিধ স্থায়ী ভাবৰ ভিত্তিত আঠটা ৰস সৃষ্টি হোৱা বুলিছে। ভাবৰ তন্ময় অৱস্থাই ৰস। অৰ্থাৎ ৰসটো অতি গভীৰ স্তৰৰ ভাব। ৰসৰ অৱস্থাত উপনীত হোৱাৰ আগতে মনক প্ৰভাৱিত কৰিব পৰা আন কিছুমান লক্ষণো বাক্যত দেখা যায়, সেইবোৰক গুণ বোলা হয়। আচাৰ্য ভৰত আৰু দণ্ডীয়ে শ্লেষ, প্ৰসাদ, সমতা, সমাধি, মাধুৰ্য ওজ:, সৌকুমাৰ্য, অৰ্থব্যক্তি, উদাৰতা আৰু কান্তি এই দহোটা গুণৰ কথা কৈছে; কিন্তু পাছৰ অন্যান্য আলোচকে এই বিলাকৰ ভিতৰত কেৱল 'ওজঃ, মাধুৰ্য' আৰু 'প্ৰসাদ' এই তিনিটা গুণতে বাকীবোৰ গুণ সোমাই আছে বুলি ধৰি লৈ সেই কেইটাৰ ওপৰতহে গুৰুত্ব দিছে। এতিয়া কোনটো গুণৰ কাৰণে কোন শ্ৰেণীৰ বৰ্ণপ্ৰয়োগ কৰিব লাগে, সেইটোৱেই ৰীতিৰ বিচাৰ্য বিষয়।

বীৰ, ৰৌদ্ৰ আৰু বীভৎস ৰসৰ কাৰণে ওজ: গুণপ্ৰধান বৰ্ণ প্ৰয়োগ কৰা আৱশ্যক। এনে ওজঃগুণ-বৰ্দ্ধক ৰীতিটোক 'গৌড়ী ৰীতি' বোলা হয়। ট, ঠ, ড, ঢ, ণ, প্ৰভৃতি কঠোৰ ধ্বনিৰ বৰ্ণ, 'ৰ' কাৰযুক্ত শব্দ আৰু দীঘল সমাসৰ প্ৰয়োগ ইয়াৰ উপযোগী। আগতে উদ্ধৃত কৰা শংকৰদেৱৰ নৰ গীতৰ 'ঠাটপ্ৰকটপটু' আদি অংশটো আৰু তাৰ পাছৰ তলত দিয়া অংশটো ওজঃগুণ আৰু গৌড়ী ৰীতিৰ ভাল উদাহৰণ।

> ১) হাটি ঘাটি বজ্ৰ বাটি বিয়াপি চৌগড়ে বেঢ়ল লংকা।
> গুৰু ঘন ঘন ঘোষ ধৰিষণ গৰ্জন শ্ৰৱণে জনময় শংকা॥
> বীৰ বীৰ শৰশেখৰ বানৰ বাৰণ তুৰাপৰি জাম্পে।
> সুৰ নৰ কিন্নৰ ফণিধৰ থৰ থৰ মহীধৰ তৰসি প্ৰকম্পে॥ ইত্যাদি॥

হৃদয়-গলোৱা আনন্দৰ ভাব প্ৰকাশ কৰিব পৰা গুণটোকে 'মাধুৰ্য-গুণ' বোলা হয়। সুকুমাৰ ভাবপ্ৰধান এই গুণটো প্ৰকাশৰ কাৰণে কঠোৰ উচ্চাৰণযুক্ত বৰ্ণ যথা সম্ভৱ ত্যাগ কৰি অনুনাসিক প্ৰভৃতি কোমল উচ্চাৰণৰ বৰ্ণ ব্যৱহাৰ কৰিব লাগে। মাধুৰ্য গুণৰ উপযোগী এনে বৰ্ণ ব্যৱহাৰ কৰা ৰচনাৰীতিক 'বৈদৰ্ভী ৰীতি' বোলা হয়। শৃংগাৰ, কৰুণ আৰু ভক্তি প্ৰভৃতি শান্ত ৰসৰ কাৰণেও এই ৰীতি গ্ৰহণ কৰা হয়। উদাহৰণ তলত দিয়া হৈছে।

২) অখণ্ড মণ্ডল চন্দ্ৰ দেখিলন্ত হৰি।
কুংকুমে অৰুণ লক্ষ্মী মুখপদ্ম সৰি ॥
বনকো দেখিলা চন্দ্ৰ ৰশ্মিয়ে ৰঞ্জিত।
সুস্বৰ মধুৰ কৰি হৰি গাইল গীত ॥ (ৰাসলীলা)

৩) পূবৰ কিৰণ ৰাশি নতুন কোমল,
বিহগৰ কলকণ্ঠ ধৱল কমল,
ঊষাৰ লালিমা লৈ বিকশি উঠিল।
পুলক জগাই গ'ল ফুল পৰিমল।

সহজবোধগম্য স্বাভাৱিক ভাষাৰে বৰ্ণনা কৰা ৰচনা-ৰীতিক 'পাঞ্চালী ৰীতি' বোলা হয়। ইয়াৰ সহজবোধগম্য গুণটোকে 'প্ৰসাদ গুণ' বুলি কয়। উদাহৰণ তলত দিয়া হৈছে।

৪) শৰত কালৰ ৰাত্ৰি অতি বিতোপন।
ৰাসক্ৰীড়া কৰিতে কৃষ্ণৰ ভৈল মন ॥
ভৈলন্ত উদিত চন্দ্ৰ পূৰ্ব দিশ হন্তে।
কামাতুৰ স্ত্ৰীৰ যেন সন্তাপ মাৰ্জন্তে ॥ (ৰাসলীলা)

এই উদাহৰণবোৰ স্পষ্ট হ'বৰ কাৰণে এযোৰ শব্দৰ অৰ্থ আৰু ভাষা-ধ্বনি সম্বন্ধে বিচাৰ কৰি চোৱা হওক। 'ধৱল কমল' শব্দৰ সাধাৰণ অৰ্থ বগা পদুম। এই অৰ্থত শ্বেত শতদল, শ্বেত শতপত্ৰ, শ্বেত পুণ্ডৰীক, শ্বেত পংকজ, সিত শতদল, শুক্ল শতদল, শুক্ল শতপত্ৰ, শুক্ল পুণ্ডৰীক, শুক্ল পংকজ, ধৱল পংকজ, ধৱল শতদল প্ৰভৃতি বহুত শব্দ ব্যৱহাৰ কৰিব পাৰি ; কিন্তু এই সকলো শব্দ সকলো গুণ' আৰু 'ৰীতিত' খাপখোৱা নহয়। শুক্ল পুণ্ডৰীক বা শুক্ল শতপত্ৰ শব্দ ওজঃগুণৰ বাবে যেনেদৰে উপযোগী, মাধুৰ্য গুণৰ বাবে তেনেদৰে উপযোগী নহয়। এই ক্ষেত্ৰত ভাষাধ্বনিৰ কঠোৰতা আৰু কোমলতাটোৰ গুৰুত্ব বস্তুটোৰ চিত্ৰধৰ্মতকৈ বেছি। অৱস্থা ভেদে একেটা বস্তুৱেই আনন্দদায়ক আৰু দুখদায়ক দুয়োটা হ'ব পাৰে। গতিকে অৰ্থ বা চিত্ৰধৰ্মৰ ওপৰত নিৰ্ভৰ নকৰা ভাষা-ধ্বনিৰ বৈশিষ্ট্যটোৱেই ৰীতি আৰু সেই ৰীতিৰ লগত জড়িত ভাববৈশিষ্ট্যই গুণ।

১০। শব্দালংকাৰ —ভাষা-ধ্বনি বা শব্দৰ ওপৰত নিৰ্ভৰশীল সৌন্দৰ্যক শব্দালংকাৰ বোলা হয় ভাষা ধ্বনিৰ দৃষ্টিত ইয়াকো ৰীতিৰ ভিতৰত ধৰিব পাৰি। কেৱল বৰ্ণৰ লক্ষণৰ ওপৰত গুৰুত্ব নিদি বৰ্ণ-সমষ্টি শব্দৰ ওপৰত গুৰুত্ব দিলে শব্দালংকাৰ হয়। একে অৰ্থ বোধক অনা এটা শব্দত যিটো সৌন্দৰ্য নাথাকে, সেইটো শব্দালংকাৰৰ সৌন্দৰ্য। ৰীতিৰ সৌন্দৰ্যটো এটা শব্দৰ লগতে জড়িত

নহয়; সম্পূৰ্ণ বাক্যত ব্যৱহৃত বৰ্ণসমূহৰ শ্ৰেণীৰ ওপৰত নিৰ্ভৰশীল। অনুপ্ৰাস, যমক, শ্লেষ, বক্ৰোক্তি, পুনৰুক্তবদাভাস প্ৰভৃতি শব্দালংকাৰবোৰত একোটা নিৰ্দিষ্ট ক্ৰমত শব্দৰ লগত জড়িত ভাষা-ধ্বনিয়ে সৌন্দৰ্য সৃষ্টি কৰে। এইবিলাকৰ ভিতৰত অনুপ্ৰাসৰ বাহিৰে আনবোৰ শব্দালংকাৰ অৰ্থৰ লগতো কিছু পৰিমাণে জড়িত। ভাবৰ লগত ভাষা-ধ্বনিৰ পোনপটীয়া সম্বন্ধটোৱে অনুপ্ৰাসক আনবোৰ শব্দালংকাৰতকৈ বেছি পৰিমাণে ৰীতিৰ ওচৰ চপাই নিছে। উদাহৰণ তলত দিয়া হৈছে।

১) শুনিলহু হৰে যেবে কথা বিপৰীত।
শ্ৰীৰূপ ধৰি হৰি হৰিলা অমৃত॥ (কীৰ্তন-হৰমোহন)

২) কমলদলজল চিত্ত চঞ্চল স্থিৰ নোহে তিল এক।
(বৰগীত — শংকৰদেৱ)

এই উদাহৰণ দুটাত যথাক্ৰমে 'ধৰি হৰি হৰিলা' অংশত একেধৰণৰ ভাষা ধ্বনি আৰু 'কমলদলজল' অংশটোত একেধৰণৰ ভাষাধ্বনি (বৈদৰ্ভী ৰীতিযুক্ত) থকা বাবে গীতাংশ সৌন্দৰ্য প্ৰকাশ পাইছে। নাৰীৰ ৰূপ লৈ বিষ্ণুৱে অমৃত হৰণ কৰিলে বুলি ক'লে এই সৌন্দৰ্য প্ৰকাশ নাপায়। অৰ্থ একে হোৱা সত্ত্বেও এটা বাক্যত যি সৌন্দৰ্য আছে আনটো বাক্যত সেই সৌন্দৰ্য নাই। একে ধৰণৰ ভাষাধ্বনিয়ে সৃষ্টি কৰা এই সৌন্দৰ্যৰ নাম অনুপ্ৰাস বোলা হৈছে। পদুমৰ পাতত থকা পানীৰ দৰে মনটো চঞ্চল বুলিলেও ভাষাধ্বনিৰ সৌন্দৰ্য বা অনুপ্ৰাস শব্দালংকাৰ নাথাকে; কিন্তু ভাবৰ সৌন্দৰ্য থাকিব। এনেধৰণৰ ভাবৰ সৌন্দৰ্য অৰ্থালংকাৰৰ শ্ৰেণীত পৰিব।

অনুশীলনী —৩২

১) ৰীতি বুলিলে কি বুলি ভাবা? ইয়াক অসাৰ্থক ধ্বনিৰ শ্ৰেণীত ঠাই দিয়াৰ কাৰণ উদাহৰণসহ বুজাই লিখা।

২) ওজঃ, মাধুৰ্য আৰু প্ৰসাদ গুণৰ লক্ষণ তথা সেইবিলাকৰ বাবে উপযুক্ত ধ্বনি-সমূহৰ প্ৰয়োগ সম্বন্ধে লিখা।

৩) শব্দালংকাৰ আৰু ৰীতিৰ মাজত থকা মিল আৰু অমিল সম্বন্ধে বিচাৰ কৰা আৰু উদাহৰণ দাঙি ধৰা।

০০০০

১১। **অৰ্থালংকাৰ**—ভাষা-ধ্বনিৰ সৌন্দৰ্যৰ ওপৰত অৰ্থালংকাৰে নিৰ্ভৰ নকৰে। একে অৰ্থ প্ৰকাশ কৰিব পৰা যেই সেই এটা শব্দ (ভাষাধ্বনি) অৰ্থালংকাৰত ব্যৱহাৰ হ'ব পাৰে। দুটা পৃথক্ বস্তুৰ মাজত গুণ বা ধৰ্মৰ সাম্যকে অৰ্থালংকাৰৰ আধাৰ ৰূপে লোৱা হয়। এই সাম্য-প্ৰদৰ্শনৰ ব্যৱস্থাকে উপমা বুলি কোৱা হয়। সকলো অৰ্থালংকাৰেই মূলতে উপমাধৰ্মী। কৰ্মধাৰয় সমাসৰ প্ৰসংগত উপমাৰ উপাদান সম্বন্ধে বিচাৰ কৰা হৈছে। এই বিষয়ে বিস্তৃত আলোচনা কৰাটো অলংকাৰ শাস্ত্ৰৰহে কাম, ব্যাকৰণৰ কাম নহয়। অৰ্থ আৰু ভাষাধ্বনিৰ লগত ভাবৰ সম্পৰ্ক স্পষ্ট কৰি দেখুৱাবৰ কাৰণে শব্দালংকাৰ আৰু অৰ্থালংকাৰ সম্বন্ধে বিচাৰ কৰিব লগীয়া বহুত ক্ষেত্ৰ আছে। সেই উদ্দেশ্যেহে এই প্ৰসংগত অলংকাৰ সম্বন্ধীয় সামান্য বিচাৰ দাঙিধৰা হ'ল।

১২। **বক্ৰোক্তি**—বক্ৰোক্তি নামে এবিধ শব্দালংকাৰো আছে; কিন্তু এই প্ৰসংগত বক্ৰোক্তি শব্দটো ভাবপ্ৰকাশৰ এবিধ বিশিষ্ট কৌশলৰ দৃষ্টিৰেহে গ্ৰহণ কৰা হৈছে। সাধাৰণ বাক্যত শব্দ আৰু অৰ্থৰ প্ৰয়োগ যি ধৰণে কৰা নহয়, সেই ধৰণে শব্দ আৰু অৰ্থৰ বিশিষ্ট প্ৰয়োগ কৰা সুসজ্জিত বাক্যক বক্ৰোক্তি বোলা হয়। এই দৃষ্টিত সকলো শ্ৰেণীৰ অলংকাৰেই বক্ৰোক্তিৰ ভিতৰত পৰে। বক্ৰোক্তি সম্বন্ধীয় বিচাৰক সকলোতকৈ অধিক বিকশিত ৰূপ দিয়া আচাৰ্য কুন্তকে বক্ৰোক্তিক ছ-টা ভাগত বিভক্ত কৰিছে। ১) বৰ্ণ-বিন্যাস বক্ৰতা, ২) পদপূৰ্বাৰ্ধ বক্ৰতা, ৩) পদপৰাৰ্ধ বক্ৰতা, ৪) বাক্য-বক্ৰতা, ৫) প্ৰকৰণ-বক্ৰতা, ৬) প্ৰবন্ধ-বক্ৰতা। এই ছ-টা বক্ৰতাৰ ভিতৰত থকা শেষৰ দুটা কেৱল সাহিত্য শাস্ত্ৰৰ লগতহে বিশেষ ভাবে জড়িত। প্ৰথম চাৰিটা ব্যাকৰণৰ সীমাৰ ভিতৰলৈ আনিব পাৰি। তলত এই চাৰিটাৰ সামান্য পৰিচয় দিয়া হৈছে।

১) **বৰ্ণবিন্যাস বক্ৰতা**—অনুপ্ৰাস, যমক প্ৰভৃতি শব্দালংকাৰসমূহ বৰ্ণ বিন্যাস বক্ৰতাৰ শ্ৰেণীত পৰে। বৰ্ণ বিন্যাস শব্দই বিশেষ ধৰণৰ শব্দ প্ৰয়োগ বুজাইছে আৰু বক্ৰতা শব্দই এক প্ৰকাৰৰ সৌন্দৰ্য বুজাইছে। গতিকে বিশেষ ধৰণৰ বৰ্ণ-প্ৰয়োগৰ সৌন্দৰ্য সম্বন্ধীয় ব্যৱস্থাই বৰ্ণবিন্যাস বক্ৰতাৰ মূল কথা। যথা পদুম, শুক্লশতদল, ধৱলকমল এই তিনিওটা শব্দৰ অৰ্থ একে হ'লেও গুণ আৰু ৰীতি ভেদে প্ৰত্যেকৰ ভাষাধ্বনিৰ সৌন্দৰ্য পৃথক্ শ্ৰেণীৰ। তাৰ অনুসৰি ভাষাধ্বনি বা বৰ্ণৰ যি সুকীয়া সৌন্দৰ্য হ'ব পাৰে, তাকে বৰ্ণবিন্যাস বক্ৰতা বোলা হৈছে। জনসাধাৰণৰ মন বুলিলে বা সাধাৰণ মানুহৰ মন বুলিলে যি অৰ্থ বুজায়, 'জনগণমন' বুলিলেও সেই একে অৰ্থকে বুজায়; কিন্তু জনগণমন শব্দটোত থকা সৌন্দৰ্য বাকী দুটা বাক্যাংশত নাই। জনগণমন শব্দত থকা এই সৌন্দৰ্যটো বৰ্ণবিন্যাস বক্ৰতাৰ এটা উদাহৰণ।

**পদপূৰ্বাৰ্ধ বক্ৰতা** —এটা পদ বা শব্দৰ পূৰ্বাৰ্ধ (প্ৰথম অংশ)ত থকা অৰ্থই যদি কিবা স্বকীয়া ভাব প্ৰকাশ কৰা বাবে সৌন্দৰ্য বৃদ্ধি পায়, তেনেহ'লে সেই পূৰ্বাৰ্ধৰ সৌন্দৰ্যক পদপূৰ্বাৰ্ধ বক্ৰতা বোলা হয়। যেনে—ব্ৰহ্মবেত্তা ব্ৰাহ্মণজন আমাৰ পূজ্য ; কিন্তু তোমাৰ দৰে মহাব্ৰাহ্মণক কোনে পূজা কৰিব ? —এই বাক্যত থকা মহাব্ৰাহ্মণ শব্দটোৰ পূৰ্বাৰ্ধ মহা অংশত বক্ৰতা বা ভাববৈশিষ্ট্য আছে। সাধাৰণতে মহা শব্দটো শ্ৰেষ্ঠত্বসূচক, কিন্তু ব্ৰাহ্মণ, মাংস, নিদ্ৰা, তৈল, শয়ন আৰু প্ৰয়াণ শব্দৰ আগত থকা মহা শব্দৰ অৰ্থ তেনে নহয়। মহাব্ৰাহ্মণ শব্দই নিকৃষ্ট ব্ৰাহ্মণকহে বুজায়।

**পদপৰাৰ্ধ বক্ৰতা** —এই বক্ৰতাক প্ৰত্যয় বক্ৰতাও বোলা হয়। শব্দৰ শেষত থকা প্ৰত্যয়ৰ ওপৰতেই এই বক্ৰতাই বেছিকৈ নিৰ্ভৰ কৰে। কাল, কাৰক, সংখ্যা, পুৰুষ, বাচ্য আৰু অবিকাৰী পদ প্ৰভৃতিৰ বিশেষ প্ৰয়োগ এই শ্ৰেণীৰ বক্ৰতাৰ ভিতৰত পৰে। যেনে—**ধনেই জীৱন খালে, ধন খাব কোনে ?** এই বাক্যটোত 'ধন' শব্দটো কৰ্তাপদৰ দৰে ('এ' বিভক্তি যোগ দি) ব্যৱহাৰ কৰা হৈছে। প্ৰকৃততে ধন শব্দটো কৰ্তা নহয়। ধনে জীৱনটো খোৱা বুলিলে তাত অভিধা অৰ্থ প্ৰকাশ নাপায়। ধনৰ অপব্যৱহাৰ বা ধনৰ চিন্তাত মানুহে দুখ-কষ্ট পায় বোলাৰ পৰিবৰ্তে প্ৰাণৱকীয়াকৈ বা ব্যংগকৈ কোৱা বাবেহে ধন শব্দটো কৰ্তাৰ দৰে হৈছে। 'ধন' শব্দত 'এ' বিভক্তি (প্ৰত্যয়) যোগ হোৱা বাবেহে এনে অৰ্থ প্ৰকাশ পাইছে। গতিকে এইটো প্ৰত্যয়বক্ৰতা।

**বাক্য বক্ৰতা** —বৈচিত্ৰ্যপূৰ্ণ বাক্য বা অলংকৃত বাক্যৰ সৌন্দৰ্যকে বাক্য বক্ৰতাৰ শ্ৰেণীত ধৰা হয়। বৈচিত্ৰ্যহীন বাক্য অলংকৃত বাক্য হ'ব নোৱাৰে। বৈচিত্ৰ্যই অভিধা অৰ্থক তল পেলাই অন্য অৰ্থ প্ৰকাশ কৰে। অভিধাভিন্ন লক্ষ্যাৰ্থ বা ব্যংগ্যাৰ্থক ভাবাৰ্থৰ শ্ৰেণীতহে ঠাই দিব পাৰি। ভাবাৰ্থ প্ৰধান বাক্যবক্ৰতাৰ উদাহৰণ তলত দিয়া হৈছে।

১) যিখানে জলাও আশাৰ শলিতা
আন্ধাৰো সিখানে বাঢ়িহে যায়।
বাহিৰে-ভিতৰে মহা অন্ধকাৰ
জীৱন-বন্তি জ্বলোৱা নাই।

২) কিহৰ কাৰণে মানুহ শ্ৰেষ্ঠ ?
যদিহে মানুহ সদাই মৰে।
যদি নমৰেই মৰ্ত্য কিহৰ।
কিহনে মানুহ অমৰ কৰে।

এই মৰতেতে মানুহ অমৰ
অমৰ দেৱতা ধৰাতে থাকে।
মানৱৰ শক্তি কাহানি মৰিছে।
ধৰাকে স্বৰ্গ বুলিছে চাগে॥

এই বাক্যবোৰ পদ্য নহৈ গদ্য হ'লেও তাত বক্রতা থাকিব। সেইদৰে সাহিত্য বা কাব্য নহ'লেও লোকব্যৱহাৰৰ বাক্যতো বক্রতা থাকিব পাৰে। তদুপৰি একেটা বাক্যতে অলংকাৰ, ৰীতি, বক্রোক্তি আৰু ব্যঞ্জনা থাকিব পাৰে। এই সকলোৱেই ভাবপ্ৰকাশৰ একোটা সুকীয়া সুকীয়া ধৰণ মাত্ৰ। ওপৰত উদ্ধৃত কৱিতা দুফাঁকিব বিচাৰ ধ্বনি বা ব্যঞ্জনাৰ দৃষ্টিৰেও কৰিব পাৰি।

১৩। **ধ্বনি**—শব্দ-শক্তিৰ প্ৰসংগত ব্যঞ্জনা বা ভাৱধ্বনিৰ বিষয়ে কিছু বিচাৰ কৰা হৈছে। এই ব্যঞ্জনা শক্তিটোত ভাৱ-সৌন্দৰ্য হে প্ৰকাশ পায়, শব্দ-সৌন্দৰ্য প্ৰকাশ নাপায়। বাক্য বক্রতাও এই শ্ৰেণীৰ ভাৱ-সৌন্দৰ্য। ওপৰত দিয়া প্ৰথম কৱিতা ফাঁকিত থকা ভাবটো এনেধৰণৰ—আমি যিমানেই বেছি পোৱাৰ আশা কৰোঁ, সিমানেই নোপোৱাৰ দুখ বাঢ়ি যায়। সাধনাৰে জীৱনক সফল কৰিব নোৱাৰিলে, সি সকলো প্ৰকাৰে দুখময় হয়। তেল আৰু শলিতা নোপোৱাকৈ চাকিয়ে পোহৰ দিব নোৱাৰে। সেইদৰে সাধনাৰ কষ্ট সহ্য নকৰাকৈ জীৱনত সফলতাৰ আনন্দ লাভ কৰিব নোৱাৰি। দ্বিতীয় ফাঁকিত মানৱ-শক্তিৰ অমৰত্ব স্বীকাৰ কৰা হৈছে। এই মানৱ-শক্তিয়েই পৃথিৱীক স্বৰ্গলৈ ৰূপান্তৰিত কৰে আৰু মানুহক অমৰ কৰে বুলি কোৱা হৈছে। তাৰ লগতে মানুহৰ শ্ৰেষ্ঠতাৰ কাৰণো দৰ্শোৱা হৈছে। দুয়ো ফাঁকিতে ভাৱধ্বনি আৰু বাক্যবক্রতা আছে।

প্ৰথম কৱিতা ফাঁকিৰ প্ৰথম দুশাৰীত বিৰোধ ভাব প্ৰকাশ পাইছে। দ্বিতীয় ফাঁকিত এটা পৰ্যায়তে কেইবাটাও স্থিতি প্ৰকাশ পোৱা দেখা গৈছে (মানুহৰ শ্ৰেষ্ঠত্ব, শক্তিৰ অমৰত্ব, মৰ্ত্যতে স্বৰ্গ আদি)। অৰ্থালংকাৰৰ দৃষ্টিত প্ৰথম ফাঁকি কৱিতাত বিৰোধ অলংকাৰ আৰু দ্বিতীয় ফাঁকি কৱিতাত পৰ্যায় অলংকাৰ আছে।

'যিমানে জলাও' বোলোতে দুয়োটা শব্দৰ প্ৰথম বৰ্ণৰ ধ্বনি-সাম্যই অনুপ্ৰাস শব্দালংকাৰ সৃষ্টি কৰিছে। 'বাহিৰে-ভিতৰে' বোলোঁতে অন্তিম বৰ্ণৰ ধ্বনি-সাম্যত অনুপ্ৰাস হৈছে। সেইদৰে জীৱন-বত্তি শব্দতো দুটা ৱন্ ধ্বনিয়ে অনুপ্ৰাস সৃষ্টি কৰিছে। জীৱনৰূপ বত্তি অৰ্থত জীৱনবত্তি শব্দত ৰূপক অৰ্থালংকাৰ হৈছে। এতিয়া মন কৰিব লগীয়া কথা যে—একেটা বাক্যতে নহয়, একেটা বাক্যাংশ বা শব্দতো কেতিয়াবা ভাৱসৌন্দৰ্য আৰু শব্দসৌন্দৰ্যৰ (ভাষা-ধ্বনিৰ) দৃষ্টিৰে বিচাৰ কৰিব লগীয়া বহুত দিশ থাকিব পাৰে।

১৪। **শব্দ, অৰ্থ আৰু ভাব**—শব্দৰ (ভাষা-ধ্বনিসমূহৰ) অৰ্থতকৈ ভাবৰ গুৰুত্ব বেছি। সেই বাবে ভাবৰ লগত সংগতি ৰাখোঁতে ক্ষেত্ৰভেদে একেটা শব্দৰে অৰ্থ সলনি হ'ব পাৰে। ৰূঢ়ি বা পৰম্পৰাজনিত সংস্কাৰৰ ওপৰতেই অৰ্থই বিশেষ ভাবে নিৰ্ভৰ কৰে; কিন্তু প্ৰসংগভেদে অন্যান্য শব্দৰ সম্পৰ্কত শব্দৰ অৰ্থ এই দৰে সলনি হোৱা দেখা যায়। সকলো ভাষাৰে শব্দৰ ক্ষেত্ৰত এই কথা খাটে। যেনে—ইংৰাজী Post শব্দটোৰ অৰ্থ প্ৰসংগভেদে সুকীয়া সুকীয়া হয় (খুটা, ডাক, চাকৰি, পাছৰ অৱস্থা প্ৰভৃতি)। একে ধৰণৰ ভাষা ধ্বনিও ভাষাভেদে সুকীয়া অৰ্থবোধক হয়। যেনে—নিউ বা নিও এই ধ্বনি দুটা শুনাত প্ৰায় একে। ইংৰাজীত নতুন বুজোৱা এই শব্দ ইংৰাজী বাক্যৰ মাজত সেই অৰ্থতে গ্ৰহণ কৰা হয়, কিন্তু 'কেচাই 'নিউ' বা 'নিও' বুলিছে। এই বাক্যত নিও বা নিউ এটায়ো নতুন অৰ্থ প্ৰকাশ নকৰে। তাত লৈ যোৱা কাল্পনিক অৰ্থহে গ্ৰহণ কৰা হয়। অসমীয়া ভাষাত ব্যৱহাৰ হোৱা সংস্কৃতৰ তৎসম আৰু তদ্ভৱ ৰূপৰ ক্ষেত্ৰতো প্ৰসংগভেদে অৰ্থৰ পৰিবৰ্তন হোৱা দেখা যায়। তলত দুটামান উদাহৰণ দিয়া হৈছে।

ক) ৰাম আৰু অৰ্জুনৰ মাজত ভয়ানক যুদ্ধ হ'ল। এই বাক্যত ৰাম শব্দই পৰশুৰাম আৰু অৰ্জুন শব্দই কাৰ্তবীৰ্যাৰ্জুন বুজাইছে। দশৰথৰ পুত্ৰ ৰাম আৰু পাণ্ডৱৰ অৰ্জুন ভাব এই খিনিত নহয়। গতিকে ভাব অনুসৰি এইক্ষেত্ৰত অৰ্থৰ পৰিবৰ্তন ঘটিছে। কৰ্ণাৰ্জুন বুলিলে অৰ্জুন শব্দই পাণ্ডৱৰ অৰ্জুন ভাবটোহে মনলৈ আনিব। সেইদৰে ৰাম-ৰাৱণৰ যুদ্ধ বুলিলে ৰাম শব্দই দাশৰথি ৰামক বুজাব।

খ) **খাই** শব্দৰ দুটা অৰ্থ প্ৰচলিত আছে। এটা **খা** ধাতুৰ অসমাপিকা ক্ৰিয়া ৰূপ আনটো **খাল** বা **খাৱৈ** অৰ্থত বিশেষ্য ৰূপ। খাল অৰ্থত—পুৰাত খাই, মাল-ভোগত ছাই। সমুদ্ৰ বেঢ়ি দৈত্যৰ গড়খাই। দেখি বিপক্ষৰ খাতু উৰাই (কীৰ্তনৰ নাৰদ-কৃষ্ণদৰ্শন)। একালে ন খৰ একালে ছয়ৰ। পত খাবিলে সাতোটা, ঘৰে-পতি একোটা॥ এই উক্তিটোত প্ৰথমে ছ শব্দৰ সম্পৰ্কত নটো সংখ্যাবাচক যেন ধাৰণা হয়; কিন্তু পাছত ঘৰেপতি একোটাকৈ পৰাত সাতোটা হোৱা বাবেহে নটো সংখ্যা বাচক নহয় নতুন বুজোৱা বুলি ধৰিব পাৰি।

গ) স্বীকৃতিসূচক আৰু নিষেধসূচক এই দুইশ্ৰেণীৰ ভাব অনুসৰি বাক্যত ব্যৱহাৰ হোৱা শব্দৰ কিছু পাৰ্থক্য দেখা যায়। ভাল-বেয়া, ওচৰ-আঁতৰ, প্ৰভৃতি বিপৰীত-ধৰ্মী শব্দৰ বিশেষণবোৰৰ ক্ষেত্ৰত এই কথা মন কৰিব লগীয়া। যেনে—টেবুল, ইয়াৰ পৰা নিচেই ওচৰতে আছে। এই বাক্যৰ বিপৰীত বাক্য **নিচেই ওচৰত নাই**। শুদ্ধ : কিন্তু **নিচেই দূৰত আছে**। বা **নিচেই দূৰত নাই**। শুদ্ধ নহয়। সেইদৰে **নিচেই সৰু** হয়, **নিচেই ডাঙৰ** নহয়। একো, কোনো

প্ৰভৃতি শব্দৰ প্ৰয়োগতো এই দৰে সাৱধান হ'ব লগীয়া। যেনে —**একো হ'ল** শুদ্ধ নহয়, **একো নহ'ল** শুদ্ধ/ গোৱা গানটো **তেনেই বেয়া হ'ল** শুদ্ধ, **তেনেই ভাল হ'ল** শুদ্ধ নহয়। ল'ৰাটোৱে **অকণো** কথা **নুশুনে** ব্যৱহাৰ হয়। **অকণো** কথা **শুনে** ব্যৱহাৰ নহয়। **অলপো**, **সমূলি** প্ৰভৃতি শব্দৰ ক্ষেত্ৰতো একে নিয়মেই খাটে।

ঘ) কিছুমান ক্ষেত্ৰত বিপৰীতাৰ্থক শব্দও একে ভাবসূচক হয়। যেনে—টোপনি গ'ল। টোপনি আহিল। দুয়োটাৰে অৰ্থ বেলেগ হ'লেও ভাব একে। কেতিয়াবা বিৰোধকো সমৰ্থনসূচক শব্দেৰে প্ৰকাশ কৰা হয়। তেতিয়া কোৱাৰ সুৰ সলনি হয়। যেনে —ভাল হৈছে কৰা। তোমাক কোনে মানা কৰিছে ? কেতিয়াবা হোৱা বুজাবৰ কাৰণেও আগত **ন** যোগ দিয়ে। যেনে —সেইটো যেই **নহওক** লাগে (ভাবটো যেই হওক লাগে)। কিছুমান শব্দ সময় আৰু স্থান সাপেক্ষে অন্য অৰ্থসূচক হয়। যেনে —মুকলি ফুৰিবলৈ যোৱা বা বাহিৰলৈ যোৱা। শৌচ কৰিবলৈ যোৱা ভাবত এই বাক্যৰ ব্যৱহাৰ হয়। গাৱঁত শৌচ কৰিবৰ কাৰণে ঘৰৰপৰা আঁতৰলৈ যোৱা হয়। সেই বাবে মুকলি ফুৰা বাক্যাংশটোৰ প্ৰয়োগ হয়। বৰ্তমান নগৰৰ কথা বাদেই গাঁৱতো শৌচ কৰিবৰ কাৰণে পায়খানা ঘৰৰ ভিতৰতহে সোমোৱা হয়। এনে স্থলত শব্দৰ অৰ্থ আৰু ভাবৰ মাজত বিৰোধ সৃষ্টি হৈছে।

ঙ) বিশেষণ প্ৰয়োগৰ ক্ষেত্ৰত আজি-কালি কথিত ভাষাত কিছুমান বিসংগতি দেখা যায়। কথিত ভাষাৰ বিসংগতিবোৰ লাহে লাহে গল্প আৰু উপন্যাসৰ যোগেদি লিখিত ভাষা বা সাহিত্যতো সোমাবলৈ ধৰে। এনে বিসংগতিৰ পৰা যথা সম্ভৱ আঁতৰি থকাই ভাল। উদাহৰণ তলত দিয়া হ'ল।

১—**ভীষণ** মৰম ; ভীষণ শব্দৰ অৰ্থ ভয়ানক, মৰমটো ভয়লগা বস্তু নহয়। ভীষণ মৰম বুলিলে মৰমৰ আঁৰত ভয় কৰিব লগীয়া কিবা কথা থকা যেন ভাব হয়। গতিকে ব্যঞ্জনা নহ'লে অভিধা অৰ্থত ভীষণ শব্দটো মৰমৰ বিশেষণ হ'ব নোৱাৰে। ভীষণ ভাল, ভীষণ ধুনীয়া আদিও এনেধৰণৰ প্ৰয়োগ।

২—**তামাম** (আৰবী তমাম) এই শব্দটো উৰ্দু-হিন্দীৰ যোগেদি অসমীয়া ভাষালৈ আহিছে। হিন্দী আৰু উৰ্দুৰ কোমল অ ধ্বনিটো বংগ ভাষাত আ কৰি লিখা হ'ল। অসমীয়াতো তাৰ অনুকৰণ চলিল। শব্দটোৰ অৰ্থ সকলো অথবা সমাপ্ত ; কিন্তু অসমীয়াত কওঁতে বহুত অৰ্থত ব্যৱহাৰ কৰে। সকলো আৰু বহুতৰ মাজত ভাবসাদৃশ্য কিছু আছে ; কিন্তু অৰ্থ একে নহয়।

৩—**বিৰাট**, বিশেষ্য আৰু বিশেষণ দুয়োটা ভাবতে এই শব্দটোৰ ব্যৱহাৰ সংস্কৃত ভাষাত হয়। অসমীয়া ভাষাত বহুত ডাঙৰ অৰ্থত বিশেষণ ৰূপেই

প্ৰয়োগ হয়; কিন্তু স্থূল বস্তুৰ ক্ষেত্ৰতহে এই বিশেষণ খাপ খায়, সূক্ষ্ম ভাৱত প্ৰয়োগ কৰা নহয়। বিৰাট ভাল লাগে, বিৰাট ধুনীয়া প্ৰভৃতি প্ৰয়োগ এই ক্ষেত্ৰত খাপ নাখায়।

চ) বিশেষণ বিসংগতিৰ দৰেই ক্ৰিয়া-বিসংগতিও দেখা যায়। যেনে—সোমবাৰে এখন সভা দিছে। বিশিষ্ট অতিথিয়ে নিজৰ বক্তব্য ৰাখে। এনেধৰণৰ প্ৰয়োগ লঘু অনুকৰণৰ বাহিৰে একো নহয়। এই বাক্যবোৰত অৰ্থ থাকিলেও ভাৱৰ সংগতি নাই। সভা দিয়া বস্তু নহয়, আগৰ পৰা থকা বস্তু এটাহে দিব পাৰি। সভা আহ্বান কৰে বা পাতে। সেইদৰে বক্তব্য বা ক'বলগীয়া কথাখিনি ৰখা বস্তু নহয়। সমাজৰ আগত দাঙিধৰা বস্তুহে হ'ব পাৰে। ৰাখিলে মনৰ ভিতৰতে থাকিব, প্ৰকাশ নাপাব। সকৰ্মক ক্ৰিয়া আৰু অকৰ্মক ক্ৰিয়াৰ পাৰ্থক্য নথকা ভুলো বহুত দেখা যায়। যেনে—গছডাল বতাহত ভাগিল। (অকৰ্মক, নিজে ভাগিল)। গছডাল বতাহে ভাঙিলে। গছডাল বতাহত ভাগি পৰিল। এইবোৰ ৰূপ শুদ্ধ, কিন্তু বতাহত গছডাল ভাঙি পৰিল বা গছডাল বতাহত ভাঙি গ'ল শুদ্ধ নহয়। ভাঙ্ সকৰ্মক (লোকে ভাঙে), ভাগ অকৰ্মক (নিজে ভাগে)। এইদৰেই ছিগ্ (অকৰ্মক), ছিঙ্ (সকৰ্মক) আদি শব্দৰ প্ৰয়োগো মন কৰিব লগীয়া।

ছ) একে অৰ্থ আৰু ভাৱ বুজোৱা একোটা শব্দৰে পৃথক্ পৃথক্ ৰূপ কেতিয়াবা দেখা যায়। সেই ক্ষেত্ৰত যথা সম্ভৱ এটা ৰূপ গ্ৰহণ কৰিব পাৰিলে ভাল যদিও বহুত সময়ত সেইটো সম্ভৱ নহ'ব পাৰে। গতিকে তেনেস্থলত একাধিক ৰূপ শুদ্ধ বুলি গ্ৰহণ কৰিব লাগিব। সংস্কৃত প্ৰভৃতি অন্যান্য সমৃদ্ধ সাহিত্যৰ ভাষাতো তেনে উদাহৰণ আছে। যেনে—বিকাশ, বিকাস; টিপ্পণী, টিপ্পনী, ভংগি, ভংগী কোশ, কোষ ইত্যাদি। অসমীয়াত পাছ আৰু পিছ দুয়োটা শুদ্ধ। যেনে—তেওঁ কিছু অগা-পিছা কৰিছে। এই ঠিনিত অগা-পাছা বা আগা-পাছা ব্যৱহাৰ নহয়; কিন্তু আগ নুগুণি গুণে পাছ। লোভত মৰে বৰশীৰ মাছ। এই ঠিনিত পাছৰ ঠাইত পিছ নহয়।

১৫। **অনুবাদ**—আগবঢ়া সমাজৰ লোকে অন্য ভাষাত প্ৰচলিত শব্দৰ লগতে তাৰ লগত জড়িত অৰ্থ আৰু ভাৱ নিজৰ ভাষালৈ আনে। ভাষান্তৰ বা অনুবাদৰ সময়ত ভাৱৰ গুৰুত্বই বেছি। ভাৱৰ অনুকূল ৰীতিৰ স্থান এইক্ষেত্ৰত দ্বিতীয়। শব্দাৰ্থৰ স্থান প্ৰথম যেন লাগিলেও তৃতীয়হে। অযোগাত্মক বা স্থানপ্ৰধান ভাষাৰ পৰা যোগাত্মক ভাষালৈ অনুবাদ কৰা বা যোগাত্মক ভাষাৰ পৰা অযোগাত্মক ভাষালৈ অনুবাদ কৰোঁতে (যেনে—চীনা ভাষাৰ পৰা অসমীয়ালৈ আৰু অসমীয়া ভাষাৰ পৰা চীনা ভাষালৈ) শুধিলা শব্দাৰ্থৰ গুপৰত গুৰুত্ব দিব নোৱাৰি। ভাৱ অনুসৰি নিজৰ ভাষাৰ গঢ়ত ভাষা সজাব লাগিব। বিবিধ শ্ৰেণীৰ যোগাত্মক

ভাষাৰ ভিতৰতে ভাষান্তৰ কৰোঁতেও ভাবৰ ওপৰতহে গুৰুত্ব দিব লাগিব। অশ্লিষ্ট যোগাত্মক লক্ষণ প্ৰধান উত্তৰ ভাৰতীয় আৰ্যভাষা (অসমীয়া, ওড়িয়া, হিন্দী প্ৰভৃতি) সমূহৰ এটাৰ পৰা আনটোলৈ অনুবাদ কৰোঁতেও শব্দাৰ্থৰ ওপৰত গুৰুত্ব দিয়াতকৈ ভাবৰ ওপৰতহে বেছি গুৰুত্ব দিব লাগিব। অনুবাদৰ লগতে লিপ্যন্তৰৰ সমস্যাও আছে। এই প্ৰসংগত এই স্তৰৰ সকলো কথা আলোচনা কৰিব নোৱাৰি। সেই বাবে দুটামান মূল কথা মাত্ৰ উল্লেখ কৰা হৈছে।

ক) সকলো ভাষাৰে বাক্য-গাঁথনি একেধৰণৰ নহয়, গতিকে ভাব ৰক্ষা কৰা-টোহে অনুবাদৰ মূল কথা হ'ব পাৰে।

খ) একে ভাব প্ৰকাশৰ কাৰণে স্থান, কাল আৰু সমাজভেদে একে পৰ্যায়বাচী শব্দৰ ব্যৱহাৰ নহয়। গতিকে শব্দানুবাদে বহুত ক্ষেত্ৰত মূল ভাব ৰাখিব নোৱাৰে।

গ) জতুৱা খণ্ডবাক্য আৰু বাক্যাংশৰ ভাব বহুত সময়ত অভিধাশক্তিৰ ওপৰত নিৰ্ভৰশীল নহয়। গতিকে লক্ষণা আৰু ব্যঞ্জনাৰ ভাব গ্ৰহণ কৰি অনুবাদ নিজৰ বাক্য-গঠন প্ৰণালীৰে কৰিব লাগিব। মূল বাক্যত লক্ষণা বা ব্যঞ্জনা নহ'লেও অনুবাদত ব্যঞ্জনা বা লক্ষণাৰ প্ৰয়োগ হ'ব পাৰে।

ঘ) অনুবাদ যি ভাষাৰ পৰাই কৰা হওক, অনূদিত ভাষাটো সেই ভাষাৰ মৌলিক ৰচনাৰ দৰে হোৱা বাঞ্ছনীয়। পাঠকে মৌলিক ৰচনাৰে অনূদিত সেই কথা ধৰিব পাৰিব নালাগে। এজন লেখকে অনুবাদ নকৰি নিজে দুটা ভাষাত একেটা বিষয়ৰ ৰচনা লিখিলে, সেই দুখন ৰচনাৰ মাজত যি পৰিমাণৰ পাৰ্থক্য হ'ব পাৰে, সেই পৰিমাণৰ পাৰ্থক্য অনুবাদত থাকিলেও তেনে অনুবাদক শ্ৰেষ্ঠ অনুবাদ বুলিব পাৰি।

অনুশীলনী —৩১

১) অৰ্থালংকাৰ বুলিলে কি বুজা? উপমাৰ লগত অৰ্থালংকাৰসমূহৰ সম্বন্ধ কেনে-ধৰণৰ উদাহৰণ দি বুজাই লিখা।

২) বক্ৰোক্তিৰ বিবিধ শ্ৰেণী সম্বন্ধে উদাহৰণ দাঙিধৰা।

৩) একেটা বাক্যতে ৰীতি, বক্ৰোক্তি, অৰ্থালংকাৰ প্ৰভৃতি কেইবাধৰণৰো সৌন্দৰ্য বিষয়ক উদাহৰণ থাকিব পাৰেনে? যদি পাৰে উদাহৰণ দিয়া।

৪) স্থান, কাল আৰু প্ৰসংগভেদে শব্দ, অৰ্থ আৰু ভাব সলনি হোৱাৰ উদাহৰণ দিয়া।

৫) বৰ্তমান অসমীয়া ভাষাত দেখিবলৈ পোৱা বিশেষণ-বিসংগতি আৰু ক্ৰিয়া-বিসংগতি সম্বন্ধে উদাহৰণসহ আলোচনা কৰা।

৬) ভাল অনুবাদৰ লক্ষণবোৰৰ বিষয়ে বিচাৰ কৰা।

০০০০